# যুদ্ধ আৰু শান্তি

অনুবাদক

বিমল নাথ



অসমী প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-১

প্ৰকাশক :
অসমী প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-১

প্ৰথম প্ৰকাশ
১৯৯০

বেটুপাত
প্ৰণঞ্জয় শৰ্মা

মূল্য : ৩২·০০ টকা

মুদ্ৰক :
ভাৰত প্ৰেছ
শান্তিপুৰ

# একাষাৰ ঃ

সুবিখ্যাত ৰুচ কথাশিল্পী লিও টলষ্টয়ৰ সুবৃহৎ গ্ৰন্থ "যুদ্ধ আৰু শান্তি" ( War and peace ) বিশ্বসাহিত্যৰ বিখ্যাত আৰু যাউতিযুগীয়া গ্ৰন্থসমূহৰ অন্যতম। গ্ৰন্থকাৰে দীৰ্ঘ পাঁচ বছৰ ধৰি অক্লান্ত আৰু অবিৰাম পৰিশ্ৰম কৰি সম্পূৰ্ণ কৰা এই সুবৃহৎ গ্ৰন্থখনত ৰুচীয়াৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সামৰিক আৰু বিভিন্ন শ্ৰেণীৰ জনজীৱন আৰু সমাজ জীৱনৰ একাধিত চিত্ৰ দাঙি ধৰিছে। পৃথিৱী প্ৰায় সকলো উন্নত ভাষালৈ এই গ্ৰন্থ অনুদিত হৈ প্ৰকাশ হৈছে। আমাৰ অসমীয়া ভাষালৈ এইখনেই প্ৰথম মূলানুগ অনুবাদ। গুৱাহাটীৰ "অসমী প্ৰকাশন"ৰ স্বত্বাধিকাৰ শ্ৰীনাৰায়ণ দাসৰ এই বিখ্যাত গ্ৰন্থখনৰ অসমীয়া অনুবাদ প্ৰকাশ কৰাৰ আগ্ৰহ আৰু তেওঁৰ অনুপ্ৰেৰণাৰ ফলতেই আজি "যুদ্ধ আৰু শান্তি" অনুবাদ আৰু প্ৰকাশ সম্ভৱ হ'ল। এই অনুবাদৰ বিফলতাৰ বাবে দায়ী অনুবাদক নিজে আৰু সফলতাৰ অংশীদাৰ প্ৰকাশক শ্ৰী দাসো।

অসমীয়া পঢ়ুৱৈ সমাজৰ সুবিধাৰ বাবে এই বৃহৎ গ্ৰন্থখন আমি কেৰাটাও খণ্ডত প্ৰকাশ কৰিবলৈ লৈছো।

গুৱাহাটী
৭-২-৯০

—বিমল নাথ



# প্ৰথম খণ্ড

# যুদ্ধ আৰু শান্তি

## প্ৰথম পৰ্ব

### [ এক ]

"বাৰু প্ৰিন্স, তেনেহলে জেনোৱা আৰু লুক্কা এতিয়া বোনাপাৰ্টি হঁতৰেই পৰিয়ালৰ সম্পত্তি হ'ল, নহয় জানো। কিন্তু মই আপোনাক সাৱধান কৰি দিছো, ইয়াকো যদি আপুনি যুদ্ধ বুলি নকয়, এতিয়াও যদি সেই খৃষ্টবৈৰীৰ ( মই সঁচাকৈয়ে বিশ্বাস কৰো যে সেই মানুহজন খৃষ্টবৈৰী ), জঘন্য আচৰণ আৰু সন্ত্ৰাসক আপুনি সমৰ্থন কৰে তেনেহলে আপোনাৰ লগত মোৰ আৰু কোনো সম্পৰ্ক নাথাকিব, আপুনি মোৰ আৰু বন্ধুও হৈ নাথাকিব, বা আপুনি যে নিজকে মোৰ 'বিশ্বাসী ভৃত্য' বুলি প্ৰচাৰ কৰি ফুৰে সেয়াও আৰু নাথাকিব। কি হ'ল প্ৰিন্স, আপোনাৰ কি হৈছে? বোধহয় আপোনাক বৰ ভয় খুৱাই দিলো, নহয় নে? — আপুনি বহি লওক, আৰু সকলো কথা মোক কওক।"

১৮০৫ চনৰ জুলাই মাহ; ওপৰৰ কথাখিনি কৈছে সকলোৰে জনাজাত 'আন্না পাভ্‌লভ্‌না চেৰাৰে', ভদ্ৰমহিলা সাম্ৰাজ্ঞী মাৰিয়া ফিয়দৰভ্‌নাৰ প্ৰধান আৰু প্ৰিয় সখীয়েক। কথাবোৰ কোৱা হ'ল প্ৰিন্স ভাচিলিক; ভদ্ৰলোক উচ্চ পদমৰ্যাদাৰ অধিকাৰী, আজিৰ সান্ধ্য সভাত যোগদান কৰা তেওঁ প্ৰথম অতিথি। আন্না পাভ্‌লভ্‌না কেইদিনমানৰপৰা কাহত ভুগি আছে। ভদ্ৰমহিলাই নিজে অৱশ্যে কৈছে যে তেওঁ 'লা গ্ৰিপ্পে'ত ভুগিছে; 'গ্ৰিপ্পে' কথাষাৰ চেণ্ট পিটাৰ্চবুৰ্গত নতুনকৈ আমদানি হৈছে; অকল ভদ্ৰ সমাজৰ লোকসকলেহে এই কথাষাৰ ব্যৱহাৰ কৰে।

তেওঁৰ আটাইবিলাক নিমন্ত্রণ-পত্রই ফৰাচী ভাষাত লিখা; ৰাতিপুৱাই সেইবোৰ বিলি কৰি আহিছে ৰঙা-পোছাক পিন্ধা পৰিচাৰকে; তাত লিখা আছিল:

"কাউণ্ট (অথবা প্রিন্স), আপোনাৰ হাতত যদি কাম নাথাকে আৰু এগৰাকী অসহায় পঙ্গু মানুহৰ লগত সন্ধিয়াটো কটোৱা যদি অসম্ভব বুলি নাভাবে, তেনেহলে আজি ৰাতি ৭ বজাৰপৰা ১০ বজাৰ ভিতৰত আপোনাৰ দৰ্শন পালে অতি আনন্দিত হম,—

—আন্নেৎ চেৰাৰ।"

মহিলাগৰাকীৰ কথাত অকণো অসন্তুষ্ট নহৈ প্রিন্স কলে, "হায় ভগবান! কি তীব্র আক্রমণ!" এইমাত্র তেওঁ আহি সোমাইছি; পিন্ধি আহিছে নক্সা-কৰা দৰবাৰী পোছাক, ব্রীচেচ আৰু জোতা; বুকুত পিনমাৰি লগোৱা আছে বহুতো তৰা; চেপেটা মুখনত গাম্ভীৰ্যৰ প্রকাশ। তেওঁ কথা কলে অভিজাত ফৰাচী ভাষাত যি ভাষাত আমাৰ উপৰিপুৰুষসকলে অকল কথা কোৱাই নহয়, চিন্তাও কৰিছিল; সমাজৰ ওপৰ-মহলত আৰু দৰবাৰৰ পৰিবেশত ডাঙৰ-দীঘল হোৱা মৰ্যাদাসম্পন্ন লোকৰ দৰে তেওঁৰ কথা কোৱাৰ ভঙ্গি। প্রিন্সে আন্না পাভ্‌লভ্‌নাৰ ওচৰলৈ আগবাঢ়ি গৈ তেওঁৰ হাতত চুমা খালে, তাৰপিছত এখন চোফাত আৰাম কৰি বহিল।

"প্রিয় বান্ধবী, আগেয়ে কওক আপুনি কেনে আছে। আপোনাৰ বন্ধুৰ মন শান্ত কৰক," কথাৰ সুৰ আৰু মাতৰ কোনো প্রকাৰ পৰিবৰ্তন নকৰাকৈয়ে প্রিন্সে কলে; বাহ্যিক ভদ্রতা আৰু সহানুভূতিৰ অন্তৰালত তেওঁৰ কণ্ঠস্বৰৰ নিস্পৃহতা, আনকি বিদ্রূপটোও প্রকাশ নোহোৱাকৈ নাথাকিল।

আন্না পাভ্‌লভ্‌নাই কলে, "অন্তৰত নৈতিক যন্ত্রণা লৈ কোনোবাই জানো ভালে থাকিব পাৰে? অনুভূতিৰ কাতৰতা থাকিলে এতিয়াৰ এনে অৱস্থাত কোনোবাই শান্ত হৈ থাকিব পাৰে নে? আশাকৰো আজিৰ গোটেই সন্ধিয়াটো আপুনি ইয়াতে কটাব?"

"আৰু সিপিনে ইংৰাজ ৰাজদূতৰ উৎসৱৰ কি হব? আজি বুধবাৰ। এবাৰতো মই তাত দেখা দিবই লাগিব," প্রিন্সে কলে। "মোক তালৈ লৈ যাবৰ বাবে মোৰ ছোৱালী ইয়ালৈ আহিব।"

"মই ভাবিছিলো আজিৰ উৎসৱটো স্থগিত ৰখা হৈছে। সঁচাই কৈছো, এইবোৰ উৎসৱ আৰু আতচবাজী অতিপাত আমনিদগা হৈ উঠিছে।"

"তেওঁলোকে যদি আপোনাৰ মনৰ এই ইচ্ছাৰ কথা জানিলে-হেতেন তেনেহলে আজিৰ উৎসৱটো নিশ্চয় বন্ধ কৰি দিলেহেতেন," প্ৰিন্সে কলে। চাবি দিয়া ঘড়ীৰ দৰে গতানুগতিকভাৱে তেওঁ এনে-কুৱা কথাবোৰ কৈ পেলায় যিবোৰ কথা মানুহে বিশ্বাস কৰাটোও তেওঁ নিবিচাৰে।

"মোক ঠাট্টা নকৰিব প্ৰিন্স। বাৰু, নভচিলতচেভৰ কাগজ-পত্ৰ সম্পৰ্কে কি স্থিৰ কৰা হৈছে? আপুনিতো সকলো জানে।"

নিৰুৎসাহ হৈ উদাসীন সুৰত প্ৰিন্সে কলে, "সেই খবৰ কোনে ৰাখে? কি স্থিৰ হৈছে? তেওঁলোকে স্থিৰ কৰিছে যে বোনাপাৰ্টে তেওঁৰ নাওবিলাক পুৰি পেলাইছে, আৰু মোৰ বিশ্বাস, আমাৰ নাওবিলাকো পুৰি পেলাবলৈ আমি সন্মত আছো।"

প্ৰিন্স ভাচিলিয়ে সদায় পুৰণি বচন আওঃবাৱাৰ নিচিনাকৈ লেনিয়াই লেনিয়াই কথা কয়। আনহাতে, চল্লিশ বছৰ বয়স হলেও আন্না পাভ্‌লভ্‌না চেৰাৰ আবেগ আৰু উত্তেজনাত সদায় তজবজীয়া। সকলো সময়তে পৰিপূৰ্ণ উৎসাহ লৈ থকাটোৱেই যেন তেওঁৰ সামাজিক কৰ্তব্য; সেয়ে কেতিয়াবা তেওঁৰ মনৰ অৱস্থা বেয়া থাকিলেও তেওঁক দেখি যাতে চিনাকি মানুহবিলাক হতাশ হৈ নপৰে তাৰ কাৰণে তেওঁ ভাবভঙ্গি আৰু মুখত উৎসাহ-উদ্দীপনা ফুটাই ৰাখে। তেওঁ সদায় ওঁঠত বিৰিঙাই ৰখা কৃত্ৰিম হাঁহিৰ ৰেখাটো তেওঁৰ অসুখীয়া মুখখনত খাপ নাখায় বুলি তেওঁ জানে, তথাপি এই ত্ৰুটি তেওঁ সংশোধন কৰিব নোখোজে, সংশোধন কৰিব নোৱাৰে, সংশোধন কৰাৰ প্ৰয়োজনো বোধ নকৰে।

ৰাজনীতি বিষয়ক আলোচনা প্ৰসঙ্গত আন্না পাভ্‌লভ্‌নাই হঠাৎ চিঞৰি কৈ উঠিল:

আঃ, অষ্ট্ৰিয়াৰ কথা মোৰ আগত নকব। হয়তো মই এইবোৰ বিষয় নুবুজো, কিন্তু অষ্ট্ৰিয়াই কোনো দিনেই যুদ্ধ

বিচৰা নাছিল, আজিও নিবিচাৰে। সিহঁতে আমাৰ লগত বিশ্বাস-ঘাতকতা কৰিছে। ৰাচিয়াই অকলেই ইউৰোপক বচাব। আমাৰ মহামান্য সম্ৰাট এই মহৎ কৰ্তব্য সম্পৰ্কে সচেতন, আৰু সেই কৰ্তব্যত তেওঁ সদায় অবিচল থাকিব। এই কথাটো মই সম্পূৰ্ণ বিশ্বাস কৰো। আমাৰ সৎ আৰু মহান সম্ৰাটে এই পৃথিৱীত এটা মহৎ ভূমিকা পালন কৰিব; আৰু তেওঁ এনেকুৱা ধাৰ্মিক আৰু মহান যে ঈশ্বৰে তেওঁক পৰিত্যাগ নকৰে। তেওঁৰ কৰ্তব্য তেওঁ পালন কৰিব, এই নৰঘাতক চয়তানক আশ্ৰয় কৰি যি হেজাৰ-মূখীয়া সাপৰূপী বিপ্লৱে আজি ভয়ানক ৰূপ ধাৰণ কৰিছে তাক তেওঁ ধ্বংস কৰিব! ভাল মানুহৰ তেজৰ প্ৰতিশোধ অকল আমিয়েই লব লাগিব…। আৰুনো কাৰ ওপৰত আমি নিৰ্ভৰ কৰিব পাৰো কওচোন…? ব্যৱসায়ীসুলভ মনোবৃত্তি লৈ ইংলণ্ডই কেতিয়াও সম্ৰাট আলেকজাণ্ডাৰৰ মহত্বক নুবুজিব, বুজিব নোৱাৰিব। সিহঁতে তো মাল্টা এৰি আহিবলৈও আপত্তি কৰিছে। আমাৰ সকলো কামৰ মাজতেইতো সিহঁতে একোটা গোপন অভিসন্ধিৰ সন্ধান কৰি থাকে। নভচিল্‌ত্‌চেভে কিবা উত্তৰ পাইছে নে? একো পোৱা নাই। আমাৰ সম্ৰাটৰ আত্মত্যাগক ইংৰাজবিলাকে বুজিব পৰা নাই, কোনোকালে নুজিবও নোৱাৰিব। নিজৰ কাৰণে তেওঁ একোৱেই নিবিচাৰে, তেওঁ বিচাৰে মাত্ৰ মানুহৰ মঙ্গল। আৰু সিহঁতে কি দিছে? একো নাই! মুখত যদিওবা কিবা কয়ও, কামত কিন্তু তাকো কৰি নেদেখুৱায়! প্ৰুচিয়াইতো প্ৰথমৰপৰাই কৈ আছে, বোনাপাৰ্ট অপৰাজেয়, তেওঁৰ সমুখত গোটেই ইউৰোপেই অসহায়।…হাৰ্ডেনবুৰ্গ বা হগ্‌উইজৰ কথাৰ এক আষাৰো মই বিশ্বাস নকৰো। প্ৰুচিয়াৰ এই বিখ্যাত নিৰপেক্ষতা তো এটা ফন্দিৰ বাহিৰে আন একো নহয়। মোৰ ভাৰসা একমাত্ৰ ঈশ্বৰৰ ওপৰত, আৰু আমাৰ পৰম আৰাধ্য সম্ৰাটৰ মহৎ নিয়তিৰ ওপৰত। ইউৰোপক তেৱেঁই ৰক্ষা কৰিব।"

নিজৰ আবেগত নিজেই হাঁহি দি ভদ্ৰমহিলা হঠাৎ নীৰৱ হৈ প'ল।

প্ৰিন্সে হাঁহি হাঁহি কলে, "মোৰ বিশ্বাস, আমাৰ প্ৰিয়

উইস্ত্ৰিনগেৰোদৰ সলনি আপোনাক পঠিওৱা হলে হয়তো আপুনি গাৰ বলেৰেই প্ৰুচিয়াৰ ৰজাৰ সন্মতি আদায় কৰিব পাৰিলেহেঁতেন। যিহে আপোনাৰ কণ্ঠৰ জোৰ। একাপ চাহ পোৱা যাবনে?"

"নিশ্চয়, এতিয়াই পাব।" শান্ত সুৰত আল্লাই আকৌ কলে, "ভাল কথা, আজি ৰাতি মই দুগৰাকী বিশিষ্ট মানুহক আশা কৰিছো। এগৰাকী হ'ল ভাইকোঁত্ দ্য মৰ্তেমাৰ্ত, শ্ৰেষ্ঠ ফৰাচী পৰিয়াল 'ৰোহাঁন'ৰ লগত তেওঁৰ সম্পৰ্ক আছে; তেখেত প্ৰকৃত সৎ বিদেশী। আন গৰাকী আবে মোৰিও। সেই বিদগ্ধ চিন্তাশীল মানুহজনক আপুনি জানে নেকি? সম্ৰাটে তেওঁক সাদৰে গ্ৰহণ কৰিছে। আপুনি শুনিছে নে?"

প্ৰিন্স কলে, "তেওঁলোকৰ লগত দেখা হলে মই সুখী হম। কিন্তু কওকচোন, বিধবা সাম্ৰাজ্ঞীয়ে হেনো 'ৰেৰন ফুংকে'কেই ভিয়েনাত প্ৰথম সচিব হিচাপে নিযুক্ত কৰিব খুজিছে, কথাটো সঁচা নে? বেচেৰা বেৰন মানুহজন সকলো কালৰ পৰাই পুতৌৰ পাত্ৰ।"

প্ৰিন্স ভাচিলিৰ ইচ্ছা আছিল এই চাকৰিটো তেওঁৰ পুতেকে পাওক, কিন্তু অন্যান্য সকলোৱে বিধবা সাম্ৰাজ্ঞী মাৰিয়া ফিয়-ৰভ্‌নাৰ ওচৰত দৰবাৰ কৰিছিল যাতে চাকৰিটো বেৰনেই পায়।

আন্না পাভ্‌লভ্‌নাই চকু দুটা প্ৰায় মুদি দিলে; যেন তেওঁ বুজাব খুজিলে সম্ৰাজ্ঞীয়ে যি ইচ্ছা কৰিছে, বা যিটো কৰি তেওঁ ভাল পাইছে সেই সম্বন্ধে সমালোচনা কৰাৰ অধিকাৰ তেওঁৰো নাই, বা আন কাৰোৰেই নাই।

শুকান করুণ সুৰত তেওঁ মাত্ৰ কলে, "সম্ৰাজ্ঞীৰ ভনীয়েকেই ৰেৰন ফুংকেৰ নাম তেওঁৰ ওচৰত চুপাৰিছ কৰিছিল।"

সম্ৰাজ্ঞীৰ নাম লওঁতেই হঠাৎ আন্না পাভ্‌লভ্‌নাৰ মুখত গভীৰ আৰু আন্তৰিক অনুৰাগ, শ্ৰদ্ধা আৰু বিষাদৰ এটা মিশ্ৰ ভাৱ ফুটি উঠিল। যিমানবাৰ তেওঁ তেওঁৰ বিখ্যাত কৰ্ত্ৰীৰ নাম উল্লেখ কৰে সিমানবাৰেই তেওঁৰ মুখত এই একে ভাব ফুটি উঠে।

প্ৰিন্স নীৰৱে বহি থাকিল; তেওঁৰ মুখত ফুটি উঠিছে এক উদাসীন ভাব। আন্নাই তেওঁক সান্ত্বনা দিবৰ বাবে কলে,

"প্ৰিন্স, এইবাৰ আপোনাৰ পৰিয়ালৰ কথা কওক। আপুনি জানে নে যে আপোনাৰ ছোৱালীক দেখি সকলোৱেই মুগ্ধ? প্ৰত্যেকেই কৈছে, তেওঁ অপৰূপ সুন্দৰী।"

শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনাবৰ বাবে প্ৰিন্স মূৰ দোৱালে।

"মই কেতিয়াবা ভাবো," অলপ বৈ প্ৰিন্সৰ ওচৰ চাপি গৈ মহিলাগৰাকীয়ে মিচিকিয়াই হাঁহি তেওঁক কলে, "জীৱনৰ সুখবোৰ বহুত সময়ত কিমান যে অন্যায়ভাৱে বণ্টন কৰা হয়। ভাগ্যই এনেকুৱা দুটি সুন্দৰ সন্তান কিয় যে আপোনাক উপহাৰ দিছে? আপোনাৰ নুমলীয়া ল'ৰা আনাতোলেৰ কথা মই কোৱা নাই, তাক মই ভাল নাপাওঁ। ইমান মৰমলগা দুটি সন্তান; অথচ আপুনি সিহঁতক অলপো ভাল চকুৰে নাচায়। সেই কাৰণেইতো কৈছো এনেকুৱা সন্তান পোৱাৰ অধিকাৰ আপোনাৰ নাই।"

এটি নিৰ্মল হাঁহি ফুটি উঠিল তেওঁৰ ওঁঠত।

প্ৰিন্স কলে, "মই কিন্তু নিৰুপায়। লাভাতেৰে হয়তো কলেহেঁতেন, দেউতাক হোৱাৰ যোগ্যতাই মোৰ নাই।"

ধেমালিৰ কথা নহয়; আপোনাৰ লগত দৰকাৰী কথা আছে। আপুনি জানে নে যে আপোনাৰ সৰু ল'ৰাৰ ওপৰত মই সন্তুষ্ট নহয়? নিজৰ ভিতৰত কাৰণে কওঁ, সম্ৰাজ্ঞীৰ আগত তাৰ কথা ওলোৱাত তেওঁ আপোনাৰ কাৰণে দুখ কৰিছে... .."

প্ৰিন্স কোনো কথা নকলে, কিন্তু উত্তৰৰ অপেক্ষাত আন্নাই অৰ্থপূৰ্ণ চাৱনিৰে তেওঁৰ ফালে চালে। প্ৰিন্স নীৰৱে ভ্ৰূ কোঁচালে।

অৱশেষত তেওঁ কলে, "আপুনি মোক কি কৰিবলৈ কয়? আপুনিতো জানে সিহঁতক লেখাপঢ়া শিকাবৰ বাবে দেউতাক হিচাপে যি যি কৰা দৰকাৰ মই সকলো কৰিছো, কিন্তু সিহঁত দুয়োজনেই মূৰ্খ। হিপোলিতে তথাপি শান্ত মূৰ্খ, কিন্তু আনাতোলে তো দুৰন্ত মূৰ্খ। দুজনৰ মাজত সেইকণেই মাত্ৰ পাৰ্থক্য।" এটা অস্বাভাৱিক হাঁহি দি তেওঁ কথাবোৰ কলে; ফলত তেওঁৰ মুখৰ চাৰিওফালে ভাঁজবোৰৰ মাজত স্পষ্ট হৈ ফুটি উঠিল এটা অপ্ৰত্যাশিত কঠোৰতা আৰু ক্ষোভ।

"আপোনাৰ নিচিনা মানুহৰ সন্তান হয় কিয়? আপুনি যদি দেউতাক নহ'লহেতেন তেনেহলে তো আপোনাৰ বিৰুদ্ধে মোৰ কবলগীয়া একোৱেই নাথাকিলহেতেন," প্ৰিন্সৰ মুখলৈ বিষণ্ণ চাৱনিৰে চাই আন্না পাভ্‌লভ্‌নাই কলে।

"মই আপোনাৰ অনুগত দাস, আৰু সেই কাৰণে একমাত্ৰ আপোনাৰ ওচৰতেই মই স্বীকাৰ কৰিছো যে মোৰ সন্তানবিলাকেই মোৰ জীৱনৰ কলংক। এই দুখ মই কঢ়িয়াই লৈ ফুৰিবই লাগিব। এইদৰেই মই নিজকে বুজাওঁ। ইয়াৰ বাহিৰে মোৰ কোনো উপায় নাই।"

প্ৰিন্সৰ মুখত ফুটি উঠিল এক অসহায় ভাব। কিবা ভাবি আন্না পাভ্‌লভ্‌নাই কলে, "আপোনাৰ অমিতব্যয়ী ল'ৰা আনাতোলৰ বিয়াৰ কথা কেতিয়াবা ভাবিছে নেকি? মই ঘটকালি কৰিব খোজা নাই, তথাপি এজনী সৰু ছোৱালীৰ খবৰ মই জানো যি তাইৰ দেউতাকৰ লগত অতি কষ্টেৰে দিন কটাই আছে। তাই আপোনাৰ আত্মীয়াও হয়—প্ৰিন্সেচ মাৰি বল্কন্‌স্কায়া।"

প্ৰিন্স ভাচিলিয়ে কোনো উত্তৰ নিদিলেও এনেভাৱে মুখ দুপিয়ালে যেন এই কথাটো তেৰোঁ ভাবি চাইছে।

কিন্তু খন্তেক পিছতে তেওঁ মনৰ বিষণ্ণ ভাবটোক চেপি ৰাখিব নোৱাৰি কৈ উঠিল, "আপুনি জানেনে যে অনাতোলৰ কাৰণে বছৰি মোৰ চল্লিশ হাজাৰ কবল খৰচ হয়? আৰু সি যদি এইদৰেই চলি থাকে তেনেহলে পাঁচ বছৰত কি অৱস্থা হবগৈ? অথচ দেউতাকসকলে এই আটাইবোৰকেই সহ্য কৰিবলগীয়া হয়...। আপোনাৰ সেই প্ৰিন্সেচগৰাকী ধনবতী নেকি?"

"তাইৰ দেউতাক খুব ধনী আৰু কৃপণ। গাঁৱত থাকে। তেৱেঁই সুপৰিচিত প্ৰিন্স বল্কন্‌স্কি, আমাৰ স্বৰ্গীয় সম্ৰাটৰ সৈন্য বাহিনীৰপৰা অৱসৰ লৈছে, সকলোৱে তেওঁক 'প্ৰুচিয়াৰ ৰজা' বুলিয়েই মাতে। মানুহজন বুদ্ধিমান, কিন্তু বিকাৰগ্ৰস্ত আৰু বিৰক্তিকৰ। বেচেৰী ছোৱালীজনী বৰ দুখ-কষ্টৰ মাজত আছে। তাইৰ এজন ভায়েক আছে। আপুনি বোধহয় তাক চিনি পায়, অলপতে সি লিজা মীনেনক বিয়া কৰাইছে। ল'ৰাজন কুতুজভৰ এড্-ডি-কং; আজি সি ইয়ালৈ আহিব।"

হঠাৎ প্ৰিন্সেস আন্না পাভ্‌লভ্‌নাৰ হাতখনত চেপি ধৰি যি কাৰণতেই হওক ফিচ্‌ফিচ্‌কৈ কলে, "শুনক আন্নেৎ ডাভ্‌ৰীয়ানী, এই ব্যৱস্থাটো আপুনি কৰি দিয়ক, তেতিয়াহলে চিৰদিনৰ কাৰণে মই আপোনাৰ নিকিনা গোলাম হৈ থাকিম। ছোৱালী-জনী ধনী, বংশও ভাল, আৰু মযো তাকেই বিচাৰো।"

তাৰপিছত তেওঁৰ নিজা সহজ ভঙ্গিত ভদ্ৰমহিলাৰ হাতখন লাহেকৈ নিজৰ ওঁঠৰ ওচৰত তুলি ধৰি চুমা খালে আৰু এটা দীঘলকৈ উশাহ এৰি চোফাত আউজি মুখ ঘূৰাই বহি ৰ'ল।

অলপ ভাবি আন্না পাভ্‌লভ্‌নাই কলে, "শুনক, আজিয়েই মই ভেকা বল্‌কন্‌স্কিৰ ঘৈণীয়েক লিচাৰ লগত কথা পাতিম; আশাকৰো ব্যৱস্থাটো হৈ যাব। আপোনাৰ পৰিয়ালৰ পক্ষ লৈয়ে মই ঘটকালিৰ কামত শিক্ষা আৰম্ভ কৰি দিম।"

[ দুই ]

আন্না পাভ্‌লভ্‌নাৰ চ'ৰাঘৰ ক্ৰমেই নিমন্ত্ৰিত আলহীৰে ভৰি পৰিল। পিটাৰ্চবুৰ্গৰ একেবাৰে ওপৰমহলটোৱেই তাত উপস্থিত: তাত আহি গোটখোৱা লোকসকলৰ ভিতৰত বয়স আৰু চৰিত্ৰৰ পাৰ্থক্য বহুত, কিন্তু সামাজিক মৰ্য্যাদাৰ ক্ষেত্ৰত সকলো একে শ্ৰেণীৰ। প্ৰিন্স ভাচিলিৰ ৰূপহী জীয়েক হেলেন আহিছে তেওঁৰ দেউতাকক দূতাবাসৰ অনুষ্ঠানলৈ লৈ যাবলৈ। হেলেনে বল-নাচৰ সাজ-পাৰ পিন্ধি আৰু বুকুৰ একাষে প্ৰধান অতিথিৰ ব্যাজ লগাই সাজি-কাচি আহিছে। পিটাৰ্চবুৰ্গৰ আটাইতকৈ মনোৰমা যুৱতী প্ৰিন্সেচ বল্‌কন্‌স্কায়াও আহিছে। যোৱা শীতকালত তেওঁৰ বিয়া হৈছে; গা-গধূৰ হোৱাৰ লক্ষণ দেখা দিয়া বাবে আজিকালি তেওঁ ডাঙৰ সমাবেশলৈ নাযায়, অকল সৰুসুৰা অনুষ্ঠানতহে যোগ দিয়ে। প্ৰিন্স ভাচিলিৰ পুতেক হিপোলিৎ আহিছে মাৰ্তে-মাৰ্তক লগত লৈ; তেওঁক হিপোলিতে সকলোৰে লগত চিনাকি

কৰি দিলে। মঠৰ অধ্যক্ষ মোৰিও আৰু অন্যান্য বহু বিশিষ্ট লোকও আহিছে।

নতুন কোনোবা আহিলেই আন্না পাভ্‌লভ্‌নাই তেওঁক কয়, "মোৰ মাহীৰ লগত্‌তো এতিয়াও আপোনাৰ দেখাই হোৱা নাই" অথবা কব "মোৰ মাহীক আপুনি চিনি নাপায় নেকি?" এই বুলি গহীন হৈ তেওঁক সেই বৃদ্ধা মহিলাৰ সমুখত নি হাজিৰ কৰিছে। টুপীত এটা বিৰাট ফিটাৰ 'বো' লগাই মহিলাগৰাকী ঘৰৰ মাজ-মজিয়াত বহি আছে; লাহে লাহে প্ৰত্যেক গৰাকী আলহীৰ নাম ঘোষণা কৰিয়েই আন্না তাৰপৰা গুচি যায়গৈ।

অতিথিসকলৰ কোনেও এই বুঢ়ী মহিলাগৰাকীক চিনি নাপায়, চিনি পাব নোখোজে, তেওঁক কোনো মূল্যও নিদিয়ে; তথাপি প্ৰত্যেকেই সাদৰ সম্ভাষণ জনাইছে, আৰু আন্না পাভ্‌লভ্‌নাই নীৰৱে সকলো লক্ষ্য কৰিছে। মাহীয়েকেও প্ৰত্যেকৰে লগত সেই একে কথাকে কৈছে, সেই একেই পাৰস্পৰিক স্বাস্থ্যৰ কথা।

যুৱতী প্ৰিন্সেচ বল্কন্‌স্কায়াই গুণাৰ বন কৰা ভেলভেটৰ মোনাত কিছুমান কামৰ নমুনা লৈ আহিছে। এই অপৰূপ যুৱতী তিৰোতাগৰাকীক দেখি সকলোৰে মুখবোৰ উজ্জ্বল হৈ উঠিল—অতি সোনকালেই তেওঁ সন্তানৰ জননী হব, অথচ কেনেকুৱা প্ৰাণশক্তি আৰু ভৰপূৰ স্বাস্থ্য, কেনেকুৱা অনায়াসে তেওঁ এই ভাৰ কঢ়িয়াই লৈ ফুৰিছে। তেওঁৰ লগত কিছু সময় কটালে, তেওঁৰ লগত কিছু সময় কথা-বতৰা পাতিলে আনকি বুঢ়া আৰু মন-মৰা ভেকাবো যেন প্ৰাণশক্তি আৰু স্বাস্থ্য ভৰপূৰ হৈ উঠে, দিনটো উৎসাহ আৰু আনন্দৰ মাজেৰে পাৰ হয়।

প্ৰিন্সেচে তেওঁৰ স্বভাবসুলভ ভঙ্গিৰে কেইখোজমান আগবাঢ়ি গৈ ৰূপৰ চামোভাৰটোৰ ওচৰত থিতাতে পাকটো মাৰি এনেকুৱা মনোৰম ভঙ্গিত বহিল দেখি সকলোৱে মুগ্ধ হ'ল। সযতনে হাতত লৈ অহা মোনাটো খুলি, তাৰ ভিতৰৰপৰা বস্তুবোৰ উলিয়াই লৈ সকলোকে তেওঁৰ ওচৰলৈ মাতি কথাচীতে কলে, "মোৰ কামবোৰ মই লগত লৈ আহিছো। চাওক আনেট, আশাকৰো মোৰ লগত ধেমালি কৰা নাই। চিঠিত লিখিছে,

এটা সৰু সাধাৰণ অনুষ্ঠান হব, আৰু সেই কাৰণেই নেদেখিছে নে মই কেনেকুৱা বাজে সাজ-পোছাক পিন্ধি আহিছো।"

আন্না পাভ্লভ্নাই উত্তৰ দিলে, "যিয়েই নিপিন্ধা কিয় তথাপি তুমি আন সবাতোকৈ সুন্দৰী।"

এগৰাকী জেনেৰেলৰ ফালে ঘূৰি চাই সেই একে সুৰতেই প্ৰিন্সেচে ফৰাচী ভাষাতেই কলে, "ভাওৰীয়া, আপুনি জানেনে যে মোৰ স্বামীয়ে মোক এৰি থৈ গুচি যাবলৈ ওলাইছে? তেওঁতো যাবলৈ ওলাইছে নিজকে খুন কৰিবৰ বাবে। আপুনিয়েই বাৰু কওকচোন, এই দুৰ্ভগীয়া যুদ্ধৰপৰা লাভ কি হব?" প্ৰিন্স ভাচিলিৰ ফালে ঘূৰি চাই তেওঁ সুধিলে; তাৰপিছত উত্তৰৰ বাবে অপেক্ষা নকৰি তেওঁ নিজৰ জীয়েক সুন্দৰী হেলেনৰ ফালে মুখ ঘূৰালে।

প্ৰিন্স ভাচিলিয়ে আন্না পাভ্লভ্নাক কলে, "এই সৰু প্ৰিন্সেচজনী সঁচাকৈয়ে ইমান মনোমোহা!"

তাৰপিছতেই তাত আহি উপস্থিত হ'ল সবল-সুস্থ মজবুত গঢ়নৰ এগৰাকী ডেকা। চুলি চুটিকৈ কটা, চকুত চচমা, পোছাক-পাতি অভিজাত সুলভ—ব্ৰীচেচ আৰু বাদামী ৰঙৰ ড্ৰেচ-কোট। এই ডেকাজন হ'ল কেথাৰিনৰ সমসাময়িক বিখ্যাত জমিদাৰ কাউণ্ট বেজুকভৰ অবৈধ সন্তান। জমিদাৰগৰাকীয়ে এতিয়া মুমূৰ্ষু অৱস্থাত মস্কোত দিন কটাইছে। ডেকাজনে এতিয়াও সামৰিক বা অসামৰিক কোনো চাকৰিতেই যোগ দিয়া নাই, কাৰণ নিচেই অলপ দিন আগতে তেওঁ বিদেশৰপৰা উভতি আহিছে; বিদেশতেই তেওঁ লেখাপঢ়া শিকিছে; ইয়াৰ সমাজত এয়ে তেওঁৰ প্ৰথম আবিৰ্ভাৱ। সান্ধ্যসভাৰ নিম্নতম মৰ্যাদাৰ অধিকাৰী লোকৰ দৰেই মাত্ৰ অলপমান মূৰটো দুপিয়াই আন্না পাভ্লভ্নাই তেওঁক অভ্যৰ্থনা জনালে। কিন্তু এই নিম্ন মানৰ অভ্যৰ্থনা সত্ত্বেও পিয়েৰক ঘৰৰ ভিতৰত সোমোৱা দেখিয়েই মহিলাগৰাকীৰ মুখ-মণ্ডলত এনেকুৱা এক উদ্বেগ আৰু আতংকৰ ছাঁ ফুটি উঠিল যেন মানুহজন এই ঘৰৰ তুলনাত বহুত ডাঙৰ, যেন এই ঘৰত তেওঁক নুওৱায়। ঘৰত সমবেত হোৱা প্ৰত্যেকজন অতিথিতকৈয়ে

এই ডেকাজনৰ চেহেৰা আকাৰত ডাঙৰ। কিন্তু মহিলাগৰাকীৰ উদ্বেগৰ কাৰণ বেলেগ; ডেকাজনৰ মুখৰ ভাব লাজুক অথচ সপ্ৰতিভ, কিন্তু তেওঁৰ পৰ্যবেক্ষণশীল আৰু স্বাভাৱিক ভাবটোৱে তেওঁক সেই সাক্ষ্যসভাৰ আন সকলোৰে মাজত বিশিষ্ট কৰি তুলিছে।

ডেকাজনক মাহীয়েকৰ ওচৰলৈ নিবৰ সময়ত তেওঁৰ মুখলৈ ভয়ে ভয়ে চাই আন্না পাভ্‌লভ্‌নাই কলে, "মঁচিয় পিয়েৰে যে এজনী পঙ্গু মহিলাক চাবলৈ ইয়ালৈ আহিছে তাৰ কাৰণে মই বৰ সুখী হৈছো।"

যেন কাৰোবাক বিচাৰিছে এনেভাৱে চাৰিওফালে চকু ফুৰাই চাই চাই পিয়েৰে বিৰ্ বিৰ্কৈ কি যে কলে একো বুজিব পৰা নগ'ল। মাহীয়েকৰ ওচৰলৈ গৈ থাকোঁতে পিয়েৰে মিচিকিয়াই হাঁহি সৰু প্ৰিন্সেচক অভিবাদন জনালে; যেন তেওঁলোকৰ দুয়োৰে মাজত পৰিচয় অতি ঘনিষ্ঠ।

আন্না পাভ্‌লভ্‌নাৰ ভয়টো অমূলক নহয়; মহামান্যা সম্ৰাজ্ঞীৰ স্বাস্থ্য সম্পৰ্কে মাহীয়েকে যেতিয়া কব ধৰিছিল তেতিয়া তেওঁৰ কথাৰ কোনো উত্তৰ নিদি পিয়েৰে মুখ ঘূৰাই ললে। তাকে দেখি আন্না পাভ্‌লভ্‌নাই ভয়ে ভয়ে কৈ উঠিল:

"আপুনি মঠাধ্যক্ষ মোৰিওক চিনি পায় নেকি? তেওঁ বৰ আমোদপ্ৰিয় মানুহ।"

"হয়, তেওঁৰ শাশ্বত শান্তি প্ৰতিষ্ঠাৰ পৰিকল্পনাৰ কথা মই শুনিছো; পৰিকল্পনাটো আকৰ্ষণীয়, কিন্তু বাস্তৱত মুঠেই সম্ভৱপৰ নহয়।"

ঘৰৰ গৰাকিনীৰ কৰ্তব্য সম্পৰ্কে সচেতন থাকিও আন্না পাভ্‌লভ্‌নাই কোনোমতে উত্তৰ দিলে, "আপোনাৰ বোধহয় সেইটোৱেই ধাৰণা!" পিয়েৰে কিন্তু এইবাৰ ভদ্ৰতাবিৰুদ্ধ কাম কৰি পেলালে। প্ৰথমে এক মহিলাৰ কথা শেষ হোৱাৰ আগতেই তেওঁৰ ওচৰৰপৰা গুচি আহিছিল, আৰু এতিয়া বিজনে গুচি যাব খুজিছে তেওঁক ধৰি ৰাখি কথা শুনোৱাতহে ব্যস্ত হৈ পৰিল। মূৰ দুপিয়াই দুপিয়াই হাত জোকাৰি তেওঁ

বুজাবলৈ আৰম্ভ কৰি দিলে কিয় তেওঁ 'আৰে'ৰ পৰিকল্পনাক অলীক কল্পনাবিলাস বুলি ভাবে।

আন্না পাভ্লভ্নাই হাঁহি হাঁহি কলে, "এই সম্পৰ্কে আলোচনা কৰা যাব বাৰু।"

ডেকাজনৰ হাতৰপৰা ৰেহাই পাই তেওঁ আকৌ ঘৰৰ গৰাকিনীৰ কৰ্তব্য পালনত তৎপৰ হৈ উঠিল। চ'ৰাঘৰৰ ভিতৰত সকলোৰে ওপৰত তেওঁৰ চকু-কাণ সমানে সজাগ। কলটো চলাই দি সূতাকলৰ ফোৰমেনে সূক্ষ্ম পৰ্যবেক্ষণ আৰু হস্তক্ষেপৰ দ্বাৰা প্ৰত্যেকটো যন্ত্ৰপাতি সচল আৰু সক্ৰিয় কৰি ৰখাৰ দৰে আন্না পাভ্লভ্নায়ো তেওঁৰ ঘৰৰ এই সান্ধ্যসভাখনক ঘূৰি ঘূৰি সতেজ আৰু প্ৰাণবন্ত কৰি ৰাখিবলৈ যত্ন কৰিছে— ক'ৰবাত নীৰৱ হৈ পৰা আলোচনাক সৰৱ কৰি তুলিছে, ক'ৰবাত উত্তেজিত হৈ উঠা পৰিস্থিতিক সংযত কৰি আনিছে তেওঁৰ কৌশলী হস্তক্ষেপৰ দ্বাৰা। কিন্তু তেওঁৰ এই সকলো ব্যস্ততাৰ মাজতো পিয়েৰৰ কাৰণে তেওঁৰ উদ্বেগ স্পষ্টভাৱেই ফুটি উঠিছে তেওঁৰ চকু-মুখে। পিয়েৰ যেতিয়াই মৰ্তেমাৰ্তৰ দলৰ ওচৰত অথবা মঠাধ্যক্ষৰ দলৰ ওচৰলৈ যায় তেতিয়াই তেওঁ চকু-কাণ থিয় কৰি সেইফালে লক্ষ্য ৰাখে।

পিয়েৰে লিখা-পঢ়া শিকিছে বিদেশত। ৰাচিয়ালৈ উভতি আহি তেওঁ আন্না পাভ্লভ্নাৰ পাৰ্টিতেই প্ৰথম যোগ দিলে। তেওঁ জানিছিল, পিটাৰ্চবুৰ্গৰ সকলো গুণী-জ্ঞানী আৰু বিশিষ্ট বুদ্ধিজীৱী লোকৰ সমাবেশ ঘটিব এই পাৰ্টিত; সেয়ে পুতলাৰ দোকানত কৌতূহলী শিশুৰ দৰে কোন ফাল এৰি কোন ফালে চাব তাকেই ঠিক কৰিব পৰা নাই, মনত ভয় জানোচা কোনো কুশলী আলোচনা আৰু মন্তব্য নুশুনাকৈ থাকি যায়। সমবেত সকলো মানুহৰ মুখতেই যি আত্ম-বিশ্বাস আৰু দৃঢ় ভাব ফুটি উঠা তেওঁৰ চকুত পৰিছে তাৰ কাৰণে তেওঁৰ মনত ধাৰণা হৈছে হয়তো কোনো গুৰুত্বপূৰ্ণ কথা তেওঁ শুনিবলৈ পাব। অৱশেষত তেওঁ মোৰিওৰ ওচৰত গৈ উপস্থিত হ'ল। ইয়াৰ আলোচনাটো তেওঁৰ ওচৰত মনোগ্ৰাহী যেন লাগিল; সেয়ে তাত যোগ দিয়া আন আন ডেকাসকলৰ নিচিনাকৈ

তেওঁৰে৷ নিজৰ মত প্ৰকাশ কৰিবৰ বাবে সুযোগৰ অপেক্ষা কৰিবলৈ ধৰিলে।

[ তিনি ]

আয়া পাভ্‌লভ্‌নাৰ পাৰ্টি পূৰ্ণ মাত্ৰাই চলিছে। চাৰিওফালে (সূতাকলৰ) মহৰাবোৰে অবিৰামভাৱে গুণগুণ কৰিব ধৰিছে। একমাত্ৰ ব্যতিক্ৰম মাহীয়েকগৰাকী। তেওঁৰ চিন্তাগধুৰ শুকান মুখ এই উৎফুল্ল সমাগমৰ মাজত অলপো খাপ খোৱা নাই। অকল আন এগৰাকী বয়সিয়াল মহিলা তেওঁৰ ওচৰত বহি আছে। তাৰ বাহিৰে বাকী সকলো মানুহ তিনিটা দলত ভাগ হৈ জুম বান্ধিছে। এটা দলত গোটখোৱা দেখা গৈছে বিশেষকৈ মতা-মানুহবিলাক; তেওঁলোক সমবেত হৈছে মঠাধ্যক্ষক কেন্দ্ৰ কৰি। বিশেষকৈ ডেকাসকলৰ আন এটা দল প্ৰিন্স ভাচিলিৰ ৰূপহী জীয়েক প্ৰিন্সেচ হেলেন আৰু বয়সৰ তুলনাত অলপ বেছি শকত-আৱত অতি ৰূপৱতী সৰু প্ৰিন্সেচ বল্কন্‌স্কায়াক মাজত লৈ চাৰিও ফালে বহিছে। তৃতীয় দলটো গঢ়ি উঠিছে মাৰ্তেমাৰ্ত আৰু আয়া পাভ্‌লভ্‌নাক কেন্দ্ৰ কৰি।

ভাইকোঁত্‌ এজন ধুনীয়া ডেকা; কমনীয় চকু-মুখ, মাৰ্জিত আচৰণ; নিজক খ্যাতিমান বুলি ভাবিলেও ভদ্ৰতাৰ খাতিৰত যি দলত তেওঁ বহিছে তাৰ লগতেই নিজক খাপ খুৱাই লৈছে। আয়া পাভ্‌লভ্‌নায়ো সমবেত অতিথিসকলৰ আগত দৰ্শনীয় বস্তু হিচাপেই তেওঁক উপস্থিত কৰিছে। নিমন্ত্ৰিত অতিথিক উৎকৃষ্ট খাদ্যবস্তু পৰিবেশন কৰাৰ দৰে আয়া পাভ্‌লভ্‌নাই সকলোৰে মাজত আনি দিছে বিশিষ্ট বস্তু হিচাপে প্ৰথমে ভাইকোঁতক আৰু পিছত মঠাধ্যক্ষক। মাৰ্তেমাৰ্তৰ দলে লগে লগেই দুক্‌ দ'এন্‌ঘিনৰ হত্যাৰ বিষয়ে আলোচনা আৰম্ভ কৰি দিলে। ভাইকোঁতে কলে যে, দুক্‌ দ'এন্‌ঘিন তাৰ নিজৰ উদাৰতাৰ

কাৰণেই মৃত্যু মুখত পৰিছে; তাৰ প্ৰতি বোনাপাৰ্টৰ বিদ্বেষৰো বিশেষ কাৰণ আছিল।

আন্না পাভ্লভ্নাই আনন্দিত মনে কলে, "নিশ্চয়, নিশ্চয়! সেই বিষয়ে সকলো কথা আমাক কওক ভাইকোঁত্।"

ভাইকোঁতে কৰলৈ সম্মতি জনালত আন্নাই সেই কাহিনী শুনিবৰ বাবে সকলোকে মাতি আনি তাত গোট খুৱালে।

এজন অতিথিক তেওঁ ফুচ্ফাচ্ কৰে কাণে কাণে কলে, "দুকৰ লগত ভাইকোঁতৰ ব্যক্তিগত চা-চিনাকি আছিল।" আন এজনক কলে, "বক্তা হিচাপেও ভাইকোঁত বৰ ভাল।" আৰু তৃতীয়জনক কলে, "একেবাৰেই ওপৰ–মহলত তেওঁৰ আহ্-যাহ্।"

গল্প কৰৰ বাবে সাজু হৈ ভাইকোঁতে মিচিকিয়াই হাঁহিলে।

"হেৰা হেলেন, তুমি ইয়াতে আহি বহাহি," যি ৰূপৱতী যুৱতী প্ৰিন্সেচগৰাকী আন এটা দলৰ মধ্যমণি হৈ অলপ আঁতৰত বহি আছিল, আন্না পাভ্লভ্নাই তেওঁকো তাত আহি বহিবলৈ মাতিলে।

প্ৰিন্সেচে হাঁহিলে। যি মোহনীয়া হাঁহিটি মুখত বিৰিঙাই তেওঁ এই ঘৰত আহি সোমাইছিল, সেই অপৰিবৰ্তনীয় হাঁহিটি মুখত লৈয়ে তেওঁ থিয় হ'ল। গাউনৰ মৃদু খচ্মচ্ শব্দ তুলি, বগা উজ্জ্বল কান্ধ, চিকচিকীয়া চুলি, জলমলীয়া হীৰাৰ জ্যোতি উজলাই, প্ৰিন্সেস সমবেত পুৰুষবিলাকৰ মাজেৰে আগুৱাই আহিল। সকলোৱে তেওঁক বাট এৰি দিলে, কিন্তু প্ৰিন্সেচে কাৰো মুখলৈ নাচাই মাত্ৰ হাঁহিটি বিলাই আগবাঢ়ি আহি থাকিল। সেই কালৰ প্ৰচলিত ধুন অনুসৰি নিজৰ সুন্দৰ দেহা, সুঠাম কান্ধ, পিঠি আৰু বুকু তেওঁ এনেভাৱে মুকলি কৰি ৰাখিছে যাতে সকলোৱে সেইবোৰৰ সৌন্দৰ্য্যৰ প্ৰশংসা কৰাৰ সুযোগ পায়। হেলেনৰ ৰূপ এনেকুৱা মোহনীয় যে তেওঁৰ চলন-ফুলনত কোনো প্ৰকাৰ বাচালতাৰ চিনতো নাছিলেই, বৰঞ্চ দেখি ধাৰণা হ'ল নিজৰ অনিন্দ্য সুন্দৰ বিজয়িনী ৰূপ সম্পৰ্কে তেওঁ যেন অলপ সংকোচগ্ৰস্ত। তেও যেন তেওঁৰ ৰূপৰ প্ৰভাৱক হ্ৰাস কৰিব বিচাৰে, কিন্তু নোৱাৰে।

থিয়ে তেওঁক দেখে তেৱেঁই কয়, "আ-হা কি অপূৰ্ব !" প্ৰিন্সেচে গৈ ভাইকোঁতৰ সমুখৰ আসনত বহিল, তেওঁৰ মুখৰ ফালে চাই মিচিকিয়াই হাঁহিলে—তেওঁৰ স্বভাৱসুলভ সেই বিশেষ হাঁহিটো। ভাইকোঁতে চঁক্‌খাই উঠি তলমূৰ কৰিলে, যেন তেওঁ কিবা এটা অসাধাৰণ বস্তুহে দেখিলে।

তাৰপিছত মূৰ দাঙি হাঁহি হাঁহি তেওঁ কলে, "ম্যাডাম, এনেকুৱা বিশিষ্ট শ্ৰোতাসকলৰ আগত কোনো কথা কোৱাৰ সামৰ্থ্য সম্পৰ্কে মোৰ নিজৰেই সন্দেহ আছে।"

প্ৰিন্সেচে কোনো উত্তৰ নিদিলে, উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰিলে। দেখা গ'ল তেওঁ নিজক লৈয়ে ব্যস্ত—থাকি থাকি পোছাকৰ ভাজবোৰ আৰু উন্মুক্ত বুকুৰ ওপৰত হীৰাৰ হাৰ-ডাল ঠিক কৰি লৈছে। আলোচনাত তেওঁৰ বিশেষ মনোযোগ নাই। মুখত কিন্তু তেওঁৰ সেই বিশেষ হাঁহিটো অনবৰত আছেই।

সৰু প্ৰিন্সেচ বল্‌কনস্কায়ায়ো হেলেন অহা দেখি চাহৰ টেবিলৰপৰা উঠি আহিছিল।

"অলপ ৰব, ময়ো আহিছো," বুলি তেওঁ ভাইকোঁতক উদ্দেশ্য কৰি কলে, তাৰপিছত ভায়েক প্ৰিন্স হিপোলিতক তেওঁৰ চিলাইৰ মোনাটো আনিবলৈ কৈ ভাইকোঁতৰ ওচৰত আহি বহিল। হিপোলিতে চিলাইৰ মোনাটো আনি বায়েকৰ হাতত দি এখন চকী টানি আনি ওচৰতে বহিলহি।

হিপোলিতক দেখিলে আচৰিত হব লাগে। ৰূপৱতী বায়েক-জনীৰ লগত তেওঁৰ অসাধাৰণ মিল, তথাপিতো তেওঁ অতি কুৎচিত। বায়েকৰ দৰেই তেওঁৰো চকু-মুখ; কিন্তু বায়েকৰ ক্ষেত্ৰত সেই মুখ আনন্দত, আত্ম-তৃপ্তিত, যৌৱনত সদায় প্ৰাণ-বন্ত, হাঁহিত আৰু আশ্চৰ্য এক উচ্চ-পৰ্যায়ৰ দৈহিক সৌন্দৰ্যৰে উজ্জল; কিন্তু ভায়েকৰ ক্ষেত্ৰত সেই মুখ অপদাৰ্থ, জোৰ কৰি আত্ম-বিশ্বাস আনিব খোজাৰ ফলত মুখখন হৈ পৰিছে কিছু কৰ্কশ; তেওঁৰ শাৰীৰিক গঠনো ক্ষীণ-পাতল আৰু দুৰ্বল। তেওঁৰ চকু, নাক, মুখ সকলো যেন এক অৰ্থহীন বিষাদ-বিকৃতিৰে

ডৰা ; হাত আৰু ভৰিৰ আকৃতি-প্ৰকৃতিও যেন কেনেকুৱা অস্বাভাৱিক।

"আপুনি এতিয়া এটা ভূতৰ গল্প কব নেকি?" ভাইকোঁতৰ উদ্দেশ্যে এইবুলি কৈয়ে হিপোলিতে লৰালৰিকৈ তেওঁৰ চচমা-যোৰ ঠিকঠাক কৰি ললে, যেন এই যন্ত্ৰটো নহলে তেওঁ একো-ৰেই শুনিবলৈ নাপায়।

ভাইকোঁতে তৎক্ষণাৎ উত্তৰ দিলে, "কেলেই ভূতৰ গল্প শুনাত আপত্তি আছে নেকি?"

"আছে, কাৰণ ভূতৰ গল্প মই ঘিণ কৰো," প্ৰিন্স হিপো-লিতে এনেভাৱে কথাষাৰ কলে যেন তেওঁ নিজ মুখে উচ্চাৰণ কৰিলেহে কথাষাৰৰ অৰ্থ বুজিব পাৰে। তেওঁ পিন্ধিছে গাঢ়-সেউজীয়া ৰঙৰ ফ্ৰক-কোট, পাতল ৰঙৰ ব্ৰীচেচ, বক্লচ্ লগোৱা জোতা আৰু চিল্কৰ মোজা।

ভাইকোঁতে ধুনীয়াকৈ কাহিনীটো কলে। ঘটনাটো তেতিয়া ৰৰকৈ প্ৰচলিত আছিল। দুক্ দ'এন্‌জিন গোপনে পেৰিলৈ গৈছিল মদ্‌ময়জেল জৰ্জৰ লগত দেখা কৰিবলৈ। তাত বোনা-পাৰ্টৰ লগত তেওঁৰ দেখা হৈ যায়, বোনাপাৰ্টো আছিল সেই বিখ্যাত অভিনেত্ৰী গৰাকীৰ অনুকম্পাৰ অংশীদাৰ ; দুকক দেখা পোৱাৰ লগে লগেই বোনাপাৰ্টে তেওঁৰ পুৰণি মূৰ্চ্ছাৰোগত আক্ৰান্ত হৈ পৰে, আৰু তাৰ ফলত বোনাপাৰ্ট দুকৰ একেবাৰেই হাতৰ মুঠিত আহি পৰে। কিন্তু তেওঁ বোনাপাৰ্টক এৰি দিয়ে, আৰু পৰৱৰ্তীকালত বোনাপাৰ্টে মৃত্যুৰ দ্বাৰা সেই উদাৰতাৰ প্ৰতিদান দিয়ে।

গল্পটো যেনেকুৱা সুন্দৰ, তেনেকুৱাই আকৰ্ষণীয়, বিশেষকৈ যেতিয়া দুই প্ৰতিদ্বন্দ্বীয়ে পৰস্পৰক চিনিব পাৰিলে সেই অংশটো ; কাহিনীৰ সেই অংশ শুনিবৰ সময়ত মহিলাসকল ভীষণ উত্তে-জিত হৈ পৰিল।

সৰু প্ৰিন্সেচৰ ক্ষালে চাই আন্না পাভ্‌লভ্‌নাই কৈ উঠিল, "আ-হা অপূৰ্ব !"

"সঁচাকৈয়ে অপূৰ্ব !" লাহেকৈ কথাষাৰ কৈ সৰু প্ৰিন্সেচে হাতৰ চিলাইটোত মনোযোগ দিলে, যেন গল্পৰ আকৰ্ষণত ইমান সময় চিলাই কৰাটো বন্ধ হৈ গৈছিল।

এই নীৰৱ প্ৰশংসাক সাদৰে গ্ৰহণ কৰি তাইকোঁতে কৃতজ্ঞতাত হাঁহিলে, তাৰপিছত আকৌ গল্প আৰম্ভ কৰিবলৈ সাজু হওঁতেই আম্না পাড্‌লভ্‌নাই লক্ষ্য কৰিলে যে ডেকাজনে মঠাধ্যক্ষৰ লগত অত্যন্ত উদ্ধতভাৱে আৰু চিএৰি চিএৰি কথা কব ধৰিছে। গতিকে তেওঁ লৰালৰিকৈ মঠাধ্যক্ষৰ উদ্ধাৰৰ বাবে আগবাঢ়ি গ'ল। শক্তি-সাম্যৰ সমস্যাক লৈ পিয়েৰে মঠাধ্যক্ষৰ লগত আলোচনা আৰম্ভ কৰিছে, আৰু মঠাধ্যক্ষইও ডেকাজনৰ সৰলতা আৰু আগ্ৰহ দেখি নিজৰ প্ৰিয় মতবাদটো তেওঁক বুজাই দিব ধৰিছে; দুয়োজনেই সমান আগ্ৰহেৰে আৰু স্বাভাৱিকভাৱে কথা কৈছে আৰু শুনিছে; তথাপি আন্না পাড্‌লভ্‌নাৰ আপত্তি।

মঠাধ্যক্ষই তেতিয়া কব ধৰিছে, "ইউৰোপৰ শক্তি-সাম্য আৰু জনগণৰ অধিকাৰেই পথ। এতিয়া মাত্ৰ প্ৰয়োজন বাচিয়াৰ দৰে কোনো শক্তিশালী জাতিয়ে—যদিও তাক বৰ্বৰ বুলি কোৱা হয়—নিস্বাৰ্থভাৱে আগুৱাই আহি এটা মিত্ৰ-শক্তিৰ নেতৃত্ব গ্ৰহণ কৰক, তাৰ লক্ষ্য হওক ইউৰোপত শক্তি-সাম্যক অক্ষুণ্ণ ৰখা, তেতিয়া হলেই সেই মিত্ৰশক্তিয়ে পৃথিৱীক ৰক্ষা কৰিব পাৰিব।"

"কিন্তু শক্তি-সাম্য কেনেকৈ অক্ষুণ্ণ ৰাখিব?" পিয়েৰে কবলৈ আৰম্ভ কৰিলে।

ঠিক সেই মুহূৰ্তত্তে আন্না পাভ্‌লভ্‌না তাত আহি উপস্থিত হ'ল; পিয়েৰৰ ফালে তীক্ষ্ণ দৃষ্টিৰে চাই এই ইটালীয় মানুহজনক তেওঁ সুধিলে, ৰাচিয়াৰ জলবায়ু তেওঁৰ কেনে লাগিছে। মুহূৰ্তৰ ভিতৰতে ইটালীয় মানুহজনৰ মুখৰ ভাব সলনি হৈ গৈ কোমল মিঠা মিঠা হৈ উঠিল; মহিলাসকলৰ লগত কথা কৰৰ সময়ত এইটোৱেই তেওঁৰ পক্ষে স্বাভাৱিক।

তেওঁ কলে, "যি সমাজত অভ্যৰ্থনা লাভ কৰাৰ সৌভাগ্য মোৰ হৈছে সেই সমাজৰ, বিশেষকৈ ইয়াৰ মহিলা সমাজৰ বুদ্ধি আৰু সংস্কৃতিৰ উৎকৰ্ষই মোক ইমানেই মুগ্ধ কৰিছে যে ইয়াৰ জলবায়ুৰ কথা ভবাৰ অৱসৰেই মই এতিয়াও পোৱা নাই।"

পিয়েৰ আৰু মঠাধ্যক্ষৰ ওপৰত নজৰ ৰখাৰ সুবিধাৰ বাবে

আন্না পাভ্‌লভ্‌নাই তেওঁলোক দুয়োজনকেই ডাঙৰ দলটোৰ মাজলৈ লৈ আহিল।

## [ চাৰি ]

ঠিক সেই সময়তেই আৰু এজন অতিথি চ'ৰাঘৰত আহি সোমাল ঃ সৰু প্ৰিন্সেসৰ গিৰিয়েক প্ৰিন্স আন্‌দ্ৰু বল্‌কন্‌স্কি। ধুনীয়া ডেকা, উচ্চতা মজলীয়া, চকু-নাক-মুখ সুগঠিত। ক্লান্ত, মুখৰ বিৰক্ত ভাব, ধীৰ-গহীন খোজ-কাটল ইত্যাদি সকলো ফালৰপৰাই তেওঁ তেওঁৰ কোমল বয়সীয়া প্ৰাণচঞ্চল ঘৈণীয়েক-জনীৰ সম্পূৰ্ণ বিপৰীত। তেওঁৰ ভাব-ভঙ্গি, চাৱনিৰপৰাই স্পষ্ট বুজিব পৰা গ'ল যে এই ঘৰত সমবেত হোৱা সকলোকে তেওঁ অকল চিনি পোৱাই নহয়, এওঁলোক আটাইবিলাকেই তেওঁৰ ওচৰত ইমানেই বিৰক্তিকৰ যে তেওঁলোকৰ মুখৰ ফালে চালেই বা কথা-বতৰা শুনিলেও তেওঁ অত্যন্ত ক্লান্তি বোধ কৰে। আৰু এই যে মুখবিলাক তেওঁৰ ওচৰত ইমান বিৰক্তিকৰ, তাৰ ভিতৰত বোধহয় আটাইতকৈ বেছি বিৰক্তিকৰ তেওঁৰেই সুন্দৰী ঘৈণীয়েকৰ মুখখনি। এনেকুৱা এটা মুখভঙ্গি কৰি প্ৰিন্স তেওঁৰ ঘৈণীয়েকৰ ওচৰৰপৰা আঁতৰি গ'ল যে তেওঁৰ সুন্দৰ মুখখনো যেন বিকৃত হৈ উঠিল। আন্না পাভ্‌লভ্‌নাৰ হাতত চুমা খাই তেওঁ তীক্ষ্ণ চাৱনিৰে এজন এজনকৈ সমবেত প্ৰত্যেকলৈ চাবলৈ ধৰিলে।

"আপুনি হেনো যুদ্ধলৈ যাবলৈ ওলাইছে প্ৰিন্স?" আন্না পাভ্‌লভ্‌নাই সুধিলে।

এজন ফৰাচী ভদ্ৰলোকৰ নিচিনাকৈ সেনাপতিৰ নামৰ শেষ অংশৰ ওপৰত জোৰ দি বল্‌কন্‌স্কিয়ে ফৰাচী ভাষাৰে কলে, "জেনাৰেল কুতুজভে মোক তেওঁৰ এড্‌-ডি-কং হিচাপে গ্ৰহণ কৰিছে।"...

"আৰু লিজা, আপোনাৰ ঘৈণী?"

"তেওঁ আমাৰ গাৱঁৰ ঘৰলৈ যাবগৈ।"

"আপোনাৰ মনোৰমা ঘৈণীজনীৰ সঙ্গৰপৰা আমাক বঞ্চিত কৰিবলৈ আপোনাৰ অলপো বেয়া লগা নাই নে?"

যেনেকৈ মন-ভুলোৱা ধৰণে আন সকলো পুৰুষৰ লগতে কথা কয়, তেনেকৈয়ে গিৰিয়েকক সম্বোধন কৰি সৰু প্ৰিন্সেচে কলে, "আন্দ্ৰে, মাদ্‌ময়জেল জৰ্জ আৰু বোনাপাৰ্টক লৈ এনেকুৱা এটা গল্প আমাক ভাইকোঁতে বসালকৈ কৈছে!"

প্ৰিন্স আন্দ্ৰুৱে ভ্ৰূ দুটা কোঁচাই মুখ ঘূৰাই ললে। প্ৰিন্স আন্দ্ৰু ঘৰৰ ভিতৰত আহি সোমাওঁতেই পিয়েৰে তেওঁক আগ্ৰহেৰে লক্ষ্য কৰিছিল: এইবাৰ তেওঁ আগবাঢ়ি আহি প্ৰিন্সৰ হাতখনত ধৰিলে। প্ৰিন্স আন্দ্ৰুৱে এইবাৰো তেওঁৰ ভ্ৰূ কোঁচালে; কোনোবাই হাতত ধৰিলেই তেওঁ বিৰক্তি বোধ কৰে; কিন্তু পিয়েৰৰ উজ্জ্বল মুখখনৰ ফালে চাই তেওঁৰ অজানিতে মুখত ফুটি উঠিল এটা সদয় হাঁহি।

"নমস্কাৰ ভাণ্ডৰীয়া!" এই বিৰাট আনন্দমুখৰ সান্ধ্য মজলিছত আপুনিও যোগ দিছে দেখিছো।" প্ৰিন্সে পিয়েৰক কলে।

"হয়," পিয়েৰে উত্তৰ দিলে, "মই জানিছিলো আপুনিও ইয়ালৈ আহিব। নৈশ ভোজতো মই আপোনাৰ লগত যোগ দিম। আপোনাৰ আপত্তি নাইতো?" যাতে ভাইকোঁতৰ গল্প কোৱাত অসুবিধা নহয় সেই কাৰণে লাহে লাহে তেওঁ কথাবোৰ কলে।

"নাই, নাই, একেবাৰেই নাই!" প্ৰিন্স আন্দ্ৰুৱে হাঁহি কৈ উঠিল; এনেভাৱে তেওঁ পিয়েৰৰ হাতখনত চেপি ধৰিলে যাতে বুজিব পাৰে যে এই ধৰণৰ প্ৰশ্ন কৰাৰ কোনো আৱশ্যকেই নাছিল। আৰু কিবা কোৱাৰ তেওঁৰ ইচ্ছা আছিল, কিন্তু ঠিক সেই মুহূৰ্ততে প্ৰিন্স ভাচিলি আৰু তেওঁৰ জীয়েক যাবলৈ ওলালত ডেকা দুজনে তেওঁলোকক বাট এৰি দিবলৈ আঁতৰি থিয় হ'ল।

ভদ্ৰতাৰ খাতিৰত ভাইকোঁত থিয় হ'লত প্ৰিন্স ভাচিলিয়ে ফৰাচী ভদ্ৰলোকগৰাকীক বন্ধুৰ দৰে হাতত ধৰি বহুৱাই দি কলে, "প্ৰিয় ভাইকোঁত, মোক ক্ষমা কৰিব। দুৰ্ভাগ্যবশতঃ দূতাবাসৰ ভোজ-সভাত যোগ দিব লাগিব কাৰণে এই আনন্দৰপৰা

মই বঞ্চিত হবলগীয়া হৈছে, লগতে আপোনালোকৰো আনন্দত ব্যাঘাত জন্মাবলৈ বাধ্য হৈছো ।" তাৰপিছত আন্না পাভ্‌লভ্‌নাৰ ফালে মুখ ঘূৰাই তেওঁ কলে, "আপোনালোকৰ মধুৰ সঙ্গ এৰি থৈ যাব লগা হৈছে কাৰণে সঁচাকৈয়ে মই বৰ দুঃখিত ."

তেওঁৰ জীয়েক প্ৰিন্সেচ হেলেনে এখন হাতেৰে গাউনটো লাহেকৈ অলপমান তুলি ধৰি চকীবোৰৰ ফাকেৰে আগুৱাই গ'ল ; তেওঁৰ মুখত এটি উজ্জ্বল হাঁহি বিৰিঙি উঠিল । হেলেনৰ ফালে চাই পিয়েৰৰ চকুত এনেকুৱা এটা উচ্ছ্বাস ফুটি উঠিল যেন তেওঁ ভয়হে খাইছে ।

"বেছ ধুনীয়া, নহয় নে !" ইঙ্গিতেৰে হেলেনক দেখুৱাই প্ৰিন্স আন্দ্ৰুৱে পিয়েৰক কলে ।

"হয় খুব ধুনীয়া" পিয়েৰে কলে ।

প্ৰিন্স ভাচিলিয়ে যাবৰ সময়ত পিয়েৰৰ হাতখন চেপি ধৰি আন্না পাভ্‌লভ্‌নাক কলেঃ "মোৰ হৈ এই ভালুকটোক শিকাই বুজাই অলপ মানুহ কৰি তোলক । সম্পূৰ্ণ এটা মাহ সি মোৰ লগত আছে, অথচ এই প্ৰথম মই তাক সামাজিক অনুষ্ঠানত যোগ দিয়া দেখিলো । এজন চফল ডেকাৰ পক্ষে সমাজত চতুৰ ৰমণীসকলৰ সান্নিধ্য অতি প্ৰয়োজন ।"

আন্না পাভ্‌লভ্‌নাই হাঁহি হাঁহি কথা দিলে যে তেওঁ পিয়েৰৰ ভাৰ ললে । তেওঁ জানে যে প্ৰিন্স ভাচিলিৰ লগত পিয়েৰৰ দেউতাকৰ সম্পৰ্ক আছে । যি বয়সিয়াল মহিলাগৰাকী বুঢ়ী মাহীয়েকৰ ওচৰত বহি আছিল তেওঁ লৰালৰিকৈ আগবাঢ়ি গৈ ওচৰৰ কুঠৰীটোত প্ৰিন্স ভাচিলিক লগ ধৰিলে । তেওঁৰ মুখত ফুটি উঠিছে উদ্বেগ আৰু ভয় ।

প্ৰিন্সক তেওঁ সুধিলে, "মোৰ ল'ৰা বৰিচৰ কি হ'ল প্ৰিন্স ? মইতো আৰু পিটাৰ্চবুৰ্গত থাকিব নোৱাৰো । উভতি গৈ বেচেৰা ল'ৰাটোক মই কি খবৰ কম আপুনি মোক কৈ দিয়ক ।"

প্ৰিন্স ভাচিলিয়ে অনিচ্ছাৰেহে মহিলাগৰাকীৰ কথা শুনিলে ; তেওঁৰ প্ৰতি তেনেকৈ ভদ্ৰ ব্যৱহাৰো নকৰিলে, বৰঞ্চ তেওঁৰ আচৰণত অলপ অধৈৰ্য্যৰ ভাবেই প্ৰকাশ পালে ; তথাপি মহিলা-

গৰাকীয়ে হাঁহি হাঁহি তেওঁৰ হাতখনত খামুচি ধৰিলে, যাতে তেওঁ গুচি যাব নোৱাৰে।

"সম্ৰাটক আপুনি যদি মাত্ৰ এবাৰ কয় তেনেহলেইতো লগে লগে তাক ৰক্ষীবাহিনীত বদলি কৰি দিয়া হ'ব, আৰু তাৰ কাৰণেতো আপোনাৰ কোনো ক্ষতি নহয়।" মহিলাগৰাকীয়ে কলে।

প্ৰিন্স ভাচিলিয়ে উত্তৰ দিলে, "বিশ্বাস কৰক প্ৰিন্সেচ, মোৰ দ্বাৰা যি যি কৰা সম্ভৱ সকলো মই কৰিবলৈ সাজু আছো, কিন্তু সম্ৰাটক কোনো অনুৰোধ কৰাটো মোৰ পক্ষে টান। মোৰ কথা শুনক, প্ৰিন্স গোলিৎচিনৰ দ্বাৰা কমিয়াণ্টচেভৰ ওচৰত আবেদন কৰক। সেইটোৱেই আটাইতকৈ ভাল উপায়।"

বয়সীয়াল মহিলাগৰাকী হ'ল প্ৰিন্সেচ দ্ৰুবেৎস্কায়া, ৰাচিয়াৰ এটা বিশিষ্ট পৰিয়ালৰ জীয়াৰী, কিন্তু এতিয়া তেওঁ দুখীয়া হৈ পৰিছে, দীৰ্ঘদিন সমাজৰ বাহিৰত থকাৰ ফলত আগৰ প্ৰভাৱ-প্ৰতিপত্তিও হেৰুৱাই পেলাইছে। একমাত্ৰ পুতেকটোৰ কাৰণে ৰক্ষীবাহিনীত এটা চাকৰি যোগাৰ কৰাৰ উদ্দেশ্যেই তেওঁ এতিয়া পিটাৰ্চবুৰ্গলৈ আহিছে। আচলতে অকল প্ৰিন্স ভাচিলিৰ লগত দেখা কৰিবৰ বাবেই তেওঁ আন্না পাভলভ্‌নাৰ এই সান্ধ্যসভাৰ নিমন্ত্ৰণ গ্ৰহণ কৰিছিল আৰু ইমান সময় তেওঁ ভাইকোঁতৰ গল্প শুনি আছিল। প্ৰিন্স ভাচিলিৰ কথাবোৰ শুনি তেওঁৰ ভয় লাগিল, তেওঁৰ একালৰ ধুনীয়া মুখখনক বিষাদৰ ছাঁই আবৰি পেলালে; কিন্তু সেয়া মাত্ৰ খন্তেকৰ বাবেহে, পিছ-মুহূৰ্ত্তে আকৌ হাঁহি মুখে তেওঁ প্ৰিন্স ভাচিলিৰ হাতখন আৰু জোৰে চেপি ধৰিলে:

"মোৰ কথা শুনক প্ৰিন্স," তেওঁ কবলৈ ধৰিলে। "আজিলৈকে মই আপোনাৰ ওচৰত একোৱেই বিচৰা নাই, আগলৈও কেতিয়াও একো নিবিচাৰিম। মোৰ দেউতাৰ লগত যে আপোনাৰ বন্ধুত্ব আছিল সেই কথাও মই কাহানিও আপোনাক সোঁৱৰাই দিয়া নাই। ঈশ্বৰৰ নামত এই এটিবাৰ মাত্ৰ আপোনাক অনুৰোধ কৰিছো, মোৰ ল'ৰাটিৰ কাৰণে এইকণ উপকাৰ

আপুনি কৰক — আৰু ইয়াৰ কাৰণে চিৰদিন আপোনাক আমাৰ উপকাৰী বন্ধু বুলি সুঁৱৰিম," থোকাথুকি মাতেৰে তেওঁ কথাবোৰ কলে। "নাই, আপুনি খং নকৰিব, মোক কথা দিয়ক! গোলিৎচিনক কৈছিলো, তেওঁ মোক ঘূৰাই পঠিয়াইছে। আপুনিতো চিৰদিনেই দয়ালু মানুহ, মোক আপুনি দয়া কৰক," দুই চকুৰে তেওঁৰ চকুলো ওলাই আহিছিল, তথাপি তেওঁ হাঁহিবলৈ চেষ্টা কৰি কথাবোৰ কলে।

• দুৱাৰৰ ওচৰত থিয় হৈ ধুনীয়া মুখখন ঘূৰাই প্ৰিন্সেচ হেলেনে কলে, "দেউতা, আমাৰ পলম হৈ যাব।"

সমাজৰ ওপৰত প্ৰভাৱ-প্ৰতিপত্তিয়েই মূলধন; ইয়াক অক্ষুণ্ণ ৰাখিবলৈ হলে যিমান দূৰ সম্ভৱ ইয়াৰ ব্যৱহাৰ কম কৰিব লাগে। প্ৰিন্স ভাচিলিয়ে এই কথা জানে। তেওঁ বুজে, যেয়ে যেতিয়াই বিচাৰিব তেতিয়াই তাৰ কথা ৰাখিবৰ বাবে তেওঁ যদি সম্ৰাটক অনুৰোধ কৰে, তেতিয়াহলেতো তেওঁ নিজৰ কাৰণে দৰকাৰৰ সময়ত একোৱেই বিচাৰিব নোৱাৰিব। সেই কাৰণে নিজৰ প্ৰভাৱ-প্ৰতিপত্তি খটোৱাৰ ক্ষেত্ৰত তেওঁ অলপ কৃপণতা অৱলম্বন কৰে। কিন্তু প্ৰিন্সেচ দ্ৰুবেৎস্কায়াৰ দ্বিতীয় আবেদনৰ পিছত তেওঁ যেন অলপ বিবেকৰ দংশন অনুভৱ কৰিলে। এটা সঁচা কথা কিন্তু মহিলাগৰাকীয়ে তেওঁক সোঁৱৰাই দিছে; জীৱনত উন্নতিৰ প্ৰথম ধাপৰ কাৰণে এই মহিলাগৰাকীৰ দেউতাকৰ ওচৰত তেওঁ সঁচাকৈয়ে ঋণী। তাৰ উপৰি, মহিলাগৰাকীৰ ভাব-ভঙ্গী দেখিয়েই তেওঁ বুজিব পাৰিছে যে এওঁ সেই মহিলা-সকলৰ ভিতৰৰে—বেছিভাগ ক্ষেত্ৰত মাকসকলৰ—এজন যিবিলাকে এবাৰ মনস্থিৰ কৰিলে উদ্দেশ্য সিদ্ধি নোহোৱালৈকে ক্ষান্ত নাথাকে, আৰু দৰকাৰ হলে দিনৰ পিছত দিন, ঘণ্টাৰ পিছত ঘণ্টা অবিৰামভাৱে চেষ্টা চলাই যাব পাৰে, আনকি তাৰ কাৰণে এটা হুলস্থূল লগাই দিবলৈও দ্বিধা-সংকোচ নকৰে। এই শেষ বিবেচনাটোৱেই প্ৰিন্স ভাচিলিক বিচলিত কৰিলে।

তেওঁ কলে, "মৰমৰ আন্না মিখাইলভ্না, আপুনি যিটো বিচাৰিছে সেইটো কাম কৰা মোৰ পক্ষে প্ৰায় অসম্ভৱ; কিন্তু আপোনাৰ প্ৰতি মোৰ অনুৰাগ আৰু আপোনাৰ দেউতাৰাৰ স্মৃতিৰ প্ৰতি

মোৰ শ্ৰদ্ধা প্ৰমাণ কৰিবৰ বাবে সেই অসম্ভৱ কামটোকে মই কৰিম – আপোনাৰ ন'ৰাক ৰক্ষীবাহিনীলৈ বদলি কৰা হব। আপোনাৰ এই কামটো কৰি দিয়াৰ দায়িত্ব মই ললো। এতিয়া আপুনি সুখী হৈছেতো?"

"শ্ৰদ্ধেয় উপকাৰী বন্ধু! আপোনাৰ ওচৰত ইয়াকেই মই প্ৰত্যাশা কৰিছিলো—আপোনাৰ দয়াৰ কথা মই জানো!" প্ৰিন্স ভাচিলি ওলাই যাবৰ বাবে ঘূৰি থিয় হ'ল।

"অলপ ৰব—মাত্ৰ আৰু এটা অনুৰোধ! সি যেতিয়া ৰক্ষী বাহিনীত বদলি হব ...," তেওঁ খন্তেক-পৰ বৈ তাৰপিছত কলে, "মাইকেল ইলাৰিওনভিচ কুতুজভৰ লগত তো আপোনাৰ সদ্‌ভাৱ আছেই... তেওঁক অলপ কৈ দিব যেন বৰিচক তেওঁৰ এড্‌জুটেন্ট কৰি লয়। সেয়ে হলে মই একেবাৰেই নিশ্চিন্ত হব পাৰো, আৰু তাৰপিছত ..."

প্ৰিন্স ভাচিলিয়ে হাঁহিলে, লগে লগে কলে, "নাই, নাই, সেই সম্বন্ধে মই আপোনাক কথা দিব নোৱাৰিম। আপুনি হয়তো নাজানে প্ৰধান সেনাপতিপদত নিযুক্ত হোৱাৰ পিছৰপৰাই কুতুজভে যে কতভাৱে বিৰক্ত হবলগা হৈছে। তেওঁ নিজে মোক কৈছে, মস্কোৰ সকলো মহিলাই তেওঁলোকৰ নিজৰ নিজৰ ল'ৰাক এড্‌জুটেন্ট কৰিবৰ বাবে তেওঁৰ হাতত তুলি দিয়াৰ ষড়যন্ত্ৰ কৰিছে।"

"নাই, আপুনি মোক কথা দিবই লাগিব! মই আপোনাক নেৰিম।..."

প্ৰিন্স ভাচিলিৰ সুন্দৰী জীয়েকজনীয়ে আগৰ দৰে একে সুৰতেই কলে, "দেউতা, আমাৰ পলম হৈ যাব।"

"বাৰু, তেনেহলে আহো! বিদায়! তাইৰ কথা শুনিলে নহয়?"

"তেনেহলে কালিলৈ আপুনি সম্ৰাটক কব তো?"

"নিশ্চয়; কিন্তু কুতুজভৰ সম্পৰ্কে মই কথা নিদিওঁ।"

"কথা দিয়ক, কথা দিয়ক ভাচিলি।" আন্না মিখায়লভ্‌নাই চিঞৰি কৈ উঠিল; তেওঁৰ ওঁঠত ফুটি উঠিল সেই গাভৰুসুলভ কপট প্ৰেমৰ হাঁহি বিটো তেওঁৰ বৰ্তমানৰ আদহীয়া বয়সৰ চিন্তাক্লিষ্ট মুখত একেবাৰেই অশোভন।

স্পষ্ট বুজিব পৰা যায় যে তেওঁ নিজৰ বয়সৰ কথা পাহৰি গৈছে ; সেই কাৰণেই অভ্যাসবশতঃ পুৰণি ছল-চাতুৰীৰ আশ্ৰয় লব পাৰিছে। কিন্তু প্ৰিন্স গুচি যোৱাৰ লগে লগেই তেওঁৰ মুখত আগৰ সেই কৃত্ৰিম উদাসীন ভাব ফুটি উঠিল। আকৌ তেওঁ ভাইকোঁতৰ গল্প শুনিবলৈ আগৰ ঠাইলৈ উভতি গ'ল আৰু ঘৰলৈ যোৱাৰ সময় নোহোৱালৈকে তাত গল্প শুনাৰ ভাও জুৰিয়েই সময়কণ কটাই দিব। তেওঁৰ আচল উদ্দেশ্য তো সফল হৈয়ে গৈছে। ....

আন্না পাভ্‌লভ্‌নাই সুধিলে, "মিলানত ৰাজ্যাভিষেক—এই সাম্প্ৰতিক কৌতুক নাটকখনৰ সম্পৰ্কে আপুনি বাৰু কি ভাবে ? আকৌ জেনোৱা আৰু লুক্কাৰ জনসাধাৰণে যে মঁচিয়ে বোনাপাৰ্টৰ ওচৰত সিহঁতৰ দৰখাস্ত দাখিল কৰিলে আৰু সিংহাসনত বহি মঁচিয়ে বোনাপাৰ্টে জাতিসমূহৰ দৰখাস্ত মঞ্জুৰ কৰিলে—এই কৌতুক নাটকখন সম্পৰ্কেইবা আপুনি কি ভাবে ? প্ৰশংসনীয় ! এজন মানুহৰ মূৰৰ বিকৃতি ঘটাবৰ বাবে এয়ে তো যথেষ্ট ! দেখি-শুনি ধাৰণা হয়, গোটেই পৃথিৱীখনেই বোধহয় পগলা হৈ গৈছে।"

প্ৰিন্স আন্‌দ্ৰুৱে আন্না পাভ্‌লভ্‌নাৰ মুখৰ ফালে চাই হাঁহিলে —বিদ্ৰুপৰ হাঁহি।

"Dieu me la donne, gare a qui la touche ! (ঈশ্বৰে মোক এইটো দিছে, যি ইয়াক স্পৰ্শ কৰিব সেই বিষয়ে তেৱেঁই সাৱধান হব ! )—ৰাজ্যাভিষেকৰ সময়ত বোনাপাৰ্টেই এই কথাবোৰ কৈছিল। সকলোৱে কৈছে কথাবোৰ তেওঁ ভালেই কৈছে।" এই মন্তব্য কৰি প্ৰিন্সে ইটালীয় ভাষাতেই কথাবোৰ পুনৰাবৃত্তি কৰিলে : Dio mi la dona, guai a chi la tocca !"

"আশাকৰো পিলাচটো উপচি পৰাৰ পক্ষে এইটোৱেই হব শেষ টোপাল পানী," আন্না পাভ্‌লভ্‌নাই কবলৈ ধৰিলে। এই মানুহজন সকলো ক্ষেত্ৰতেই ক্ষতিকৰ, কোনো ৰাষ্ট্ৰই তেওঁক সহ্য কৰিব নোৱাৰিব।"

"ৰাষ্ট্ৰ ? মই অৱশ্যে ৰাচিয়াৰ কথা নকওঁ," বিনীত অথচ

হতাশাৰ সুৰত ভাইকোঁতে কলে : "ম্যাদাম, ৰাষ্ট্ৰই বাৰু চতুৰ্দশ লুইৰ কাৰণে, ৰাণীৰ কাৰণে অথবা ম্যাদাম এলিজাবেথৰ কাৰণে কি কৰিছে? একোৱেই কৰা নাই।" ভাইকোঁত আৰু বেছি উত্তেজিত হৈ উঠিল। "মোৰ কথা বিশ্বাস কৰক, বুৰবনবিলাকৰ স্বাৰ্থৰ প্ৰতি বিশ্বাসঘাতকতাৰ উচিত পুৰস্কাৰ সিহঁতে পাব ধৰিছে। ৰাষ্ট্ৰ! কেনেই, সেই বেদখলকাৰীসকলক পূজা কৰিবৰ বাবে তো সিহঁতে ৰাষ্ট্ৰদূত পঠিয়াইছে।"

ঘৃণাত এটা হুম্ নয়াহ এৰি তেওঁ অলপ লৰিচৰি ৰহিল।

প্ৰিন্স হিপোলিতেই কিছুসময়ৰপৰা তেওঁৰ চচমাৰ মাজেৰে ভাইকোঁতক লক্ষ্য কৰি আছিল; তেওঁৰ শেষৰ কথাবোৰ শুনি হঠাৎ তেওঁ সৰু প্ৰিন্সেচৰ ফালে ঘূৰি থিয় হ'ল আৰু তেওঁৰপৰা এটা বেজি খুজি লৈ সেইটোৰেই টেবুলৰ ওপৰত আঁকিবলৈ আৰম্ভ কৰি দিলে কণ্ডি পৰিয়ালৰ অস্ত্ৰ-শস্ত্ৰৰ কিছুমান চিহ্ন; আৰু সেইবোৰৰ বিষয়ে সৰু প্ৰিন্সেচক গুৰুত্ব সহকাৰে বুজাবলৈ ধৰিলে যেন তেৱেঁই হে সেইবোৰ তেওঁক আঁকিবলৈ কৈছে। আচলতে তেওঁ কিছুমান অৰ্থহীন আঁচহৰা কথা আওৰাবলৈ ধৰিলে।

ভাইকোঁতে কলে, "বোনাপাৰ্ট যদি আৰু এটা বছৰ ফ্ৰান্সৰ সিংহাসনত অধিষ্ঠিত থাকে তেনেহলে ক'ৰ পানী যে ক'লৈ যাব একো ঠিকনা নাই। ষড়যন্ত্ৰ, হিংসা, নিৰ্বাসন আৰু মৃত্যুদণ্ডৰ প্ৰভাৱত ফৰাচী সমাজ—মই কব খুজিছো সৎ ফৰাচী সমাজ—চিৰদিনৰ কাৰণে ধ্বংস হৈ যাব, আৰু তাৰপিছত ..."

কথা বন্ধ কৰি তেওঁ কান্ধ দুটা জোকাৰি হাত দুখন শূন্যত মেলি ধৰিলে। তেওঁৰ কথাবোৰ ভাল লগাত পিয়েৰে কিবা কব খুজিছিল, কিন্তু আন্না পাভ্‌লভ্‌নাৰ নজৰ আছিল তেওঁৰ ওপৰত; তেওঁ পিয়েৰক বাধা দিলে।

আন্না পাভ্‌লভ্‌নাই কৈ উঠিল, "সম্ৰাট আলেকজেণ্ডাৰে ঘোষণা কৰিছে, ফৰাচী জনসাধাৰণে কোন ধৰণৰ চৰকাৰ বাছি লব সেইটো সিহঁতৰ ওপৰতেই এৰি দিব; আৰু মোৰ বিশ্বাস, এবাৰ এই বেদখলকাৰীবিলাকৰ হাতৰপৰা মুক্তি পালে গোটেই জাতিটোৱে নিশ্চয় প্ৰকৃত ৰজাৰ কোলতেই জঁপিয়াই পৰিব।"

যদি সেই ক্ষমতাক প্ৰকৃত ৰজাৰ হাতত তুলি দিলেহেতেন, তেতিয়া হলে তেওঁক মই মহাপুৰুষ বুলি কলোহেতেন।" ভাইকোঁতে মন্তব্য কৰিলে।

"কিন্তু সেইটো তেওঁ কৰিব নোৱাৰে। তেওঁ যাতে জনসাধাৰণক বুৰ্বনবিলাকৰ হাতৰপৰা বচাব পাৰে সেই কাৰণেই সিহঁতে তেওঁৰ হাতত ক্ষমতা তুলি দিছিল, কাৰণ সিহঁতে জানিছিল যে তেওঁ এজন মহান পুৰুষ। বিপ্লৱ এটা মহৎ বস্তু!"

"কি? বিপ্লৱ আৰু ৰাজহত্যা মহৎ বস্তু? ৰাৰু, তাৰপিছত ... কিন্তু আপুনি অন্য আলোচনাৰ টেবুলৰ্লৈ আহক না?" আন্নাই আৰু এবাৰ পিয়েৰক কথাষাৰ কলে।

"ৰুচোৰ কণ্ট্ৰাক্ট চোচিয়েল (contract Social)।" লাহেকৈ হাঁহি ভাইকোঁতে কলে।

"ৰাজহত্যাৰ কথা মই কোৱা নাই, কৈছো ধাৰণাৰ কথা।"

"এৰা: ডকাইতি, খুন, ৰাজহত্যাৰ ধাৰণা," এটা বিদ্ৰূপৰ তীক্ষ্ণ কণ্ঠৰপৰা কথাবোৰ উচ্চাৰিত হ'ল।

"সেইবোৰ যে চূড়ান্ত ব্যৱস্থা তাত সন্দেহ নাই, কিন্তু আচল কথা তো সেইটো নহয়। আচল কথা হ'ল, মানুহৰ অধিকাৰ, সংস্কাৰৰ হাতৰপৰা মুক্তি, নাগৰিক সমতা, আৰু এইবোৰ ধাৰণাকেই নেপোলিয়নে সৰ্বশক্তিৰে ৰক্ষা কৰিছে।"

ভাইকোঁতে অৱশেষত স্থিৰ কৰিলে, এই ডেকাজনৰ কথাবোৰ যে কিমান অৰ্থহীন সেইটো তেওঁ তাক ভালদৰেই বুজাই দিব; সেয়ে নিতান্ত উপেক্ষাৰ সুৰত তেওঁ কলে, "স্বাধীনতা আৰু সমতা—এইবোৰ ডাঙৰ ডাঙৰ কথা বহুত দিন আগতে পৰিত্যক্ত হৈ গৈছে। স্বাধীনতা আৰু সমতা কোনেনো ভাল নাপায়? আমাৰ উদ্ধাৰকৰ্তায়ো স্বাধীনতা আৰু সমতাৰ কথা প্ৰচাৰ কৰি গৈছে। বিপ্লৱৰ পিছত মানুহে জানো বেছি সুখী হৈছে? কিন্তু ঠিক তাৰ ওলোটাটোহে। আমি বিচাৰিছিলো স্বাধীনতা, কিন্তু বোনাপাৰ্টে তাক ধ্বংস কৰিছে।"

প্ৰিন্স আনদ্ৰুৰে মিচিকিয়াই হাঁহি পিয়েৰৰপৰা ভাইকোঁতৰ ফালে আৰু ভাইকোঁতৰপৰা ঘৰৰ গিৰিহঁতনীৰ ফালে চকু ঘূৰাই

চাবলৈ ধৰিলে। পিয়েৰৰ উদ্ধত কথা-বাৰ্তা শুনি প্ৰথমৰ ফালে আন্না পাভ্লভ্নাই ভয়ত শিয়ৰি উঠিছিল। কিন্তু যেতিয়া তেওঁ দেখিলে যে পিয়েৰৰ অমাৰ্জিত কথা-বাৰ্তা শুনি ভাইকোঁত অলপো উত্তেজিত হোৱা নাই, আৰু নিজেও ভালদৰে বুজিব পাৰিলে যে এই ডেকাজনক ক্ষান্ত কৰা অসম্ভৱ, তেতিয়া তেওঁ সৰ্বশক্তিৰে ভাইকোঁতৰ লগত যোগ দি একেলগে বক্তাজনক কঠোৰভাৱে আক্ৰমণ কৰিলে।

আন্না পাভ্লভ্নাই কলে, "কিন্তু মঁচিয়ে পিয়েৰ, এগৰাকী মহাপুৰুষে যে বিনা বিচাৰে এগৰাকী নিৰপৰাধ ডিউকক— অথবা এজন সাধাৰণ মানুহক হত্যা কৰিলে, তাৰ আপুনি কি ব্যাখ্যা দিব?"

ভাইকোঁতে কলে, "মই কিন্তু জানিব খোজো, ১৮তম ব্ৰুমেয়াৰৰ কি ব্যাখ্যা মঁচিয়েই দিব: সেইটো প্ৰবঞ্চনা নহয় নেকি? সেয়াতো এটা বিৰাট জুৱাচুৰি; সেয়া এগৰাকী মহা-পুৰুষৰ দৰে আচৰণ কেতিয়াও নহয়!"

"আৰু আফ্ৰিকাত যে বন্দীবিলাকক তেওঁ হত্যা কৰিছে? সেয়াতো এক ভয়াবহ ঘটনা!" সৰু প্ৰিন্সেচে প্ৰায় চিঞৰি কৈ উঠিল।

"আপুনি যিয়ে নকওক, তেওঁ কিন্তু এজন অতি নীচ লোক," প্ৰিন্স হিপোলিতেই মন্তব্য কৰিলে।

কাৰ কথাৰ উত্তৰ দিব বুজিব নোৱাৰি পিয়েৰে সকলোৰে ফালে চাই হাঁহিলে। তেওঁৰ সেই হাঁহি আন মানুহৰ দৰে আধাফুটা হাঁহি নহয়। তেওঁ হাঁহিলেই তেওঁৰ গহীন মুখত লগে লগে ফুটি উঠে এনেকুৱা এটা শিশুৰ দৰে—বৰং কব পাৰি এটা অঁকৰা-অঁকৰা ভাব, দেখি ধাৰণা হয় যেন তেওঁ ক্ষমা হে খুজিছে।

এই ডেকাজনৰ লগত ভাইকোঁতৰ এয়ে প্ৰথম সাক্ষাৎ; তেওঁ স্পষ্ট বুজিব পাৰিলে যে এই ডেকা জেকোবিনজনে মুখত যিমান ডাঙৰ ডাঙৰ কথা কয় আচলতে সিমান ভয়ানক তেওঁ নহয়। সকলোৰে নিমাত নিৰৱ হৈ গ'ল।

প্ৰিন্স আনদ্ৰুৱে নিৰৱতা ভঙ্গ কৰি কলে, "তেওঁ একেলগে আপোনালোক আটাইবিলাকৰে কথাৰ উত্তৰ দিব, সেইটো আপোনালোকে কেনেকৈ আশা কৰিছে ? তদুপৰি, এজন কূটনীতিকৰ কাৰ্যকলাপৰ প্ৰসঙ্গত ব্যক্তি হিচাপে, সেনাপতি হিচাপে, আৰু সম্ৰাট হিচাপে তেওঁৰ কামৰ বিচাৰ তো পৃথক পৃথকভাৱেই কৰিব লাগিব। মোৰতো সেয়ে ধাৰণা।"

নতুনকৈ এজনৰ সমৰ্থন পাই উৎসাহিত হৈ পিয়েৰে কৈ উঠিল, "নিশ্চয়, নিশ্চয়।"

প্ৰিন্স আনদ্ৰুৱে কবলৈ আৰম্ভ কৰিলে, "এই কথা তো স্বীকাৰ কৰিবই লাগিব যে আৰ্কোলাৰ সেতুৰ ওপৰত আৰু জাফাৰ হাস্পতালত তেওঁ যেতিয়া প্লেগ-ৰোগীবিলাকৰ সেৱাত আত্মনিয়োগ কৰিছিল, তেতিয়া মানুহ হিচাপে নেপোলিয়ন নিসন্দেহে মহান ; আনহাতে আকৌ তেওঁৰ এনেকুৱা কিছুমান কাৰ্যকলাপ আছে যিবোৰক সমৰ্থন কৰিব নোৱাৰি।"

পিয়েৰৰ অপটু মন্তব্যৰ ধাৰটোক অলপ নৰম কৰি দিয়াটোৱেই আছিল প্ৰিন্স আনদ্ৰুৰ আচল উদ্দেশ্য। এইবাৰ তেওঁ থিয় হৈ ইঙ্গিতেৰে ঘৈণীয়েকক জনালে, যোৱাৰ সময় হৈ গৈছে।

হঠাৎ প্ৰিন্স হিপোলিতেই ইঙ্গিতেৰে সকলোৰে মনোযোগ আকৰ্ষণ কৰি সকলোকে বহিবলৈ অনুৰোধ কৰিলে ; তাৰপিছত তেওঁ কবলৈ আৰম্ভ কৰিলে :

আজিয়েই মই এটা সুন্দৰ মস্কোৰ গল্প শুনিছো, আৰু সেই গল্পটো আপোনালোকক মই শুনাব খোজো। ক্ষমা কৰিব ভাইকৌঁত, গল্পটো মই ৰুচ ভাষাত কম, নহলে তাৰ ৰসেই নষ্ট হৈ যাব। কোনো ফৰাচী ভদ্ৰলোকে এবছৰমান ৰাচিয়াত বাস কৰাৰ পিছত তেওঁ যেনেকুৱা ৰুচ ভাষা কয় ঠিক তেনেকুৱা ভাষাত প্ৰিন্স হিপোলিতেই গল্প কবলৈ আৰম্ভ কৰিলে। ইমান আগ্ৰহেৰে আৰু ইমান বেছি জোৰ দি তেওঁ সকলোকে গল্পটো শুনিবলৈ কলে যে সকলোৱে গল্প শুনিবলৈ বহি ৰ'ল।

"মস্কোত এগৰাকী মহিলা বাস কৰে ; তেওঁ অতি কৃপণ। তেওঁৰ গাড়ীৰ পাছত দুজন চহিচ থাকিবই লাগিব, ভাল শকত-

আৰত ওখ-পাখ। সেইটোৰেই তেওঁৰ দম্ভৰ। তেওঁৰ এজনী পৰিচাৰিকা আছিল, তাইও যথেষ্ট ওখ-পাখ। মহিলাগৰাকীয়ে কলে ... ”

এইখিনিতে প্ৰিন্স হিপোলিতেই অলপ সময়ৰ কাৰণে গল্প কোৱা বন্ধ কৰিলে; ভালদৰে ভাবি-চিন্তি গল্পটো নিজৰ মনতে সজাই-পৰাই ললে।

“মহিলাগৰাকীয়ে কলে, ... অঁ হয়, কলে, ‘শুন ছোৱালী’ তেওঁ পৰিচাৰিকাজনীক কলে, ‘মই যেতিয়া ক'ৰবালৈ যাবলৈ ওলাওঁ তেতিয়াই তই তোৰ সাজ-পোছাকযোৰ পৰিপাটিকৈ পিন্ধি গাড়ীৰ পাছফালে উঠি বহিবি’।”

শ্ৰোতাসকলে ইহাৰ আগতেই এইখিনিতে প্ৰিন্স হিপোলিতেই নিজেই হাঃ হাঃকৈ হাঁহি উঠিল; তাৰ ফলটো বক্তাৰ পক্ষে মুঠেই ভাল নহ'ল। অৱশ্যে আন্না পাভ্‌লভ্‌নাৰে সৈতে কেইগৰাকীমান বয়সিয়াল মহিলাই একেলগে হাঁহি উঠিল।

প্ৰিন্স হিপোলিতেই আকৌ কবলৈ আৰম্ভ কৰিলে, “মহিলাগৰাকী পৰিচাৰিকাজনীৰে সৈতে তেওঁৰ ঘোঁৰা-বাগীত উঠি গৈ আছে। হঠাৎ ধুমুহা বতাহ বলিবলৈ আৰম্ভ কৰিলে। পৰিচাৰিকা ছোৱালীজনীৰ মূৰৰপৰা টুপীটো উৰি গ'ল, আৰু তাইৰ দীঘল চুলিবোৰ বুকে-পিঠিয়ে আউল-বাউল হৈ পৰিল।” ... এইখিনিলৈকে কৈ তেওঁ আৰু হাঁহি চেপি ৰাখিব নোৱাৰিলে। হাঁহিৰ ফাকে ফাকেই গল্পটোৰ বাকী অংশ কৈ যাবলৈ ধৰিলে: ... “আৰু গোটেই চহৰতে এই ঘটনা জনাজনি হৈ গ'ল ... ।”

এইভাবেই গল্পটো কোৱা শেষ হ'ল। কিয় যে তেওঁ এই গল্পটো কলে, আৰু কিয় যে ৰুচ ভাষাত কলে, তাৰ কাৰণ সঠিক বুজিব পৰা নগ'ল। তথাপি তেওঁ যে এইভাবে বুদ্ধি কৰি পিয়েৰৰ অপ্ৰীতিকৰ আৰু অশোভন বক্তৃতাটোক এটা সুন্দৰ পৰিণতিলৈ টানি আনিব পাৰিছে তাৰ কাৰণে আন্না পাভ্‌লভ্‌না আৰু অন্যান্য সকলোৱে প্ৰিন্স হিপোলিতেৰ প্ৰশংসাই কৰিলে। এই গল্পটোৰ শেষত আলোচনাটোৰ ধাৰা অইন ফালে সলনি হৈ গ'ল: বল-নাচৰ অতীত আৰু ভৱিষ্যৎ গতিধাৰা, থিয়েটাৰ, কেতিয়া আৰু ক'ত কোনে কাৰ লগত

দেখা কৰিব— ইত্যোদি বিষয় লৈ অতি সাধাৰণ সৰু-সুৰা কথা-বতৰা আৰম্ভ হ'ল।

[ পাঁচ ]

মনোৰম সান্ধ্য সন্মিলনৰ বাবে আন্না পাভ্‌লভ্‌নাক ধন্যবাদ জনাই অতিথিবিলাকে বিদায় লবলৈ আৰম্ভ কৰিলে।

পিয়েৰ মানুহজন সেই এক ধৰণৰ আমঠ, আবুৰী, কবো লগতে খাপ নোখোৱা বিধৰ। তেওঁৰ শৰীৰৰ গঠন আটিল মজবুত, উচ্চতা মজলীয়া, হাত দুখন স্বাভাবিকতকৈ বহুত ডাঙৰ, বৰণ ৰঙচুৰা। কিন্তু মানুহজন কিবা ধৰণৰ; তেওঁৰ সম্বন্ধে কোৱাকুই কৰা শুনা যায় যে মানুহজনে সামাজিক আদব-কায়দা নাজানে অথবা নামানে। বৈঠকখানাত গৈ সোমোৱাৰ বা তাৰপৰা ওলাই অহাৰ নিয়ম-নীতি-শিষ্টাচাৰকণো তেওঁ নাজানে, অৰ্থাৎ বিদায় লোৱাৰ আগতে দুই-এষাৰ ভাল কথা কিভাৱে কব লাগে তাকো নাজানে। তাৰ উপৰি তেওঁ অন্যমনস্ক। বিদায় লবৰ বাবে থিয় হৈ নিজৰ টুপীৰ সলনি তেওঁ সেনাপতিৰ তিনি-কোণীয় টুপীটো হাতত তুলি লয়, আৰু সেনাপতিয়ে নিজে টুপীটো তেওঁৰপৰা খুজি নোলোৱালৈকে তাক তেওঁৰ নিজৰ হাততেই ৰাখি দিয়ে। অৱশ্যে তেওঁৰ এই মনোযোগৰ অভাৱ, বৈঠকখানাত সোমোৱাৰ বা কথা কোৱাৰ আদব-কায়দাৰ অভাৱ— এই আটাইবোৰেই তল পৰি যায় তেওঁৰ সদয়, সৰল আৰু বিনীত আচৰণত। আন্না পাভ্‌লভ্‌নাই তেওঁৰ ফালে আগবাঢ়ি গৈ খৃষ্টানসুলভ ক্ষমাৰ চাৱনিৰে চাই মূৰ দুপিয়াই কলে: "আশাকৰো আকৌ আপোনাক লগ পাম; আৰু আশা কৰিম আপুনি আপোনাৰ মতামতবোৰ সলনি কৰিব মঁচিয়ে পিয়েৰ।"

পিয়েৰে কোনো উত্তৰ নিদিলে, মাত্ৰ মূৰটো এবাৰ দোৱালে। কিন্তু তেওঁৰ মুখত বিৰিঙি উঠা হাঁহিটো সকলোৰে চকুত পৰিল। সেই হাঁহিটোত বোধহয় এই কথাটোৱেই প্ৰকাশ

পালে, "মতামতবনো কি কথা আছে, কিন্তু এয়া চাওকচোন মই মানুহজন কিমান সৎ স্বভাৱৰ।" আৰু সকলোৱে, আনকি আন্না পাভ্‌লভ্‌নায়ো সেইটো অনুভৱ কৰিলে।

অতিথিসকলক বিদায় দিবলৈ আন্না পাভ্‌লভ্‌না হল-ঘৰলৈ আগবাঢ়ি আহিল। হলঘৰত প্ৰিন্স আনদ্ৰুৰে পৰিচালকৰ সহায়ত তেওঁৰ হলৌ-চোলাটো পিন্ধিবৰ সময়ত দেখিলে এটা চুকত তেওঁৰ সুন্দৰী গৰ্ভৱতী ঘৈণীয়েকৰ লগত প্ৰিন্স হিপোলিতে গাত-গা-লগাই কথা পাতি আছে।

আন্না পাভ্‌লভ্‌নাৰ ওচৰত বিদায় লৈ সৰু প্ৰিন্সেচে কলে, "আপুনি ভিতৰলৈ যাওক আন্নেৎ, আপোনাৰ ঠাণ্ডা লাগি যাব পাৰে।" তাৰপিছত কলে, "তেনেহলে সেই কথাই থাকিল।"

আনাতোলৰ লগত সৰু প্ৰিন্সেচৰ ননদৰ বিয়াৰ সম্পৰ্কে আন্না পাভ্‌লভ্‌নাই ইতিমধ্যে লিজাৰ সৈতে কথা পাতিছে।

আন্না পাভ্‌লভ্‌নাই লাহে লাহে কলে, "আপোনাৰ ওপৰত মোৰ বহুত ভাৰসা। তেওঁলৈ চিঠি লিখক আৰু এই সম্পৰ্কে তেওঁৰ দেউতাকৰ মতামত মোক জনাব। বিদায়।"—তেওঁ হলঘৰৰপৰা ওচি গ'ল।

প্ৰিন্স হিপোলিতে তেওঁৰ মুখখন সৰু প্ৰিন্সেচৰ মুখৰ নিচেই কাষলৈ নি ফুচ্‌ফুচ্‌কৈ কিবা কথা কলে।

তেওঁলোকে ফৰাচী ভাষাত কথা পাতিছিল। প্ৰিন্স হিপো-লিতে কলে, "ৰাষ্ট্ৰদূতৰ তালৈ নগৈ বৰ ভাল কাম কৰিছো, তাত সকলো কথাই ইমান আমনি-লগা—। ইয়াত আজিৰ সন্ধিয়াটো বৰ আনন্দৰ মাজেৰেই পাৰ হ'ল, নহয় জানো? সঁচাকৈয়ে বৰ ভাল লাগিল।"

সৰু প্ৰিন্সেচে কলে, "কিন্তু সকলোৱে কোৱাকুই কৰিছে তাত বল-নাচটো হেনো বৰ ভাল হব। সমাজৰ সকলো সুন্দৰী মহিলাই তাত উপস্থিত থাকিব।"

"সকলো সুন্দৰী মহিলাই নহয়। কাৰণ আপুনিতো তাত উপস্থিত নাথাকে।" হাঁহি হাঁহি প্ৰিন্স হিপোলিতে কলে, তাৰ-পিছত পৰিচাৰকৰ হাতৰপৰা সৰু প্ৰিন্সেচৰ গৰম চাদৰখন টান মাৰি নিজৰ হাতত লৈ তেওঁৰ গাত মেৰিয়াই দিবৰ সময়ত

তেওঁ সৰু প্ৰিন্সেসচক ভালেমান পৰ দুইহাতেৰে আঁকোৱালি থাকিল, যেন আলিঙ্গন কৰিলে।

প্ৰিন্সেসচে হাঁহি হাঁহি বেছ ভদ্ৰভাৱে তাৰপৰা আঁতৰি গ'ল, তেওঁৰ দৃষ্টি তেতিয়া গিৰিয়েকৰ ওপৰত। প্ৰিন্স আন্দ্ৰুৰ চকুযুৰি তেতিয়া মুদখাই আহিছিল, তেওঁক বৰ ক্লান্ত যেন লাগিল। ঘৈণীয়েকৰ ফালে চাই তেওঁ কলে, "তুমি যাবলৈ সাজু নে?"

প্ৰিন্স হিপোলিতে লৰালৰিকৈ তেওঁৰ হলৌ-চোলাটো পিন্ধি ললে। আধুনিক ধুন অনুযায়ী হলৌ-চোলাটো ভৰিৰ গোৰোহালৈকে ওলমি পৰিল, ফলত সেইটোত উজুটি খাই খাই প্ৰিন্সেসচৰ পাছে পাছে সদৰ দুৱাৰলৈকে আগবাঢ়ি গ'ল। প্ৰিন্সেসচ তেতিয়া এজন পৰিচাৰিকাৰ সহায়ত গাড়ীত উঠিব ধৰিছিল।

"প্ৰিন্সেসচ, বিদায়," কথাষাৰ কওঁতে হিপোলিতৰ ভৰি আৰু জিভা দুয়োটাই যেন উজুটি খালে।

প্ৰিন্সেসচে পোছাকটো তুলি ধৰি অন্ধকাৰ গাড়ীত উঠি তেওঁৰ আসনত বহিল। গিৰিয়েকে তেওঁৰ তৰোৱালখন ঠিকমতে ৰখাত ব্যস্ত। তেওঁলোকক সহায় কৰিবলৈ গৈ প্ৰিন্স হিপোলিতে দুয়োজনৰেই অসুবিধাহে ঘটাবলৈ ধৰিলে।

প্ৰিন্স আন্দ্ৰুৱে অসন্তুষ্ট হৈ ৰুক্ষ ভাষাত কলে, "মোক কৰিবলৈ দিয়ক চাৰ—" পিছত সেই একেজন মানুহে ভদ্ৰ অমায়িক সুৰত অইন এজনক কলে, "তোমাক কিন্তু মই আশা কৰিম পিয়েৰ মোৰ ঘৰত।"

ঘোঁৰাৰ ভৰিৰ খট্‌খট্ আৰু গাড়ীৰ চকাৰ ঘৰ্ঘৰ শব্দ উঠিল। প্ৰিন্স হিপোলিত তাতেই থিয় হৈ হাঁহি হাঁহি ভাইকোঁতৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলে; তেওঁক তেওঁৰ ঘৰত থৈ আহিব বুলি হিপোলিতে কথা দিছে।

গাড়ীত হিপোলিতৰ কাষত বহি ভাইকোঁতে কলে, "শুনক প্ৰিয় বন্ধু, আপোনাৰ এই সৰু প্ৰিন্সেসচগৰাকী বৰ ভাল, একেবাৰেই ফৰাচী—"। এইবুলি তেওঁ নিজৰ আঙুলিৰ পাবত চুমা খালে। হিপোলিতে হাঃ হাঃকৈ হাঁহি উঠিল।

ভাইকোঁতে কলে, "আপুনি জানে নে, দেখাত আপোনাক যিমানেই সৰল-সাধু প্ৰকৃতিৰ যেন নালাগক কিয়, আচলতে

আপুনি কিন্তু সাংঘাতিক মানুহ। আৰু বেচেৰা সেই গিৰিয়েক-জন, সেই সকলো বিষয়াজনে এনেকুৱা ভাব দেখুৱায় যেন তেওঁ এজন বজাহে। তেওঁক দেখি মোৰ পুতৌ হয়।"

লিপোলিতে হাঁহি হাঁহি কলে, "আৰু আপুনি কৈছিল যে ৰুচ মহিলাবিলাক ফৰাচী মহিলাবিলাকৰ সমকক্ষ নহয়, সিহঁতৰ লগত কিভাবে ব্যৱহাৰ কৰিব লাগিব সেইটো জানিব লাগে।"

আন সকলোতকৈ আগতে গৈ উপস্থিত হৈ পিয়েৰে হেলাৰতে প্ৰিন্স আনদ্ৰুৰ পঢ়া-কোঠাত সোমালগৈ আৰু অভ্যাস অনুযায়ী ততালিকে এখন চোফাত শুই লৈ প্ৰথমে যিখন কিতাপ হাত মেলি পালে ( চিজাৰৰ 'কমেণ্টাৰিচ' ) সেইখনকে তুলি ললে, তাৰপিছত কিলাকুটিত ভৰ দি কিতাপখন মেলি লৈ মাজভাগৰপৰাই পঢ়িবলৈ আৰম্ভ কৰিলে।

সক সক বগা হাত দুখন মোহাৰি মোহাৰি পঢ়াকোঠাত সোমাই আহি প্ৰিন্স আনদ্ৰুৱে কলে, "মাদময়জেল চেৰেৰৰ লগত তুমি কি কৰিছা? তেওঁ দেখিছো এতিয়াই অসুস্থ হৈ পৰিব।"

পিয়েৰে বাগৰ সলাই ঘূৰি ললে, চোফাখন মচ্‌মচ্‌কৈ উঠিল। আগ্ৰহেৰে প্ৰিন্স আনদ্ৰুৰ ফালে চাই হাতখন ওপৰলৈ দাঙি জোকাৰিলে।

"মঠাধ্যক্ষ মানুহজন ভাল, কিন্তু বিষয়টোক তেওঁ সঠিক দৃষ্টিকোণৰপৰা চাব নাজানে।··· মোৰ মতে শাশ্বত শান্তি সম্ভৱ, কিন্তু—কিভাবে যে কথাটো কম বুজিব পৰা নাই.... ৰাজনৈতিক শক্তি-সাম্যৰ দ্বাৰা নহয়—"

প্ৰিন্স আনদ্ৰু এই ধৰণৰ জটিল ভাৱাত্মক আলোচনাত মুঠেই আগ্ৰহী নহয়। সেয়ে অলপ সময় মনে মনে থাকি তেওঁ প্ৰশ্ন কৰিলে, "প্ৰিয় বন্ধু, মনৰ সকলো কথা কোনো মানুহেই য'তে ত'তে সকলো সময়তে কব নোৱাৰে। বাৰু, তুমি অৱশেষত কোনো সিদ্ধান্তত উপনীত হৈছা নেকি? তুমি কি হব খোজা, সৈনিক নে কূটনৈতিক?"

পিয়েৰ উঠি আঁঠু ভাঙি চোফাৰ ওপৰত বহিল, তাৰপিছত কলে, "আচলতে মই সেইটো এতিয়াও নিজেই নাজানো। দুটাৰ কোনোটোকেই মই ভাল নাপাওঁ।"

কিন্তু তুমি তো এটা সিদ্ধান্ত লবই লাগিব। তোমাৰ দেউতা-ৰাইও তুমি যিয়ে হওক এটা সিদ্ধান্ত লোৱাটোকেই বিচাৰে।"

পিয়েৰৰ যেতিয়া দহ বছৰ বয়স তেতিয়া এগৰাকী মঠাধ্যক্ষক গৃহশিক্ষকৰূপে লগত দি তেওঁক বিদেশলৈ পঠিয়াই দিয়া হৈছিল আৰু বিশ বছৰ বয়সলৈকে তেওঁ বিদেশতেই আছিল। তেওঁ যেতিয়া মস্কোলৈ উভতি আহিল তেতিয়া তেওঁৰ দেউতাকে মঠা-ধ্যক্ষক বিদায় দি পুতেকক কলে, "এইবাৰ পিটাৰ্চবুৰ্গলৈ যোৱাগৈ, ঘূৰি-পকি সকলো ভালকৈ চোৱা, আৰু নিজৰ জীৱিকা বাছি লোৱা। তুমি যি কৰিব খোজা তাতেই মোৰ সন্মতি থাকিল। এই লোৱা প্ৰিন্স ভাচিলিলৈ লিখা চিঠি, আৰু এয়া লোৱা টকা।" আজি তিনি মাহে পিয়েৰে জীৱিকাৰ সন্ধানত ঘূৰি ফুৰিছে, এতিয়াও একো স্থিৰ কৰিব পৰা নাই। এই জীৱিকা বিচাৰি লোৱাৰ কথাকেই প্ৰিন্স আনদ্ৰুৱে কৈছিল।

পিয়েৰে হাতেৰে নিজৰ কপালখন কেইবাৰমান ঘঁহিলে। তাৰপিছত যি মঠাধ্যক্ষগৰাকীৰ লগত সন্ধিয়া চিনাকি হৈছিল তেওঁৰ কথা উল্লেখ কৰি তেওঁ কলে, "কিন্তু তেওঁতো নিশ্চয় ভাতৃসংঘৰ এজন পৰোপকাৰী মানুহ।"

প্ৰিন্স আনদ্ৰুৱে আকৌ তেওঁক বাধা দি কলে, "সেইবোৰ বাজে কথা থোৱা। অশ্বাৰোহী ৰক্ষী বিভাগলৈ গৈছিলা নেকি?"

"নাই, যোৱা নাই; কিন্তু সেই কথাকেই মই ভাবিছো, আৰু তোমাকো কব খোজো। এতিয়া যুদ্ধ হৈ আছে নেপো-লিয়নৰ বিৰুদ্ধে। এইখন যদি মুক্তিৰ যুদ্ধ হ'লহেতেন তেনেহলে মই সেই কথা বুজিব পাৰিলোহেতেন আৰু তেতিয়া মই সবাতোকৈ আগতেই সেনাবাহিনীত যোগ দিলোহেতেন। কিন্তু পৃথিৱীৰ শ্ৰেষ্ঠ মানুহগৰাকীৰ বিৰুদ্ধে ইংলণ্ড আৰু অষ্ট্ৰিয়াক সহায় কৰাটো উচিত নহয়।"

পিয়েৰৰ ল'ৰামতীয়া কথা শুনি প্ৰিন্স আনদ্ৰুৱে মাত্ৰ এটা অৱজ্ঞাৰ ভঙ্গি কৰিলে। তেওঁ এনেকুৱা ভাব দেখুৱালে যেন এই ধৰণৰ অৰ্থহীন কথাৰ কোনো উত্তৰ দিয়া সম্ভৱ

নহয়। কিন্তু এই অতি সৰল প্ৰশ্নৰ যি উত্তৰ তেওঁ দিলে তাৰ বাহিৰে আন কোনো উত্তৰ দিয়া সঁচাকৈয়ে বৰ টান কথা।

তেওঁ কলে, "নিজৰ বিশ্বাসৰ প্ৰেৰণা নহলে কোনেও যদি যুদ্ধ নকৰিলেহেঁতেন, তেনেহলেতো কোনো যুদ্ধই নহ'লহেঁতেন।"

"আৰু সেইটোৱেই তো হ'লহেঁতেন আটাইতকৈ সুন্দৰ কথা," পিয়েৰে লগে লগে কৈ উঠিল।

প্ৰিন্স আন্দ্ৰেৰ মুখত ফুটি উঠিল বিদ্ৰূপৰ হাঁহি। তেওঁ কলে, "হয়তো সুন্দৰেই হ'লহেঁতেন, কিন্তু বাস্তৱত সেইটো কোনো দিনেই নহব…।"

"বাৰু, তুমি যুদ্ধলৈ কেলেই যোৱা?" পিয়েৰে সুধিলে।

"কেলেই যাওঁ? নাজানো। কিন্তু মই যুদ্ধলৈ যাবই লাগিব। তাৰ উপৰি মই যুদ্ধলৈ যোৱাৰ কাৰণ…" তেওঁ ৰৈ গ'ল। "কাৰণ ইয়াত মই যি ধৰণে জীৱন যাপন কৰিছো, সেইটো মোৰ ভাল নালাগে।"

[ ছয় ]

ওচৰৰ কোঠালীটোত মহিলাসকলৰ পোছাকৰ খচ্মচ্ শব্দ শুনিবলৈ পোৱা গ'ল। প্ৰিন্স আন্দ্ৰেৱে টোপনিৰপৰা সাৰ পোৱাৰ দৰে লৰি-চৰি উঠিল। আন্না পাভ্লভ্নাৰ চ'ৰাঘৰত তেওঁৰ মুখৰ ভাব যেনেকুৱা আছিল সেই ভাবটোৱেই এতিয়া আকৌ তেওঁৰ মুখত ফুটি উঠিল। পিয়েৰে চোফাৰ ওপৰৰপৰা ভৰি নমালে। প্ৰিন্সেচ কোঠাটোৰ ভিতৰলৈ সোমাই আহিল। তেওঁ গাউন সোলোকাই এটা ঘৰত-পিন্ধা সুন্দৰ পোছাক পিন্ধিছে। প্ৰিন্স আন্দ্ৰেৱে উঠি বিনীতভাৱে এখন চকী তেওঁৰ ফালে আগুৱাই দিলে।

আৰামী চকীখনত ভাগৰৰে বহি লৈ প্ৰিন্সেচে ফৰাচী ভাষাত কলে, "আন্নেতৰ বিয়া কেলেই হোৱা নাই? তোমালোক মতা মানুহবিলাক এনেকুৱা অপদাৰ্থ যে তাইৰ বিয়াখন পাতি দিব পৰা নাই। এই কথা কোৱাৰ কাৰণে মোক ক্ষমা কৰিবা, কিন্তু সঁচাকৈয়ে ছোৱালীবিলাকৰ সম্পৰ্কে তোমালোকৰ কোনো ধাৰণাই

নাই। আপুনি দেখিছো বৰ তৰ্কপ্ৰিয় মানুহ মচিয়ে পিয়েৰ।"

"এতিয়াও আপোনাৰ গিৰিহঁতৰ লগত মই তৰ্ক কৰিছিলো। কিয় যে তেওঁ যুদ্ধলৈ যাব খোজে সেইটো মই বুজিব নোৱাৰো।" যুৱতীসকলৰ লগত কথা কবৰ সময়ত ডেকা মানুহবিলাকে সাধাৰণতে যেনেকুৱা বিব্ৰত বোধ কৰে তেনে কোনো ভাব নোহোৱাকৈয়ে পিয়েৰে প্ৰিন্সেসচক কথাবোৰ কলে।

এইবাৰ প্ৰিন্সেসচে কবলৈ আৰম্ভ কৰিলে। পিয়েৰৰ কথাবোৰে তেওঁৰ মনত বৰকৈ খুন্দিয়াইছে। তেওঁ কলে, "আপুনিহে কব লাগিছে নে, ঠিক সেই কথাকে তো ময়ো তেওঁক কওঁ। ময়ো বুজিব নোৱাৰো। মতা মানুহবিলাকে কিয় যে যুদ্ধ নহলে থাকিব নোৱাৰে সেইকথা মই সমূলি বুজি নাপাওঁ। আমি তিৰোতা মানুহবিলাকৰ তো সেইবোৰৰ আৱশ্যক নহয়। আপুনিয়েই বাৰু মোৰ কথাবোৰ বিচাৰ কৰক। মই সকলো সময়তে তেওঁক কওঁ ঃ ইয়াত তো তেওঁ খুৰাদেউৰ এড্-ডি-কং, সুন্দৰ চাকৰি। সকলোৱে তেওঁক চিনি পায়, সকলোৱে কিমান প্ৰশংসা কৰে। সৌ-সিদিনাখন, বুজিছে নে, অপ্ৰাক্সিনহঁতৰ ঘৰত এগৰাকী মহিলাই কোৱা শুনিলো ঃ 'এখেতেই সেই বিখ্যাত প্ৰিন্স আন্দ্ৰু নেকি?' বিশ্বাস কৰক, মই সঁচাকৈয়ে শুনিছো। সকলো ঠাইতে তেওঁৰ কিমান যে সমাদৰ। তেওঁ তো সহজেই সম্ৰাটৰ এড্-ডি-কং হব পাৰে। আপোনালোকে তো জানে, সম্ৰাটে কিমান মৰম কৰি তেওঁৰ লগত কথা পাতে। আন্নেতৰ লগত মোৰ কথাও হৈছে, সেই ব্যৱস্থা অতি সহজেই কৰিব পৰা যাব। আপুনি বাৰু কি ভাবে?"

পিয়েৰে তেওঁৰ বন্ধুৰ মুখৰ ফালে চালে। আলোচনাটো আন্দ্ৰুৱে বৰ ভাল পোৱা নাই বুলি বুজিব পাৰি পিয়েৰে প্ৰিন্সেসচৰ কথাৰ কোনো উত্তৰ নিদি ঘূৰাই তেওঁ সুধিলে, আপোনালোকে কেতিয়া ৰাওনা হব?"

"উস্, ভেওঁৰ যোৱাৰ কথা আৰু নুজিয়াব, একেবাৰেই নকব। সেই কথা মই শুনিব নোখোজো। আজি যেতিয়াই মোৰ মনত পৰিছে যে এইবোৰ মধুৰ মিলনৰ অৱসান ঘটাব লাগিব . আৰু ভাবপিছত আপোনালোকেতো জানে আন্দ্ৰে.... (অৰ্থপূৰ্ণ

চাৰনিৰে তেওঁ গিৰিয়েকৰ ফালে চালে) মোৰ ভয় লাগিছে, উঃ মোৰ ভয় লাগিছে !" ফ্ৰিচ্‌ফ্ৰিচ্ কৰে তেওঁ কথাবোৰ কলে ; তেওঁৰ মুৰৰপৰা ভৰিলৈকে এটা কঁপনিয়ে গোটে শৰীৰটো কঁপাই তুলিলে ।

পিয়েৰ আৰু নিজৰ বাহিৰে আৰু এজন ঘৰৰ ভিতৰত আছে দেখি বিস্মিত চাৱনিৰে ঘৈণীয়েকৰ ফালে চাই নির্লিপ্ত অথচ বিনীত সুৰত প্ৰিন্সে তেওঁক কলে ঃ

"কিহৰ কাৰণে তোমাৰ ভয় লাগিছে লিজে ? মইতো বুজিব পৰা নাই।"

"এয়ে নহয়, পুৰুষ মাত্ৰেই কি স্বাৰ্থপৰ ঃ সকলো, প্ৰত্যেক পুৰুষেই স্বাৰ্থপৰ । একমাত্ৰ নিজৰ মইমতালিৰ কাৰণে মোক এৰি থৈ গুচি যাবলৈ ওলাইছে, আৰু মোক অকলে আটক কৰি থৈ যাব গাওঁৰ ঘৰত ।"

"ওহোঁ, অকলে নহয়, মনত ৰাখিবা মোৰ দেউতা আৰু ভনীৰ লগত," শান্ত সুৰত প্ৰিন্স আন্দ্ৰুৱে কলে ।

"হলেও কথা একেটাই... মোৰ বন্ধু-বান্ধৱৰ অবিহনে মইতো অকলশৰীয়াই.... আৰু তেওঁ আশা কৰে যে মই ভয় নাখাম।"

তেওঁৰ মাতত খোকোজা লাগি কথাবোৰ বিকৃত হবলৈ ধৰিলে, ওঁঠ দুটা কঁপি উঠিল, হাঁহিৰ সলনি মুখত ফুটি উঠিল এটা বেদনাগধুৰ ভাব। তেওঁ নীৰৱ হৈ গ'ল, বুজিব পাৰিলে যে পিয়েৰৰ উপস্থিতিত নিজৰ গৰ্ভাৱস্থাৰ কথা কোৱাটো অশোভন হব, যদিও সেইটোৱেই আছিল আচল কথা ।

ঘৈণীয়েকৰ ফালে একেদৰে চাই থাকিয়েই প্ৰিন্স আন্দ্ৰুৱে কলে, "মই এতিয়াও বুজিব পৰা নাই কিহৰ কাৰণে তোমাৰ ইমান ভয় ।"

প্ৰিন্সেচৰ মুখ ৰঙা পৰি উঠিল, হতাশাৰ ভঙ্গিত তেওঁ হাত দুখন ওপৰলৈ দাঙি ধৰি কলে, "নাই আন্দ্ৰু, মই কবলৈ বাধ্য যে তুমি সলনি হৈ গৈছা। উস্, তুমি কিমান⋯⋯"।

প্ৰিন্সে কলে, "ডাক্তৰে তোমাক সোনকালে শুবলৈ কৈছে। তুমি বৰক শুই থাকাগৈ যোৱা।"

প্ৰিন্সেচে কোনো কথা নকলে। হঠাৎ তেওঁৰ পাতল ওঁঠ দুটা কঁপিবলৈ ধৰিলে। প্ৰিন্স আন্দ্ৰু উঠি থিয় হ'ল, কান্ধ দুটা এবাৰ জোকাৰি দি ঘৰৰ ভিতৰত পায়চাৰি কৰিবলৈ ধৰিলে।

পিয়েৰে আচৰিত হৈ এবাৰ ইজনৰ ফালে আৰু এবাৰ সিজনৰ ফালে চাবলৈ ধৰিলে চচমাৰ ওপৰেদি। উঠিবলৈ গৈও মনৰ ইচ্ছাটো সলনি কৰি ললে।

"মঁচিয়ে পিয়েৰ ইয়াত আছে তাতে কি হৈছে?" সৰু প্ৰিন্সেচে হঠাৎ চিঞৰি কৈ উঠিল, ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলত মুখখন বিকৃত হৈ গ'ল। "বহুত দিনৰপৰাই তোমাক কবলৈ চেষ্টা কৰিছো, আন্দ্ৰু কিয় তুমি মোৰ প্ৰতি ইমান সলনি হৈ গৈছা? মই তোমাৰ কি কৰিছো? তুমি যে যুদ্ধলৈ যাবলৈ ওলাইছা, মোৰ প্ৰতি তোমাৰ অলপো দয়া-মায়া নাই নে? কেলেই? কোৱা, কেলেই?"

"লিজে!" প্ৰিন্স আন্দ্ৰুৱে মাত্ৰ ইমানেই কলে। কিন্তু এটা শব্দতেই প্ৰকাশ পালে অনুনয়, শাসন, আৰু এনেকুৱা দৃঢ় প্ৰত্যয় যে সৰু প্ৰিন্সেচে যি কৈছে তাৰ কাৰণে তেওঁ নিজেই দুঃখিত হোৱা উচিত। প্ৰিন্সেচে কিন্তু লৰালৰিকৈ কৈ উঠিল, "তুমি মোৰ লগত এনেকুৱা ব্যৱহাৰ কৰা যেন মই এজন পঙ্গু, মই এজনী সৰু ছোৱালী। মই সকলো বুজি পাওঁ। ছমাহৰ আগতে তুমি মোৰ লগত এই ধৰণে ব্যৱহাৰ কৰিছিলা নে?'

প্ৰিন্স আন্দ্ৰুৱে এইবাৰ আৰু দৃঢ়ভাৱে ঘৈণীয়েকক কলে, "লিজে, মই তোমাক অনুৰোধ কৰিছো, তুমি মনে মনে থাকা।"

এইবোৰ কথা-বতৰা শুনি পিয়েৰ ক্ৰমেই উত্তেজিত হৈ উঠিছিল। এইবাৰ তেওঁ প্ৰিন্সেচৰ ওচৰলৈ আগবাঢ়ি গ'ল। চকুৰ পানী তেওঁ সহ্য কৰিব নোৱাৰে, ভাব হ'ল যেন তেওঁ নিজেই কান্দি পেলাব।

"শান্ত হওক প্ৰিন্সেচ! এইবোৰ হৈছে আপোনাৰ মনৰ ধাৰণা মাত্ৰ, কাৰণ···মই কৈছো, এই অভিজ্ঞতা মোৰ নিজৰো হৈছে··· আৰু সেই কাৰণে···কাৰণ···নাই, নাই, মোক ক্ষমা কৰক! বাহিৰৰ কোনো মানুহৰ উপস্থিতি ইয়াত অশোভন, অবাঞ্ছনীয়··· নাই, আপুনি দুখ নকৰিব!···বিদায়।"

প্ৰিন্স আনদ্ৰুৱে থাপ মাৰি তেওঁৰ হাতখনত ধৰি পেলালে, কলে, "ব'বা পিয়েৰ! প্ৰিন্সেচৰ মনত অন্ততঃ এইকণ দয়া আছে যে আজিৰ সন্ধিয়াটো তোমাৰ লগত কটোৱাৰ সুখৰপৰা মোক তেওঁ বঞ্চিত নকৰিব।"

"নাই, তেওঁ অকল নিজৰ কথাকেই ভাবে," এই কথা কোৱাৰ লগে লগে তীব্ৰ ক্ষোভত প্ৰিন্সেচৰ দুচকুৰে চকুলো বৈ যাবলৈ আৰম্ভ কৰিলে।

"লিজে!" প্ৰিন্স আনদ্ৰুৱে কৰ্কশ সুৰত কলে, তেওঁৰ মাতটো শুনি স্পষ্ট বুজিব পৰা গ'ল যে তেওঁৰ ধৈৰ্য টুটি আহিছে।

মুহূৰ্তৰ ভিতৰতে প্ৰিন্সেচৰ ধুনীয়া মুখখনৰপৰা সেই কঠিন ৰুক্ষ ভাবটো সলনি হৈ গৈ তাত ফুটি উঠিল এটা কৰুণ ভয়ৰ ভাব। তেওঁৰ ধুনীয়া চকুযুৰিৰ প্ৰশ্নসূচক চাৱনিৰে তেওঁ পিৰিয়েকৰ মুখলৈ চালে। কুকুৰে যেতিয়া তাৰ নেজডাল তলমুৱা কৰি ঘন-ঘনকৈ নেজডাল লৰাবলৈ ধৰে তেতিয়া তাৰ মুখত যিটো ভাব ফুটি উঠে ঠিক তেনেকুৱা ভাব ফুটি উঠিল প্ৰিন্সেচৰ মুখত।

"হে ঈশ্বৰ! হে ঈশ্বৰ!" —বুলি কৈ উঠাৰ লগে লগে এখন হাতেৰে পোছাকটো তুলি ধৰি গিৰিয়েকৰ ওচৰলৈ গৈ প্ৰিন্সেচে তেওঁৰ কপালত চুমা খালে।

"শুভ ৰাত্তি লিজে," বুলি প্ৰিন্স আনদ্ৰুৱে এনেকুৱা ভদ্ৰভাৱে ঘৈণীয়েকৰ হাতত চুমা খালে যেন কোনোবা অচিনাকি ভদ্ৰমহিলাক হে চুমা খাইছে।...

দুয়ো বন্ধু নীৰৱ। কোনেও আগতে কথা কব খোজা নাই। পিয়েৰে ঘনেপতি প্ৰিন্স আনদ্ৰুৰ মুখৰ ফালে মূৰ দাঙি চাইছে, প্ৰিন্স আনদ্ৰুৱে তেওঁৰ সৰু হাতখনেৰে নিজৰ কপালখন ঘঁহিছে।

দুৱাৰৰ ফালে খোজ আগবঢ়াই এটা হুমুনিয়াহ পেলাই তেওঁ পিয়েৰক কলে, "ব'লা ৰাতিৰ সাজ খাই লোৱা যাওক।"

নতুনকৈ সজোৱা ৰুচিসম্মত, বিলাসবহুল খোৱা-ঘৰত গৈ তেওঁলোক দুয়ো সোমাল। টেবুল-চাৰেলৰপৰা আৰম্ভ কৰি কাপৰ, চিনা মাটিৰ আৰু কাঁচৰ বাচন-বৰ্তনলৈকে সকলোতে নৱবিবাহিত দম্পতিৰ নতুনত্বৰ ছাপ। খানা খাই থকাৰ মাজতেই

হঠাৎ প্ৰিন্স আন্দ্ৰুৱে এনেকুৱা এক স্নায়বিক উত্তেজনাভৰা চাৰিনিৱে পিয়েৰৰ মুখলৈ চালে যিটো তেওঁ ইয়াৰ আগতে প্ৰিন্সৰ চকুত কেতিয়াও দেখা নাই। তাৰপিছত তেওঁ এনেভাৱে কথা কবলৈ আৰম্ভ কৰিলে যেন কিবা এটা বিশেষ কথা বহুত দিনৰপৰা মনত পুহি ৰাখি হঠাত কৈ পেলাবলৈ স্থিৰ কৰি পেলাইছে।

"বিয়া নকৰাবা, বুজিছা বন্ধু, কেতিয়াও বিয়া নকৰাবা। এয়েঁ তোমাৰ প্ৰতি মোৰ পৰামৰ্শ : যিমান দিনলৈকে নিজকে কব নোৱাৰা যে তোমাৰ কাম কৰাৰ যিমান ক্ষমতা আছে তাক সমাধা কৰিছা, যেতিয়ালৈ তোমাৰ পচন্দ লগা নাৰীৰ প্ৰতি তোমাৰ ভালপোৱাৰ অৱসান নঘটে আৰু তেওঁক তেওঁৰ প্ৰকৃত ৰূপত দেখিবলৈ নোপোৱা, তেতিয়ালৈকে কোনোমতেই বিয়া নকৰাবা; কৰালে এনেকুৱা ভুল কৰি পেলাবা যিটো তেনেকুৱাই অসংশোধনীয়। যেতিয়া বুঢ়া হবা, অকৰ্মণ্য হৈ পৰিবা, তেতিয়া বিয়া কৰাবা সেয়ে নহলে তোমাৰ ভিতৰত যি যি ভাল বস্তু আছে সকলো নষ্ট হৈ যাব। অতি তুচ্ছ বস্তুৰ বাবে সকলো নিৰৰ্থক হৈ পৰিব। অঁ অঁ, মই কৈছো হয়। তেনেকৈ আচৰিত হৈ মোৰ ফালে কিয় চাইছা? নিজৰ ভৱিষ্যৎ সম্পৰ্কে কোনো প্ৰত্যাশা লৈ যদি বিয়া কৰোৱা তেনেহলে খোজে প্ৰতি বুজিব পাৰিবা যে তোমাৰ সকলো শেষ হৈ গৈছে, একমাত্ৰ তোমামোদকাৰীৰে ভৰা বৈঠকখানাৰ বাহিৰে আন সকলো দুৱাৰেই তোমাৰ কাৰণে বন্ধ হৈ গৈছে। কিন্তু তেনেকুৱা এখন দুৱাৰ খোলা থকাৰপৰা লাভ কি আছে?"...এইবুলি তেওঁ দুই হাতৰ বাহু দুটা মোহাৰিবলৈ ধৰিলে।

পিয়েৰে চকুৰপৰা চচ্‌মা খুলি পেলালে; তাৰ ফলত তেওঁৰ মুখখন দেখিবলৈ বেলেগ যেন লগা হ'ল—তেওঁৰ সৎস্বভাৱী ভাবটো যেন একেবাৰেই স্পষ্টৰূপে ওলাই পৰিল। আচৰিত হৈ তেওঁ বন্ধুৰ মুখৰ ফালে চাই থাকিল।

প্ৰিন্স আন্দ্ৰুৱে আকৌ কবলৈ আৰম্ভ কৰিলে, "মোৰ ঘৈণী সুন্দৰ মহিলা। যি বিৰল মহিলাবিলাকৰ হাতত পুৰুষৰ মৰ্যাদা নিৰাপদে থাকে এওঁ হ'ল সিহঁতৰ ভিতৰৰে এগৰাকী। কিন্তু হে

ঈশ্বৰ, অবিবাহিত থাকিবৰ বাবে মই যি কোনো মূল্য দিবলৈ সন্মত! তুমিয়েই প্ৰথম আৰু একমাত্ৰ মানুহ যাৰ আগত মই এইবোৰ কথা কলোঁ, কাৰণ তোমাৰ লগত মোৰ হৃদ্যতা আছে।''

যি আন্দ্ৰু বল্‌কনস্কিয়ে আন্না পাভ্‌লভনাৰ আৰামী-চকীত বহি আধামেলা চকুৰে দাঁতৰ ফাঁকেৰে ফৰাচী গালি আওৰাইছিল, এতিয়াৰ এই কথাবোৰ কৰৰ সময়ত প্ৰিন্স আন্দ্ৰু যেন আৰু সেই মানুহ হৈ থকা নাই। তেওঁৰ মুখৰ প্ৰতিডোখৰ পেশী এতিয়া স্নায়বিক উত্তেজনাত কঁপি কঁপি উঠিছে। যি চকুৰপৰা জীৱনৰ অগ্নিশিখা নুমাই গৈছিল বুলি ধাৰণা হৈছিল, সেই চকুযুৰি এতিয়া উজ্জ্বল জ্যোতিৰে জল্‌মলাই উঠিছে। স্পষ্ট বুজিব পৰা গৈছে, সাধাৰণ অৱস্থাত তেওঁক যিমান নিষ্প্ৰাণ যেন লাগে, এইবোৰ অসুস্থ বিৰক্তিকৰ মুহূৰ্তত তেওঁক সিমানে বেছি আবেগত উচ্ছ্বসিত হৈ উঠে।

তেওঁ কৈ যাবলৈ ধৰিলে, ''কিয় মই এই কথা কৈছো সেইটো তুমি বুজিব পৰা নাই, কিন্তু এয়েই হ'ল জীৱনৰ সম্পূৰ্ণ কাহিনী। তুমি বোনাপাৰ্ট আৰু তেওঁৰ জীৱনৰ কথা কৈছা (যদিও পিয়েৰে বোনাপাৰ্টৰ নাম উল্লেখ কৰা নাছিল), কিন্তু কাৰ্যক্ষেত্ৰত বোনাপাৰ্টে ধাপে ধাপে তেওঁৰ লক্ষ্যৰ বাটত আগবাঢ়ি গৈছে। তেওঁ আছিল মুক্ত, নিজৰ লক্ষ্যত উপনীত হোৱাৰ বাহিৰে তেওঁৰ আৰু আন কোনো চিন্তা–ভাবনা নাছিল; আৰু সেই কাৰণে তেওঁ নিজৰ লক্ষ্যত উপনীত হবও পাৰিছে। কিন্তু নিজক কোনো নাৰীৰ লগত বান্ধি পেলালেই তুমি চোৰ সঁজাত অৱদ্ধ কয়েদীৰ দৰে সকলো স্বাধীনতা হেৰুৱাই পেলাবা। আশা কৰিব পৰা, শক্তি যোগাব পৰা তোমাৰ ভিতৰত যদি কিবা আছে সেই সকলোকে নিৰ্মূল কৰি পেলাব, তুমি অনুতাপত দগ্ধ হব লাগিব। বৈঠকখানা, মেল-মৰা, বল-নাচ, অহংকাৰ, তুচ্ছতা— এই আটাইবোৰবে মায়াবী হাতৰপৰা মোৰ মুক্তি নাই। মই এতিয়া যুদ্ধলৈ যাবলৈ ওলাইছো, এক বিৰাট যুদ্ধ, অথচ মই একোৱেই নাজানো, মই একোৱেই যোগ্য নহওঁ। মই অতি অমায়িক মানুহ, মোৰ বুদ্ধি তীক্ষ্ণ, আন্না পাভ্‌লভনাৰ ঘৰত সকলোৱে মোৰ কথা শুনে। আৰু তাত গোটখোৱা সেই

মূৰ্খ মানুহৰ দলটোক এৰি মোৰ ঘৈণীয়ে জীয়াই থাকিব নোৱাৰে। আৰু সেই মহিলাবিলাক ..। ওপৰ-মহলৰ সেই ভদ্ৰমহিলাসকলৰ আচল ৰূপ যে কি, আৰু সামগ্ৰিকভাৱে গোটেই নাৰী জাতিটো যে কি বস্তু সেইটো যদি জানিলাহেতেন। মোৰ দেউতাই সঠিককৈ জানে। স্বাৰ্থপৰ, অহংকাৰী, নিৰ্বোধ, সকলো বিষয়তে নগণ্য—প্ৰকৃতপক্ষে এয়ে হ'ল নাৰীজাতিৰ পৰিচয়! সমাজত যেতিয়া সিহঁতক দেখিবা তেতিয়া তোমাৰ ধাৰণা হব সিহঁতৰ ভিতৰত কিবা বস্তু আছে, কিন্তু মিছা, একো নাই, একোৱেই নাই, একেবাৰেই শূন্য। নাই, নাই, মোৰ মৰমৰ বন্ধু, বিয়া নকৰাবা, কেতিয়াও বিয়া নকৰাবা!"

পিয়েৰে কলে, "তুমি, তুমি নিজকে অক্ষম বুলি ভাবিবা, তোমাৰ জীৱনটো ব্যৰ্থ বুলি ধৰি লবা—এইটো কিন্তু মোৰ ওচৰত হাঁহি উঠা কথা। তোমাৰ সমুখত তো সকলো আছে, যি লাগে সকলো। আৰু তুমি...।"

তেওঁ কথা শেষ নকৰিলে, কিন্তু তেওঁৰ কথাৰ সুৰ শুনিয়েই বুজিব পৰা গ'ল বন্ধুৰ সম্পৰ্কে তেওঁৰ ধাৰণা কিমান উচ্চ, তেওঁৰ ভৱিষ্যৎ সম্পৰ্কে কি বিৰাট আশা তেওঁ অন্তৰত পোষণ কৰে।

'এই ধৰণৰ কথা তেওঁ কয় কেনেকৈ?' পিয়েৰে নিজৰ মনতে ভাবিলে। বন্ধুক তেওঁ পূৰ্ণতাৰ প্ৰতিমূৰ্তি বুলি ভাবে, কাৰণ যিবোৰ গুণ তেওঁৰ নিজৰ ভিতৰত নাই, প্ৰিন্স আনদ্ৰু পূৰ্ণমাত্ৰাই সেইবোৰ গুণৰ অধিকাৰী। থোৰতে সেই গুণাৱলীক কব পাৰি ইচ্ছাৰ দৃঢ়তা বুলি। সকলো কথাকে শান্তভাৱে বিচাৰ কৰাৰ ক্ষমতা, অসাধাৰণ স্মৃতিশক্তি, পঢ়াশুনাৰ বিশালতা (তেওঁ সকলো বিষয় পঢ়িছে, জানিছে সকলো কথা, আঁতি-গুৰি চিন্তা-চৰ্চা কৰিছে), আৰু আটাইবে ওপৰত কাম কৰাৰ আৰু পঢ়াশুনা কৰাৰ তেওঁৰ অসাধাৰণ ক্ষমতা—প্ৰিন্স আনদ্ৰুৰ এই আটাইবোৰ ক্ষমতা নিজ চকুৰে দেখি পিয়েৰ বিস্মিত হৈছে। আনদ্ৰুৰ যে দাৰ্শনিক তত্ত্বালোচনাত দক্ষতা নাই সেইকথা জানিব পাৰি খুব আচৰিত হলেও পিয়েৰে তাক কিন্তু আনদ্ৰুৰ ত্ৰুটি বুলি নাভাবে বৰঞ্চ সেয়া তেওঁৰ ক্ষমতাৰে এটা লক্ষণ বুলিহে ভাবে।

জীৱনৰ আটাইতকৈ ঘনিষ্ঠ, বন্ধুত্বপূৰ্ণ আৰু সবল সম্পৰ্কৰ ক্ষেত্ৰতো প্ৰশংসা আৰু গুণকীৰ্তন অপৰিহাৰ্য, ঠিক যেনেকৈ গাড়ীৰ চকা সহজভাৱে চলিবৰ বাবে তেলেতীয়া বস্তুৰ আৱশ্যক হয়।

প্ৰিন্স আন্দ্ৰুৱে কলে, "মোৰ দিন শেষ হৈ গৈছে। মোৰ কথা কৈ আৰু কি লাভ আছে?" খন্তেকপৰ নীৰৱে থাকি তেওঁ হাঁহি হাঁহি আকৌ কলে, "আহা, এতিয়া তোমাৰ কথা শুনো।"

আন্দ্ৰুৰ মুখৰ হাঁহিটো লগে লগেই প্ৰতিফলিত হ'ল পিয়েৰৰ মুখত। মিচিকিয়াই হাঁহি পিয়েৰে কলে, "মোৰ সম্পৰ্কে নো কবলগীয়া কিটো আছে? মই কোন? এক অবৈধ সন্তান!" হঠাৎ তেওঁৰ মুখখন ৰঙা পৰি উঠিল, স্পষ্ট বুজিব পৰা গ'ল বহুত চেষ্টা কৰাৰ পিছতহে তেওঁ এই কথা মুখেৰে উচ্চাৰণ কৰিছে। "মইতো নামহীন, সম্পত্তিহীন... আৰু এইটোও সঁচা ..." কিন্তু সঁচা কথাটো যে কি তাক তেওঁ নকলে। "যি হওক, বৰ্তমানে মই মুক্ত, মই এতিয়া বৰ আনন্দতেই আছো। অকল মই কি কৰিম সেই সম্বন্ধে মোৰ অলপো ধাৰণা নাই। এই সম্পৰ্কে মই তোমাৰ লগত আলোচনা কৰিব খুজিছিলো।"

প্ৰিন্স আন্দ্ৰুৱে তেওঁৰ ফালে সহানুভূতিৰ চাৱনিৰে চালে। সেই চাৱনি বন্ধুত্বপূৰ্ণ, মৰমসনা, তথাপি তাৰ মাজতেই ফুটি উঠিল তেওঁৰ শ্ৰেষ্ঠত্বৰ আভাস।

"তোমাক মোৰ ভাল লাগে, তাৰ বিশেষ কাৰণ আমাৰ আটাইবিলাকৰ ভিতৰত তুমিয়েই একমাত্ৰ জীৱন্ত মানুহ। তোমাৰ যি মন যায় তাকে বাছি লোৱা, সকলো সমান। যি কোনো ঠাইতে তুমি নিজকে ঠিক খাপ খুৱাই লব পাৰিবা। কিন্তু এটা কথা: সেই কুৰাগিনবিলাকৰ ওচৰলৈ নাযাবা, সিহঁতৰ দৰে জীৱন যাপন নকৰিবা। সেই ব্যভিচাৰ, সেই লাম্পট্য, সিহঁতৰ কোনো এটা কথা বা কাৰ্যকলাপেই তোমাৰ লগত খাপ নাখাব!"

কান্ধ দুটা লাহেকৈ জোকাৰি দি পিয়েৰে কলে, "তুমি কি বিচাৰা বন্ধু? নাৰী নেকি বন্ধু, ভিৰোভামানুহ!"

প্ৰিন্স আন্দ্ৰুৱে উত্তৰ দিলে, "মই সেইবোৰ নুবুজো। যিবিলাক মহিলাই সঠিক বাটেৰে চলে, সিহঁতৰ কথা সুকিয়া, কিন্তু এই কুৰাগিনিবেলাকৰ দৰে তিৰোতাবিলাক, সুৰা আৰু নাৰী', 'মদ আৰু মাইকী', ইহঁতক মই বুজি নাপাওঁ।"

প্ৰিন্স ভাচিলি কুৰাগিনহঁতৰ লগতেই পিয়েৰ বাস কৰে, আৰু ভাচিলিৰ পুতেক আনাতোলেৰ ব্যভিচাৰী জীৱনৰো তেওঁ সঙ্গী। প্ৰিন্স আন্দ্ৰুৰ ভনীয়েকৰ লগত এই তালেৰাৰ বিয়া দি৹তাৰ চৰিত্ৰ শুধৰোৱাৰ কথা ভবা হৈছে।

হঠাৎ যেন এটা ভাল খবৰ মনত পৰিছে তেনে ভাবত পিয়েৰে কৈ উঠিল, "এটা কথা তুমি জানা নে? সঁচাই কৈছো, বহুত দিনৰপৰাই মই এই কথাটোকে ভাবিছিলো।... এই ধৰণৰ জীৱন যাপন কৰো বাবেই মই একোৱেই স্থিৰ কৰিব নোৱাৰো, বা সঠিকভাৱে ভাবিবও নোৱাৰো। মূৰৰ যন্ত্ৰণা আৰম্ভ হয়, আটাইবোৰ টকা খৰচ হৈ যায়। আজি ৰাতি সি মোক যাবলৈ মাতিছিল, কিন্তু মই নাযাওঁ।"

"নাজাওঁ বুলি মোৰ আগত শপত খাই কোৱা?"

"শপত খাই কৈছো, নাযাওঁ!"

* * *

পিয়েৰ যেতিয়া বন্ধুৰ ওচৰত বিদায় লৈ ওচি গ'ল তেতিয়া ঘড়ীত ৰাতি এক বাজি গৈছে।

উত্তৰাঞ্চলৰ গ্ৰীষ্মকালৰ ডাৱৰশূন্য ৰাতি। পোনে পোনে ঘৰলৈ যাবৰ বাবে পিয়েৰে খোলা গাড়ী ললে। কিন্তু যিমানে তেওঁ ঘৰমুখে আগবাঢ়ি যাবলৈ ধৰিলে সিমানে তেওঁৰ ভাব হ'ল যে এনেকুৱা এটা ৰাতি শুই কটোৱাটো অসম্ভৱ। যিকণ পোহৰ আছে সেই পোহৰতেই জনশূন্য ৰাস্তাৰ বহুত দূৰলৈকে দেখিবলৈ পোৱা যায়, মনতে ভাব হয় ই যেন ৰাতি নহয়, দোকমোকালি অথবা ফুট-গধূলি হে। গৈ থাকোঁতে পিয়েৰৰ মনত পৰিল, আজি ৰাতিও আনাটোল কুৰাগিনে অইন দিনাৰ দৰেই তাচ লৈ অপেক্ষা কৰি আছে। তাৰপিছত আৰম্ভ হব সুৰাপান। আৰু অৱশেষত এনেকুৱা ঠাইলৈ যোৱা হব য'লৈ গৈ পিয়েৰে বৰ ভাল পায়।

'মইঁতো কুৰাগিনহঁতৰ ঘৰলৈকেই যোৱা উচিত,' পিয়েৰে ভাবিলে।

কিন্তু লগে লগেই তেওঁৰ মনত পৰি গ'ল, তালৈ নাযাব বুলি প্ৰিন্স আনদ্ৰুক কথা দিছে। কিন্তু তাৰপিছতেই, সাধাৰণতে দুৰ্বল চৰিত্ৰৰ মানুহৰ ক্ষেত্ৰত যিটো ঘটে তেওঁৰো সেয়ে ঘটিল, যি ব্যভিচাৰী জীৱনত তেওঁ অভ্যস্ত তাৰ প্ৰতি আকৰ্ষণ ইমান প্ৰবল হৈ উঠিল যে তালৈ যোৱাটোকে অৱশেষত তেওঁ স্থিৰ কৰি পেলালে। লগে লগে তেওঁৰ ভাব হ'ল যে প্ৰিন্স আনদ্ৰুক কথা দিয়াৰ কোনো অৰ্থই নহয়, কাৰণ প্ৰিন্স আনাতোলক সঙ্গ দিব বুলি আগতেই তেওঁক কথা দি থৈছে। তাৰ উপৰিও, এইদৰে কথা দিয়াটো নো কি এনে ডাঙৰ কথা, ইয়াৰ কোনো সঠিক অৰ্থ নাই। বিশেষকৈ যেতিয়া ভৱা যায় যে কালিলৈ তো কোনো মানুহৰ মৃত্যুও ঘটিব পাৰে, অথবা এনে কোনো অঘটন ঘটিব পাৰে যাৰ ফলত সন্মান-অসন্মান সকলো একাকাৰ হৈ যাব। নিজৰ কোনো সিদ্ধান্ত বা অভিপ্ৰায়ক নাকচ কৰি দিয়াৰ সপক্ষে এই ধৰণৰ যুক্তিৰ আশ্ৰয় পিয়েৰে প্ৰায়ে লয়। তেওঁ কুৰাগিনহঁতৰ ঘৰ অভিমুখে আগবাঢ়ি গৈ থাকিল।

অশ্বাৰোহী ৰক্ষীবাহিনীৰ সেনানিবাসৰ ওচৰত থকা যি বিৰাট ঘৰটোত আনাতোল থাকে তাৰ সন্মুখত গাড়ীৰপৰা নামি পিয়েৰ ভিতৰলৈ সোমাই গ'ল। খটখটীৰে উঠি গৈ দেখিলে সন্মুখৰ কোঠাটোৰ দুৱাৰখন খোলা, ভিতৰত কোনো নাই; খালী বটল, হলৌ চোলা, অভাৰ-শু চাৰিওফালে সিঁচৰতি হৈ পৰি আছে। কোঠাটোৰ ভিতৰত মদৰ গোন্ধ, দূৰৈত নানা কণ্ঠস্বৰ আৰু চিঞৰ-বাখৰ।

তাচৰ আড্ডা আৰু নৈশভোজন পৰ্ব শেষ হৈ গৈছে, কিন্তু অতিথিবিলাক তেতিয়াও বিদায় লৈ গুচি যোৱা নাই। হলৌ চোলাটো খুলি দলি মাৰি থৈ দি পিয়েৰ প্ৰথম কোঠাটোত সোমাল, তাত নৈশভোজনৰ এৰেহাবোৰ সিঁচৰতি হৈ পৰি আছে। এজন পৰিচাৰকক তাক কোনেও দেখিবলৈ পোৱা নাই বুলি ভাবি গিলাচবোৰৰ তলিত পৰি থকা অকণ [illegible] মদ



গিলাচত গোটাই লৈ পি-খাব ধৰিছিল। তৃতীয় কোঠাটোৰপৰা ভাহি আহিছে হাঁহিৰ অট্টৰোল, চিনাকি কণ্ঠৰ চিঞৰ-বাখৰ। এটা ভালুকৰ গৰ্জন, আৰু সাধাৰণ হৈ-চৈ। আঠ-ন'জন ডেকা মানুহ উৎকণ্ঠিতভাৱে খোলা খিৰিকী এখনৰ দাঁতিত আহি গোট খাইছেহি। আন তিনিজন ডেকাই এটা ভালুকৰ পোৱালিক শিকলিৰে বান্ধি টানি নি বাকীবোৰ মানুহৰ ফালে মেলি দিব ধৰিছিল।

"মই এশ ৰুবল বাজি ধৰিছো ষ্টিভেন্সৰ ওপৰত," এজনে চিঞৰি কৈ উঠিল।

"মনত ৰাখিবা, ধৰি ৰখা নচলিব," আন এজনে চিঞৰি কলে।

তৃতীয়জনে কলে, "মই বাজি ধৰিছো দলোখভৰ ওপৰত! কুৰাগিন, তুমি আমাৰ হাত এৰুৱাই দিয়া।" [ৰাচিয়াৰ নিয়ম—বাজি ধৰিলে দুজনে কৰমৰ্দন কৰে, আৰু আন এজনে সিহঁতৰ হাত এৰুৱাই দিয়ে।]

"হেৰা, ব্ৰুইনক এৰি দিয়া, ইফালে বাজি চলিছে।"

"একেবাৰতে বটল শেষ কৰিব লাগিব, নহলে সি হাৰিব," চতুৰ্থজনে চিঞৰি কৈ উঠিল।

"জেকব, এটা বটল লৈ আহ," ঘৰৰ গৰাকীয়ে আদেশ দিলে। মানুহগৰাকী ওখ, দেখাত ধুনীয়া, দলটোৰ মাজভাগত থিয় দি আছে। তেওঁ কোট সোলোকাই থৈছে, পিন্ধি থকা কপাহী কাপোৰৰ কামিজটোৰ বুকু খোলা। "এক মিনিট অপেক্ষা কৰা ভদ্ৰলোকসকল।... এয়া কোন আহিছে চোৱা, আমাৰ পুৰণি বন্ধু পিয়েৰ। আহা সাধু পুৰুষ!" পিয়েৰক দেখি তেওঁ চিঞৰি কৈ উঠিল।

খিৰিকীৰ ওচৰৰপৰা আন এজনে মাত লগালে। মজলীয়া উচ্চতাৰ মানুহজনৰ চকুযুৰি নীলা। এই মাতালৰ দলটোৰ ভিতৰত তেওঁৰ মাতটোতেই সুস্থ মানুহৰ প্ৰায় স্বাভাৱিক সুৰ। তেওঁ পিয়েৰক উদ্দেশ্য কৰি কলে, "ইয়ালৈ আহা, বাজিৰ হাত মেলি দিয়া!" এওঁ হ'ল দলোখভ, চেমেনভ ৰেজিমেণ্টৰ বিষয়া, বিখ্যাত জুৱাৰি আৰু দুঃসাহসিক যোদ্ধা, আনাতোলৰ লগতেই

থাকে। পিয়েৰে হাঁহিলে, মনৰ আনন্দত চাৰিওফালে চকু ঘূৰাই চালে।

"মই একো বুজিব পৰা নাই। এইবোৰ কি হব ধৰিছে?"

"অলপ অপেক্ষা কৰা, তোমাৰ পেটত এতিয়াও মাল পৰা নাই। ইয়াত এটা বটল দৰ্কৰা," বুলি আনাতোলে টেবুলৰপৰা এটা বটল লৈ পিয়েৰৰ ওচৰলৈ গ'ল।

"এয়া লোৱা, আগেয়ে কিছু মদ খাই লোৱা!"

যি মাতাল অতিথিবিলাক খিৰিকীৰ ওচৰত ভিৰ কৰি আছে সিহঁতৰ ফালে চাই আৰু সিহঁতৰ কথা-বতৰা গল্পবোৰ শুনি শুনি পিয়েৰে গিলাচৰ পিছত গিলাচ পি-খাবলৈ ধৰিলে। আনাতোলে পিয়েৰৰ গিলাচ ভৰাই দিয়াৰ লগে লগে তেওঁক বুজাই কলে যে নৌ-বিভাগৰ ইংৰাজ বিষয়া ষ্টিভেন্সৰ লগত দলোখভে বাজি ধৰিছে: তিনিমহলাৰ খিৰিকীৰ ওপৰত বহি বাহিৰৰ ফালে দুয়োখন ভৰি তললৈ ওলমাই দি তেওঁ এবটল 'ৰাম' খাব।

বটলৰ শেষ মদখিনি গিলাচত ঢালি দি আনাতোলে পিয়েৰক কলে, "খোৱা বন্ধু খোৱা, এই গোটেইখিনি খাব লাগিব, নাখালে তোমাক নেৰিছো!"

"নাই, আৰু নাখাওঁ," বুলি আনাতোলক ঠেলি আঁতৰাই দি পিয়েৰ খিৰিকীৰ কাষলৈ গ'ল।

ইংৰাজ ভদ্ৰলোকৰ হাতত চেপি ধৰি দলোখভে স্পষ্টভাৱে বাজিৰ চৰ্তবোৰ কৈ যাব ধৰিছে। তাৰ লক্ষ্য বিশেষকৈ আনাতোল আৰু পিয়েৰ।

দলোখভৰ উচ্চতা মজলীয়া, কেঁকোৰা চুলি, চকুযুৰি পাতল নীলা। বয়স একুৰি পাঁচ বছৰ। পদাতিক বাহিনীৰ অফিচাৰবিলাকৰ দৰেই তাৰ গোঁফ নাই; ফলত তাৰ ধুনীয়া মুখখন সম্পূৰ্ণৰূপে চকুত পৰিছে। ওপৰৰ ওঁঠটো তলৰ ওঁঠটোতকৈ বহুত ডাঙৰ, ওঁঠত যেন সদায় হাঁহি বিৰিঙি আছে। তাৰ উপৰি তাৰ বুদ্ধিদীপ্ত চকুযুৰিত দৃঢ়তা আৰু ঔদ্ধত্য বিৰাজমান। এই আটাইবিলাক কাৰণত তাৰ ওপৰত কাৰো চকু নপৰাকৈ নাথাকে। দলোখভৰ আৰ্থিক অৱস্থা ভাল নহয়, চহকী অৱস্থাপন্ন মিটিৰ-

কুটুমো নাই। তথাপি, আনাতোলে হাজাৰ হাজাৰ ৰুবল খৰচ কৰিলেও দলোখভ তেওঁৰ লগতেই থাকে, তদুপৰি তাৰ চলন-ফুৰণ এনেকুৱা যে তাক সকলোৱে শ্ৰদ্ধা কৰে, আনকি আনাতোলতকৈও বেছি শ্ৰদ্ধা কৰে। দলোখভে সকলো ধৰণৰ খেলা জানে, আৰু প্ৰায় সকলো সময়তেই খেলত জিকে। সি মদ যিমানেই নাখাওক লাগিলে তথাপি কেতিয়াও তাৰ মূৰ নুঘূৰে। পিটাৰ্চবুৰ্গৰ সেই সময়ৰ লম্পট আৰু দুশ্চৰিত্ৰ মানুহবিলাকৰ ভিতৰত কুৰাগিন আৰু দলোখভ দুয়োজনেই সমানে জনাজাত।

'ৰাম'ৰ বটলটো অনা হ'ল। খিৰিকীখনৰ ওপৰত ভৰি মেলি বহিবলৈ খিৰিকীৰ ফ্ৰেমটোৰ কাৰণে অসুবিধা হোৱা বাবে দুজন পৰিচাৰকে ফ্ৰেমটো খুলি পেলালে। অতিথিবিলাকে সিহঁত দুজনক নানা ধৰণৰ নিৰ্দেশ দিব ধৰিছে।

আনাতোল চলংচপংকৈ খিৰিকীৰ ওচৰলৈ গ'ল। পৰিচাৰক দুজনক ঠেলি আঁতৰাই দি তেওঁ খিৰিকীৰ ফ্ৰেমটোক ধৰি টানিবলৈ ধৰিলে, কিন্তু লৰাবই নোৱাৰিলে। হেঁচা লাগি খিৰিকীৰ কাঁচখন ভাঙি গ'ল।

পিয়েৰৰ ফালে মুখ ঘূৰাই তেওঁ কলে, "তুমি এবাৰ চেষ্টা কৰি চোৱাচোন হাৰ্কিউলিছ।"

পিয়েৰে দুই হাতেৰে ফ্ৰেমটোত ধৰি গাৰ বলেৰে এটা টান মাৰিলে, আৰু ওক কাঠৰ ফ্ৰেমটো সশব্দে খুলি ওলাই আহিল।

"ফ্ৰেমটোক একেবাৰে আঁতৰাই থোৱা, নহলে সকলোৱে ভাবিব মই সেইটোত ধৰি আছো।" দলোকভে কলে।

"ইংৰাজ ভদ্ৰলোকজনৰ বৰ গৰ্ব নহয় নে? ঠিক আছেতো?" আনাতোলে কলে।

'ৰাম'ৰ বটলটো হাতত লৈ দলোখভ খিৰিকীখনৰ ফালে আগুৱাই গ'ল। খিৰিকীৰ মাজেৰে আকাশত পোহৰ চকুত পৰিছে, সেই পোহৰত উষাৰ লগত সূৰ্যাস্তৰ আভা মিলি গৈছে।

ৰামৰ বটলটো হাতত লৈ দলোখভে একেজাঁপে খিৰিকীমুখত উঠি তাত থিয় হৈ ভিতৰৰ মানুহবিলাকক মাতি কলে, "আপোনা-

লোকে শুনক!” কথা বন্ধ কৰি সকলোৱে তাৰ কথা শুনিবৰ বাবে সাজু হ'ল।

“মই পঞ্চাশ ইম্পিৰিয়াল ( ১ ইম্পিৰিয়াল = ১০ ৰুবল ) বাজি ধৰিছো”—ইংৰাজ ভদ্ৰলোকে যাতে সহজে বুজিব পাৰে সেই-কাৰণে সি ফৰাচী ভাষাৰেই কথাবোৰ কলে, যদিও সি ফৰাচী ভালকৈ কব নোৱাৰে। ইংৰাজ ভদ্ৰলোকগৰাকীক সম্বোধন কৰি সি আকৌ কলে, “মই পঞ্চাশ ইম্পিৰিয়াল বাজি ধৰিছো... আপুনি বাৰু এশ ধৰাটো বিচাৰে নেকি?”

“নাই, পঞ্চাশেই ঠিক আছে,” তেওঁ উত্তৰ দিলে।

“ঠিক আছে। পঞ্চাশ ইম্পিৰিয়াল···খিৰিকীৰ বাহিৰৰ ফালে এই ঠাইত বহি বটলৰ মুখটো মুখত ভৰাই মই এবটল ‘ৰাম’ একেবাৰতে খাই শেষ কৰিম, আৰু সেই সময়ৰ ভিতৰত মই হাতেৰে ক'তো ধৰি নাথাকিম। ঠিক আছে?”

“ঠিক আছে।” ইংৰাজ ভদ্ৰলোকজনে কলে।

আনাতোলে ইংৰাজজনৰ ফালে ঘূৰি থিয় হ'ল, তাৰপিছত তেওঁৰ কোটৰ এটা বুতামত খামুচি ধৰি ইংৰাজীতে বাজিৰ চৰ্তবোৰ আৰু এবাৰ কবলৈ ধৰিলে।

“শুনক, শুনক!” সকলোৰে মনোযোগ আকৰ্ষণ কৰিবৰ বাবে বটলটোৰে খিৰিকীখনৰ গ্ৰিলাৰ ওপৰত আঘাত কৰি দলোখভে কলে। “অলপ অপেক্ষা কৰা কুৰাগিন। আপোনালোকে শুনক! আন কোনোবাই যদি এই কামটো কৰিব পাৰে তেনেহলে তেওঁক মই এশ ইম্পিৰিয়াল দিম। বুজিছে?”

ইংৰাজ ভদ্ৰলোকে মূৰ দুপিয়ালে, কিন্তু তেওঁ এই বাজি গ্ৰহণ কৰিবলৈ সন্মত আছে নে নাই সেইটো বুজিব পৰা নগ'ল। আনাতোলে তেওঁক নেৰিলে, যদিও তেওঁ যে কথাবোৰ বুজিব পাৰিছে সেইটো বুজাবৰ বাবে তেওঁ মূৰ দুপিয়াবলৈ ধৰিলে, তথাপি আনাতোলে দলোখভৰ কথাবোৰ ইংৰাজীত তৰ্জমা কৰি তেওঁক শুনাবলৈ ধৰিলে। ৰক্ষীবাহিনীৰ খীণ-পাতল হুচাৰ (সৈন্য) এজনে খিৰিকীখনৰ ওপৰত উঠি মূৰটো হলাই তললৈ চালে।

খিৰিকীৰ ওপৰৰপৰা তলত ৰাস্তাৰ শিলবোৰ দেখিবলৈ পাই সি কৈ উঠিল, "উস্ ! হে ঈশ্বৰ ! ওঃ !"

তাক খিৰিকীৰ ওপৰতে এটা ঠেলা মাৰি দি দলোখভে চিঞৰি কলে, "এই, মনে মনে থাক !" দুচাৰজনে থত্মত্ খাই জাঁপ মাৰি ঘৰৰ মজিয়াত নামিল।

সহজেই হাত মেলি পোৱা যায় খিৰিকীৰ ওপৰত তেনেকুৱা এডোখৰ ঠাইত বটলটো থৈ দলোখভে সাৱধানে বাহিৰৰ ফালে ভৰি দুখন ওলমাই দি খিৰিকীৰ ওপৰত বহি ললে। লাহে লাহে হাত দুখন এৰি দি সোঁৱে-বাঁৱে গাটো দুবাৰমান হলাই শৰীৰৰ ভাৰসাম্য ঠিক ৰখাটো পৰীক্ষা কৰি চালে। তেতিয়া তাত যথেষ্ট পোহৰ থকা সত্ত্বেও আনাতোলে দুটা মমবাতি জ্বলাই আনি খিৰিকীমুখত থলে। সকলোৱে খিৰিকীৰ ওচৰত গৈ ভিৰ কৰিলে, ইংৰাজ ভদ্ৰলোকজন সকলোৱে আগত গৈ থিয় হ'ল। পিয়েৰে মনে মনে থিয় হৈ মিচিকিয়াই হাঁহিবলৈ ধৰিলে। দলটোৰ মাজৰপৰা এজন বয়সিয়াল মানুহ হঠাৎ চিঞৰি উঠি আগবাঢ়ি আহিল, তেওঁৰ চকুৰ চাৱনিত খং আৰু আতংকৰ সংমিশ্ৰণ। মানুহজনে আগবাঢ়ি গৈ দলোখভৰ কামিজটোত খামুচি ধৰিবলৈ চেষ্টা কৰি চিঞৰি কলে ঃ

"এইবোৰ কি পগলামি হব ধৰিছে ! এইবোৰ মূৰ্খামিৰ বাহিৰে একো নহয় ! সি তো পৰি মৰি যাব "

আনাতোলে তেওঁক ধৰি ৰাখিলে, কলে, "তাক নুচুব। আপুনি তাক চঁক খুৱাই দিব খোজে নেকি ? তেতিয়াহলে দেখোন সি পৰি গৈ মৰি যাব। ইস্ ? ·· হায়, হায় ! ·· ইস্ ?"

দলোখভে মুখখন ঘূৰালে, দুই হাতেৰে দুই ফালে খিৰিকীত ধৰি ঠিকমতে বহি ললে। খঙেৰে দাঁত কৰচি সি কলে, "আকৌ যদি কোনোবাই আহি গোলমাল কৰে তেনেহলে তাক মই দলি মাৰি তললৈ পেলাই দিম। এইবাৰ তেনেহলে··· !"

এই কথা কৈ সি আকৌ মুখখন ঘূৰালে, দুই হাতেৰে লাহেকৈ মদৰ বটলটো তুলি লৈ দুই ওঁঠৰ মাজত বটলৰ মুখখন লগাই ললে, মূৰটো পাছলৈ হলাই দি হাত দুখন ওপৰলৈ তুলি ধৰি ভাৰসাম্য ৰক্ষা কৰিবলৈ ধৰিলে। এজন পৰিচাৰকে ভঙা

কাঁচবোৰ বুটলিব ধৰিছিল, সি দলোখভৰপৰা আৰু মুখ ঘূৰাব নোৱাৰা হ'ল, একেথৰে সেইফালে চাই থাকিল। আনাতোলে পৰ লাগি থিয় হৈ ৰ'ল। ইংৰাজজনে কেৰাহিকৈ চাই ওঁঠ চেলেকিবলৈ ধৰিলে। যি বয়সিয়াল মানুহজনে এই কামত বাধা দিব খুজিছিল তেওঁ ঘৰৰ এচুকত গৈ বেৰৰ ফালে মুখ কৰি চোফা এখনত বহি পৰিল। পিয়েৰে দুই হাতেৰে নিজৰ চকু-মুখ ঢাকিলে; ইমান সময় তেওঁৰ মুখত এটা ক্ষীণ হাঁহি বিৰিঙি আছিল, এইবাৰ তাৰ সলনি মুখত ফুটি উঠিল ভয় আৰু আতংক। সকলোৱে নীৰৱ নিথৰ স্তব্ধ হৈ দলোখভৰ ফালে ভতপৰি চাই আছে। পিয়েৰে চকুৰ ওপৰৰপৰা হাত আঁতৰাই ললে, দলোখভ তেতিয়াও একেদৰেই বহি আছে, অকল তাৰ মূৰটো আৰু অলপ পাছফালে হালি যোৱাত কেঁকোৰা চুলিবোৰে কামিজৰ কলাৰটো চুইছে। যিখন হাতেৰে বটলটো ধৰি আছে সেই হাতখন ক্ৰমে আৰু ওপৰলৈ দাংখাই গৈ আছে আৰু থৰ্‌থৰ্‌কৈ কঁপিছে। বটলটো ক্ৰমান্বয়ে খালী হৈ গৈ আছে, ক্ৰমেই আৰু ওপৰলৈ হাতখন উঠি গৈছে, আৰু মূৰটো পাছফালে হালি পৰিছে। 'ইমান সময় লাগিছে কেলেই?' পিয়েৰে ভাবিলে। তেওঁৰ ভাব হ'ল যেন আধা ঘণ্টাতো বেছি সময় পাৰ হৈ গৈছে। হঠাৎ দলোখভৰ শৰীৰটো পাছফালে হাউলি আহিল, তাৰ হাতখন থৰ্‌থৰ্‌কৈ কঁপিবলৈ ধৰিলে। তাৰ ফলত খিৰিকীৰ ওপৰৰপৰা তাৰ গোটেই শৰীৰটো বহা অৱস্থাতে আগফালে পিছলি গ'ল। যিমানে সি পিছলি যাবলৈ ধৰিলে সিমানে তাৰ মূৰ আৰু হাত থৰক-বৰক কৰিবলৈ ধৰিলে। খিৰিকীখনত ধৰিবৰ বাবে এখন হাত আগবঢ়াই দিলে কিন্তু হাতখনে কঁপি থকা বাবে খিৰিকীখন চুকি নাপালে। পিয়েৰে আকৌ তাৰ চকু দুটা হাতেৰে ঢাকি ধৰিলে। খন্তেক পিছতে তাৰ অনুমান হ'ল চাৰিওফালে যেন এটা চাঞ্চল্যৰ ঢৌ উঠিছে। সি চকু মেলি চালে: খিৰিকীৰ ওপৰত দলোখভ স্থিৰ হৈ থিয় দি আছে, তাৰ মুখত বিৰিঙি উঠিছে জয়ৰ হাঁহি।

"বটল খালী!" গৰ্বেৰে দলোখভে কৈ উঠিল।

খালী বটলটো সি ইংৰাজ ভদ্ৰলোকজনক লক্ষ্য কৰি দলি

মাৰি দিলে, তেৰোঁ তৎক্ষণাৎ থাপ মাৰি বটলটো ধৰি পেলালে। দলোখভ খিৰিকীৰ ওপৰৰপৰা জাঁপ মাৰি মজিয়াত নামিল। তাৰ গাত ৰামৰ তীব্ৰ গোন্ধ।

"চাবাইচ ! বাহাদুৰ আদমি ! কি সাংঘাতিক, বাজি মাৎ কৰি দিছা ! মানুহজনৰ গাত নিশ্চয় অপদেৱতা ভৰ কৰিছে ..!" চাৰিওফালৰপৰা নানা মন্তব্য ভাহি আহিবলৈ ধৰিছে।

ইংৰাজ ভদ্ৰলোকজনে টকাৰ মোনা উলিয়াই টকা গণিবলৈ ধৰিলে। দলোখভে মাত্ৰ ভ্ৰূ-থুপ খুৱাই মনে মনে থিয় হৈ থাকিল, একো নকলে। পিয়েৰে জাঁপ মাৰি খিৰিকীখনৰ ওপৰত উঠি বহিল।

"শুনক ভদ্ৰলোকসকল, মোৰ লগত কোনে বাজি ধৰিব, আগবাঢ়ি আহক ? এই কাম ময়ো কৰিম।" হঠাৎ তেওঁ খিৰিকীৰ ওপৰৰপৰা চিঞৰি কৈ উঠিল। "কোনেও বাজি নধৰিলেও কৰিম ! চাওক ! এটা মদৰ ভৰা বটল আনিবলৈ কওক। ময়ো খেলা দেখুৱাম। মোক এটা মদৰ বটল আনি দিয়ক !"

"তেওঁক খেলা দেখুৱাবলৈ দিয়ক, দেখুৱাওক তেৰোঁ খেলা, তেওঁক খেলা দেখুৱাবলৈ কওক," দলোখভে হাঁহি হাঁহি কলে।

"আৰু তাৰ পিছত ? আপুনি পগলা হৈছে নেকি ? কোনেও আপোনাৰ লগত বাজি নধৰে !...হেৰি ডাঙৰীয়া, আপোনাৰ দেখোন খটখটীৰে উঠা-নমা কৰিলেই মূৰ ঘূৰে .." ভিৰৰ মাজৰপৰা কিছুমানে চিঞৰি চিঞৰি কবলৈ ধৰিলে।

নিজৰ সংকল্পত অটল মাতালৰ দৰে টেবুলৰ ওপৰত জোৰে এটা চাপৰ মাৰি পিয়েৰে আকৌ চিঞৰি কলে, "ময়ো খাম। মোক এবটল 'ৰাম' দিয়ক !" তেওঁ দলোখভৰ নিচিনাকৈ খিৰিকীৰ ওপৰত বহি লবলৈ সাজু হ'ল।

কিছুমানে আগবাঢ়ি গৈ তেওঁৰ হাতত চেপি ধৰিলে; কিন্তু তেওঁৰ ইমান বল যে যেয়ে তেওঁৰ গাত হাত দিলে তাকেই তেওঁ ছিটিকাই পেলাই দিলে।

আনাতোলে কলে, "নাই, এইদৰে তাৰ লগত নোৱাৰিব। অলপ অপেক্ষা কৰক, মই তাৰ ব্যৱস্থা কৰি আছোঁ।" তাৰ পিছত পিয়েৰক কলে, "শুনা ! কালিলৈ মই তোমাৰ লগত বাজি

ধৰিম, কাৰণ আমি এতিয়া আটায়ে যামগৈ—সৌ তেওঁৰ ঘৰলৈ ।"

"ভাল বাৰু, ব'লা তেনেহলে," পিয়েৰে চিঞৰি কলে । "ব'লা যাওঁ! আৰু খুড়ইনকো লগত লৈ ব'লা ।"

ভালুকটোক ধৰি দুই হাতেৰে দাঙি লৈ তেওঁ কোঠাটোৰ ভিতৰত ঘূৰি ঘূৰি নাচিবলৈ আৰম্ভ কৰি দিলে ।

## [ সাত ]

আন্না পাভ্লভ্নাৰ নৈশভোজৰ দিনাখন প্ৰিংেসচ দ্ৰুবেৎস্কায়াই তেওঁৰ একমাত্ৰ পুতেক বৰিচৰ কাৰণে অনুৰোধ জনোৱাত প্ৰিন্স ভাচিলিয়ে তেওঁক যি কথা দিছিল সেই কথা তেওঁ ৰাখিছে । এটা ব্যতিক্ৰম হিচাপেই বিষয়তো সম্ৰাটৰ ওচৰত উত্থাপন কৰা হৈছিল, আৰু কৰ্ণেলৰ পদমৰ্যাদাসহ বৰিচক চেমেনভ ৰক্ষী বাহিনীত বদলি কৰা হৈছে । কিন্তু আন্না মিখায়লভ্নাৰ সকলো চেষ্টা আৰু অনুৰোধ সত্ত্বেও তেওঁ কুতুজভৰ অধীনত চাকৰি পোৱা নাই । আন্না পাভ্লভ্নাৰ ঘৰৰ সান্ধ্য সম্মিলনৰ কিছু সময়ৰ পিছতেই আন্না মিখায়লভ্নাই মস্কোলৈ উভতি গৈ পোনে পোনে গুচি গৈছে তেওঁৰ ধনী মিত্ৰৰ ৰস্তভহঁতৰ ঘৰলৈ । চহৰলৈ আহিলে তেওঁ এইখন ঘৰতেই থাকে আৰু তেওঁৰ চেনেহৰ বৰিচও ল'ৰাকালৰপৰাই ইয়াত থাকিয়েই লিখা-পঢ়া শিকিছে আৰু বছৰৰ পিছত বছৰ এইখন ঘৰত থাকিয়েই কটাইছে । ৰক্ষীবাহিনী আগষ্টৰ ১০ তাৰিখে পিটাৰ্চবুৰ্গ এৰি গুচি গৈছে, কিন্তু তেওঁৰ পুতেক পোছাক-পাতিৰ বাবে এতিয়াও মস্কোতেই আছে । সীমান্ত চহৰ ৰাদ্‌জিভিলভত তেওঁ তেওঁৰ বাহিনীৰ লগত যোগ দিবগৈ ।

সেই দিনটো হ'ল চেণ্ট নাটালিয়া দিবস । আকৌ ৰস্তভ-পৰিয়ালৰ মাক আৰু নুমলীয়া জীয়েক দুয়োজনীৰেই নামকৰণ দিবসও এই দিনটোৰেই, দুয়োজনীৰেই নাম নাটালি । ৰাতিপুৱাৰ-পৰা ছয়ঘোঁৰাই টনা গাড়ীৰ অহা-যোৱা চলিছে অবিৰামভাৱে ।

পোভাৰ্স্কায়া ষ্ট্ৰীটত অৱস্থিত আৰু মস্কোত সুপৰিচিত কাউণ্টেচ ৰস্তভৰ বিৰাট প্ৰাসাদটোত অতিথি-অভ্যাগতৰ ভিৰ বাঢ়ি গৈ আছে। যিসকল অতিথি এজনৰ পিছত এজনকৈ আহি অভিনন্দন জনাব ধৰিছে তেওঁলোকক অভ্যৰ্থনা কৰিবৰ বাবে কাউণ্টেচে নিজে আৰু তেওঁৰ ৰূপৱতী ডাঙৰ জীয়েক বহা-ঘৰতেই অপেক্ষা কৰি আছে।

কাউণ্টেচৰ বয়স প্ৰায় পঞ্চল্লিশ বছৰ, লাহী প্ৰাচ্যদেশীয় মুখ, সন্তান ধাৰণৰ কাৰণে বৰ্তমানে তেওঁ ভগ্নস্বাস্থ্য—তেওঁৰ সন্তান সংখ্যা বাৰ। দুবলতাৰ কাৰণে তেওঁৰ খোজ-কাটলত আৰু কথা কোৱাৰ ধৰণত এনেকুৱা এটা অৱসাদ-ভাব ফুটি উঠে যাৰ ফলত তেওঁৰ প্ৰতি এটি শ্ৰদ্ধাৰ ভাব স্বাভাৱিকতে সকলোৰে মনত উদয় হয়। এই পৰিয়ালৰে এজন হিচাপে প্ৰিন্সেচ আন্না মিখায়লভ্না দ্ৰুবেৎস্কায়ায়ো বহা-ঘৰত উপস্থিত থাকি অতিথিসকলৰ অভ্যৰ্থনা আৰু আপ্যায়নৰ কামত সহায় কৰিছে। সৰু ল'ৰা-ছোৱালী-বিলাক ভিতৰৰ ঘৰত আছে, অতিথি আপ্যায়নৰ কামত সিহঁতৰ কোনো প্ৰয়োজন নাই। কাউণ্টে নিজে অতিথিবিলাকৰ লগত দেখা কৰি সকলোকে ডিনাৰৰ নিমন্ত্ৰণ জনাই বিদায় দিব ধৰিছে।

"প্ৰিয় বন্ধু, বা প্ৰিয় বান্ধৱী, আপোনাৰ ওচৰত মই অতি, অতি কৃতজ্ঞ" —অতিথিবিলাক পদমৰ্যাদাত তেওঁতকৈ ডাঙৰ হওক অথবা সৰু হওক, তাৰ কোনো প্ৰকাৰ ব্যৱধান নাৰাখি সকলোকে তেওঁ 'প্ৰিয়' বুলি সম্বোধন কৰিছে—"মোৰ নিজৰ পক্ষৰপৰা আৰু মোৰ চেনেহৰ যি দুজনীৰ নামকৰণ দিৱস আমি পালন কৰিবলৈ লৈছো সিহঁতৰ পক্ষৰপৰা মই আপোনাক ধন্যবাদ জনাইছো। কিন্তু মনত ৰাখিব, ডিনাৰত আহিবই লাগিব নহলে কিন্তু মই বৰ অসন্তুষ্ট হম, প্ৰিয় বান্ধৱী! আমাৰ গোটেই পৰিয়ালৰ পক্ষৰপৰা মই আপোনাক আহিবলৈ অনুৰোধ কৰিছো, প্ৰিয় বন্ধু!" এই একে কথাকে তেওঁ প্ৰত্যেককে কৈছে, কাৰো ক্ষেত্ৰতে কোনো প্ৰকাৰ হেৰ-ফেৰ নহয়। তেওঁৰ চিকণকৈ দাড়ি খুৰোৱা হাঁহিভৰা মুখখনত সদায় একে ধৰণৰ ভাব-ভঙ্গি, হাতৰ একে ধৰণৰ সুদৃঢ় চাপ আৰু একেভাৱেই বাৰে বাৰে মূৰ দোওৱা। কোনো অতিথিক

বিদায় দি উভতি আহিছেই বহা-ঘৰত বৈ থকা অতিথি-বিলাকৰ কোনোবা এজনৰ ওচৰত আহি এখন চকী টান মাৰি আনি তেওঁৰ ফালে মুখ কৰি বহিছে, ভৰি দুখন মেলি দি আঁঠুৰ ওপৰত এনেভাৱে হাত থৈছে যাৰ দ্বাৰা বুজাব পৰা যায় যে জীৱনক তেওঁ ভোগ কৰিছে আৰু কেনেকৈ জীয়াই থাকিব লাগে তাক তেওঁ ভালদৰেই জানে। তাৰ পিছত মৰ্যাদা ৰক্ষা কৰি গহীন-ভাৱে শৰীৰটোক লাহে লাহে আগলৈ পাছলৈ দোলাইছে, জলবায়ু সম্পৰ্কে ভৱিষ্যদ্বাণী কৰিছে, অথবা স্বাস্থ্য সম্পৰ্কে দুই-এষাৰ কথা কৈছে--কেতিয়াবা ৰুচ ভাষাত, আকৌ কেতিয়াবা হয়তো একেবাৰেই অশুদ্ধ অথচ আত্মবিশ্বাসেৰে ভৰা ফৰাচী ভাষাত, তাৰপিছত আকৌ ক্লান্ত অথচ কৰ্তব্যপালনত দৃঢ়মনা মানুহৰ দৰে আৰু এজন অতিথিক বিদায় দিবলৈ উঠি থিয় হৈছে আৰু তেওঁক ডিনাৰত নিমন্ত্ৰণ জনাইছে। কেতিয়াবা হয়তো বহা-ঘৰৰ-পৰা উভতি আহিবৰ সময়ত ভঁৰাল-ঘৰ পাকঘৰৰ মাজেৰে সোমাই আহি মাৰ্বল-পাথৰেৰে সজা বিৰাট খোৱা-ঘৰত সোমাইছেহি। তাত আশীজন অতিথিৰ কাৰণে খোৱা-টেবুল সজোৱা হব ধৰিছে। পৰিচাৰকবিলাকে ৰূপৰ আৰু চীনামাটিৰ বাচন-বৰ্তন আনিছে, টেবুল সজাইছে, দামাস্কাচৰ টেবুল-ঢাকনি পৰা হৈছে। এই আটাইবোৰ পৰিদৰ্শন কৰি তেওঁ দিমিত্ৰি ভাচিলোভিচক মাতি পঠিয়াইছে। এই মানুহজন ভাল বংশৰ সন্তান আৰু তেওঁৰ সমস্ত বিষয়-সম্পত্তিৰ মেনেজাৰ। সন্তোষ মনেৰে সেই প্ৰকাণ্ড টেবুল-খনৰ ফালে চাই কৈছে: "চোৱা দিমিত্ৰি, যিটো যেনেকুৱা হোৱা উচিত সকলো যেন ঠিক তেনেকুৱা হয়। ঠিক আছে। আচল কথা হ'ল পৰিবেশন, নহয় জানো!" তাৰপিছত সন্তুষ্ট মনে তেওঁ আকৌ বহা-ঘৰলৈ উভতি আহিছে।

কাউণ্টেচৰ শকত পৰিচাৰকজনে বহা-ঘৰত সোমাই গহীন সুৰত কৈ উঠিল, "মাৰিয়া লভভ্‌না কাৰাগিনা আৰু তেওঁৰ জীয়েক!" কাউণ্টেচে একমুহূৰ্ত কিবা ভাবিলে, তাৰপিছত গিৰিয়েকৰ প্ৰতিকৃতি অঁকা সোণৰ নাচগুৰিৰ টেমাৰপৰা এক টিপ নাচগুৰি নাকত ললে।

"উস্, অতিথিৰ ভিৰত মই ভাগৰি পৰিছো। যি হওক,

মাত্ৰ এই মহিলাৰ লগত হে মই দেখা কৰিম, আৰু নাই। মহিলা-জনীয়ে বৰ ভাও জুৰিব জানে। তেওঁক ভিতৰলৈ আহিবলৈ কোৱা।" এনেকুৱা বিষণ্ণ সুৰত পৰিচাৰকক আদেশ দিলে যেন কব খুজিছেঃ 'মোক শেষ কৰি পেলোৱা।"

এগৰাকী ওখ-পাখ সবল-সুস্থ গৰ্বিত মুখৰ মহিলা এজনী হাঁহিমুৱা ধুনীয়া ছোৱালী লগত লৈ পোছাকৰ খচ্মচ্ শব্দ তুলি বঠ্ঠা-ঘৰত সোমাই আহিল।

"প্ৰিয় কাউণ্টেচ, কি দিন পৰিছে বেচেৰী ছোৱালীজনী একেবাৰেই কাহিল হৈ পৰিছে .. ৰাজুমভ্স্কিহঁতৰ বল–নাচত .. আৰু কাউণ্টেচ এপ্ৰাক্সিনা মই বৰ আনন্দিত হৈছো" তাৰ-পিছত আৰম্ভ হয় এক লানি-নিছিগা আলোচনা, আৰু সেই আলোচনা চলে বিদায় লোৱাৰ আগমুহূৰ্তলৈকে। আলোচনাৰ বিষয়বস্তু সিদিনাখনৰ প্ৰধান ঘটনাঃ কেথাৰিনৰ সময়ৰ ধনবান আৰু খ্যাতিমান কাউণ্ট বেজুকভৰ অসুস্থতা আৰু তেওঁৰ অবৈধ সন্তান পিয়েৰ, যি পিয়েৰে আন্না পাভ্লভ্নাৰ ভোজমেলত অত্যন্ত বেয়া ব্যৱহাৰ কৰিছে।

অতিথিগৰাকীয়ে কলে, "বেচেৰা কাউণ্টৰ কাৰণে মোৰ বৰ দুখ লাগে। একেই তেওঁৰ স্বাস্থ্য বেয়া, তাৰ উপৰি ল'ৰাৰ কাৰণে এই বিৰক্তিয়ে তেওঁক মাৰি পেলাব!"

কাউণ্টেচে যদিও ইয়াৰ আগতে পোন্ধৰবাৰমান কউণ্ট বেজুক-ভৰ দুখৰ কথা শুনিছে তথাপি তেওঁ যেন একোৱেই নাজানে তেনেকুৱা ভাব দেখুৱাই কৈ উঠিল, "আপুনি এইবোৰ কি কৈছে?"

অতিথিগৰাকীয়ে উৎসাহিত হৈ কলে, "আধুনিক শিক্ষাৰ এয়ে তো ফল। বোধহয়, কাউণ্ট যেতিয়া বিদেশত আছিল তেতিয়া এই ল'ৰাটোৱে নিজৰ ইচ্ছামতে চলাফুৰা কৰিছিল, যি মন গৈছিল তাকে কৰিছিল। এতিয়া তো পিটাৰ্চবুৰ্গত শুনিলো সি এনেকুৱা ভয়ংকৰ কিছুমান কাণ্ড কৰি ফুৰিছে যে পুলিচে তাক চহৰৰপৰা খেদি দিছে।"

"নাই, নাই, তেনেকুৱা কথা নকব!" কাউণ্টেচে কলে।

আন্না মিখায়লভ্নাই কলে, "যত ৰাজ্যৰ কুসঙ্গী লগ লৈছে।

প্ৰিন্স ভাচিলিৰ পুতেক, পিয়েৰ, আৰু কোনোবা এজন দলোখভ এই তিনিওজন লগ হৈ ক'ত কি যে অকাণ্ড-কুকাণ্ডবোৰ কৰি ফুৰিছে তাক একমাত্ৰ ভগৱানেহে জানে। আৰু তাৰ কাৰণে সিহঁতে কষ্টও ভোগ কৰিবলগীয়া হৈছে। দলোখভৰ চাকৰিত পদৰ অৱনতি ঘটিছে, আৰু বেজুকভৰ পুতেকক মস্কোলৈ ঘূৰাই পঠোৱা হৈছে। আনাতোল কুৰাগিনৰ দেউতাকে নানাভাৱে পুতেকৰ কাৰ্য-কলাপবোৰ ঢাকি-ঢুকি ৰখাৰ চেষ্টা কৰা সত্ত্বেও তাক পিটাচবুৰ্গ এৰি গুচি যাবলৈ হুকুম দিয়া হৈছে।"

"কিন্তু সিহঁতে কৰিছে কি?" কাউণ্টেচে সুধিলে।

অতিথিগৰাকীয়ে ক'লে, "সিহঁততো দস্তুৰমতে এক একোটা গুণ্ডা, বিশেষকৈ সেই দলোখভ বোলাটো। সি হ'ল মাৰিয়া আইভানভ্‌না দলোখভৰ পুতেক। মহিলাগৰাকী ভাল মানুহ, আৰু তেওঁৰ কপালতে এই দুৰ্গতি। ভাবকচোন! সেই তিনিওজনে লগ হৈ ক'ৰবাবপৰা এটা ভালুক যোগাৰ কৰিছে, আৰু সেইটোক গাড়ীত তুলি লৈ গৈছে এগৰাকী অভিনেত্ৰীৰ লগত দেখা কৰিবলৈ! পুলিচে বাধা দিবলৈ চেষ্টা কৰিছিল, কিন্তু সিহঁত তিনিজনে কি কৰিলে জানে নে? পুলিচ আৰু ভালুকটোক পিঠিয়া-পিঠিকৈ বান্ধি ময়লা খালৰ পানীত পেলাই দিলে। আৰু ভালুকটোৱে সেই পুলিচটোক পিঠিত লৈ সাঁতুৰিবলৈ ধৰিলে!"

হাঁহি হাঁহি উশাহ লব নোৱাৰা হৈ কাউণ্টে'ক উঠিল, "ওঃ, বেচেৰা পুলিচটোৰ অৱস্থা তেনেহলে তো বৰ শোচনীয় হৈ পৰিছিল!" হাঁহি হাঁহিয়েই তেওঁ আকৌ কলে, "দৃশ্যটো নিশ্চয় বেছ উপভোগ্য হৈছিল!"

"উঃ, কি সাংঘাতিক! এই কথা শুনি আপুনি হাঁহিব পাৰিছে কাউণ্ট?"

অথচ মহিলাবিলাকে নিজেই হাঁহি চেপি ৰাখিব নোৱাৰিলে।

অতিথি মহিলাগৰাকীয়ে কলে, "অৱশেষত অৱশ্যে সিহঁতে বেচেৰা পুলিচটোক উদ্ধাৰ কৰিছিল। কিন্তু ভাবি চাওকচোন, চিৰিল ভ্লাদিমিৰভিচ বেজুকভৰ ল'ৰা হৈ সি এই ধৰণৰ ধেমালিৰ নামত উচ্ছৃঙ্খলতা কৰিব পাৰে! অথচ সকলোৱে কয়

সি হেনো সুশিক্ষিত আৰু বুদ্ধিমান। বিদেশী শিক্ষাই তাক এনে তৈয়াৰ কৰিছে! তাৰ যিমানে টকা-পইচা নাথাকক লাগিলে, মোৰ বিশ্বাস মস্কোত তাক কোনেও অভ্যৰ্থনা নজনাব। সিহঁতে মোৰ লগত চিনাকি কৰি দিবৰ বাবে মোৰ ঘৰলৈ তাক আনিব খুজিছিল, কিন্তু মই তৎক্ষণাৎ সম্পূৰ্ণ অসন্মতি জনাইছো: মইতো নিজৰ ছোৱালীৰ কথা ভাবিব লাগিব।"

এই কথা শুনাৰ লগে লগে তাত থকা ছোৱালীবিলাকে নুশুনা ভাও জুৰিলে। সিহঁতৰ ফালৰপৰা মুখ ঘূৰাই কাউণ্টেচে কলে, "সেই ডেকাজনক আপুনি ইমান ধনী বুলি কেলেই কৈছে? কাউণ্ট বেজুকভৰ পুতেকবিলাক তো আটাইবিলাকেই অবৈধ। মোৰ তো ধাৰণা পিয়েৰো অবৈধ সন্তানেই।"

অতিথিগৰাকীয়ে হাত জোকাৰি এটা ভঙ্গি কৰি দেখুৱালে।

"মোৰ তো ধাৰণা এনেকুৱা সন্তান তেওঁৰ অন্ততঃ একুৰি আছে।"

প্ৰিন্সেচ মিখায়লভ্‌নাই এইবাৰ আলোচনাত যোগ দিলে। তেওঁ যে ওপৰ মহলৰ মানুহ, আৰু সমাজত কি চলিছে সেইবোৰ কথা যে তেওঁ ভালদৰেই জানে সেই কথাকে তেওঁ বুজাব খোজে।

অৰ্থপূৰ্ণভাৱে ফিচ্‌ফিচাই কৈ তেওঁ কলে, "আচল কথা হ'ল কাউণ্ট চিৰিলৰ সুখ্যাতি (?) সকলোৱে জানে। ল'ৰা-ছোৱালীবিলাকৰ বহুতকে তেওঁ হেৰুৱাইছে, কিন্তু এই পিয়েৰ তেওঁৰ বৰ প্ৰিয় ল'ৰা"

কাউণ্টেচে কলে, "মাত্ৰ এবছৰৰ আগতেও এই বুঢ়া মানুহগৰাকী যে কিমান ধুনীয়া আছিল! তেওঁতকৈ ধুনীয়া মতা মানুহ মই আৰু দেখা নাই।"

আন্না মিখায়লভ্‌নাই কলে, "এতিয়া তেওঁ বহুত সলনি হৈ গৈছে। ভাল কথা, যিটো মই কব খুজিছিলো, তেওঁৰ ঘৈণীয়েকৰ ফালৰপৰা প্ৰিন্স ভাচিলিয়েই তেওঁৰ উত্তৰাধিকাৰী। কিন্তু কাউণ্টে পিয়েৰক খুব ভাল পায়, তাৰ লেখা-পঢ়াৰ ওপৰত নজৰ ৰাখে আনকি সম্ৰাটকো তাৰ কথা তেওঁ লিখিছে যাতে তেওঁৰ মৃত্যু হলে—তেওঁ যেনেকুৱা অসুস্থ তেনে অৱস্থাত যি

কোনো সময়তে তেওঁৰ মৃত্যু হব পাৰে, ডাঃ লোৰাইনো পিটাৰ্চবুৰ্গৰপৰা আহি উপস্থিত হৈছে—তেওঁৰ অগাধ সম্পত্তিৰ অধিকাৰী কোন হব, পিয়েৰ নে প্ৰিংস ভাচিলি, সেই কথা কোনেও নাজানে। চল্লিশ হাজাৰ ভূমিদাস আৰু লক্ষ লক্ষ ৰুবল! এই আটাইবোৰ কথা মই ভালদৰেই জানো, কাৰণ প্ৰিংস ভাচিলিয়ে নিজে মোক কৈছে। তদুপৰি চিৰিল ভ্লাদি-মিৰভিচ মোৰ আইৰ সম্পৰ্কীয়া ভায়েক হয়। আনহাতে, তেওঁ মোৰ 'বৰি'নো ধৰ্মপিতা!"

"প্ৰিংস ভাচিলি যোৱা-কালি ইয়ালৈ আহিছে। শুনিছো কিবা তদন্তৰ কামত আহিছে তেওঁ।" অতিথিগৰাকীয়ে কলে।

প্ৰিংসেচে কলে, "আহিছে হয়, কিন্তু কামৰ কথাটো এটা অজুহাত মাত্ৰ। আচল কথা, কাউণ্ট চিৰিল ভ্লাদিমিৰভিচৰ অসুখৰ খবৰ শুনি তেওঁৰ লগত দেখা কৰিবলৈহে তেওঁ আহিছে।"

কাউণ্টে কৈ উঠিল, "কিন্তু তুমি যিয়ে নোকোৱা লাগিলে, সেইটো হলে সাংঘাতিক ৰগৰ হৈছিল।" কিন্তু বয়সিয়াল অতিথিগৰাকীয়ে তেওঁৰ কথা শুনা নাই দেখি তেওঁ যুৱতী তিৰোতা-বিলাকৰ ফালে মুখ ঘূৰাই কলে, "পুলিচটোৰ যে কি হাঁহিউঠা অৱস্থা হৈছিল সেই দৃশ্য মই যেন কল্পনাৰ চকুৰে দেখিবলৈ পাইছো!"

নিজক পুলিচৰ ভূমিকাত কল্পনা কৰি কাউণ্টে নিজৰ হাত দুখন জোকাৰিব ধৰিলে; যিবিলাক মানুহে ভাল খায়, বিশেষকৈ যথেষ্ট মদ খায়, তেওঁলোকৰ দৰে অন্তৰখোলা হাঁহিত শকত-আবত দেহাটো হাঁহিব লগে লগে কঁপিবলৈ ধৰিলে। "গতিকে শুনক, সকলোৱে আহিব আমাৰ লগত একেলগে বহি খাব!" তেওঁ কলে।

## [ আঠ ]

কাৰো মুখত মাত-বোল নাই, সকলোৱে নীৰৱ। অমায়িক হাঁহিৰে সৈতে কাউণ্টেচে অতিথিবিলাকৰ ফালে ঘূৰি ঘূৰি

চাবলৈ ধৰিলে। অৱশ্যে এই কথাটো গোপনে নাথাকিল যে এতিয়া তেওঁলোক আটাইবিলাকেই বিদায় ললে তেওঁ অলপো দুঃখিত নহ'ব। সেই অতিথিগৰাকীৰ জীয়েকজনীয়ে ইতিমধ্যে মাকৰ ফালে জিজ্ঞাসু চাৱনিৰে চাই পোছাকটো পৰিপাটিকৈ লব ধৰিছিল, এনে সময়তে হঠাৎ কাষৰ কোঠাটোৰপৰা বহুত ল'ৰা-ছোৱালী দৌৰি দৌৰি দুৱাৰৰ ওচৰলৈ যোৱাৰ আৰু এখন চকী বাগৰি পৰাৰ শব্দ শুনা গ'ল। তেৰ বছৰীয়া এজনী ছোৱালী মচলিনৰ চুটি ফ্ৰকৰ ভাঁজত কিবা এটা বস্তু লুকাই লৈ দৌৰি ঘৰৰ ভিতৰলৈ সোমাই আহি মাজ-মজিয়াত থমকি ৰৈ থিয় হ'ল। স্পষ্ট বুজিব পৰা গ'ল, দৌৰা-দৌৰি কৰি কৰি ইমান দূৰলৈকে অহাৰ ইচ্ছা তাইৰ নাছিল। তাইৰ পাছে পাছে দুৱাৰমুখত আহি ওলালহি ৰঙা কলাৰৰ কোট পিন্ধা এজন ছাত্ৰ, ৰক্ষীবাহিনীৰ এজন বিষয়া, পোন্ধৰ বছৰীয়া এজনী ছোৱালী আৰু চুটি জেকেট পিন্ধা গুলপীয়া গালেৰে এটি নোদোকা ল'ৰা।

কাউণ্টে জাঁপ মাৰি উঠি আগবাঢ়ি গৈ দৌৰি অহা ছোৱালীজনীক দুই হাতেৰে সাবটি ধৰিলে।

"আ-হা, এইয়া ধৰি পেলাইছো!" হাঁহি হাঁহি কাউণ্টে কলে। "মোৰ মাজনী, আজি যাৰ নামকৰণ দিৱস। মোৰ চেনেহৰ মাজনী!"

কঠোৰতাৰ ভাও জুৰি কাউণ্টেচে কলে, "সোণজনী, সকলো কথাৰে সময় অসময় আছে।" গিৰিয়েকৰ ফালে ঘূৰি চাই কলে, "তুমিয়েই তাইক নষ্ট কৰিছা ইলিয়া।"

অতিথিগৰাকীয়ে কলে, "কেনে আছা সোণজনী? তোমাৰ নামকৰণ দিৱস বছৰে বছৰে মধুৰ হৈ ঘূৰি আহক এই কামনাই কৰো।" মাকৰ ফালে ঘূৰি চাই কলে, "ইমান ধুনীয়া ছোৱালীজনী!"

ক'লা চকু আৰু বহল মুখৰ ছোৱালীজনী ঠিক সুন্দৰী নহলেও প্ৰাণশক্তিৰে ভৰপূৰ। দৌৰি অহাৰ কাৰণে তাইৰ মুকলি কান্ধ দুটা ঘন ঘনকৈ উঠা-নমা কৰিছে, বডিজটো কঁপিছে। পিছলৈ আঁচোৰা ক'লা কেঁকোৰা চুলি, লাহী মুকলি দুখন হাত, লেচ লগোৱা পায়জামা পিন্ধা সৰু সৰু দুখন ভৰি,

ধুনীয়া চতিজোতাৰে ঢকা ভৰিৰ পতা এই আটাইবোৰ লগ লাগি ছোৱালীজনী এতিয়া সেই মনোৰম বয়সটোত আহি উপনীত হৈছেহি যেতিয়া ছোৱালীজনী ঠিক শিশুও হৈ থকা নাই আকৌ কৈশোৰ অৱস্থা পাৰ হৈ গাভৰুও হৈ উঠা নাই। মাকৰ তিৰস্কাৰক আওকাণ কৰি ছোৱালীজনীয়ে দেউতাকৰ ওচৰৰপৰা মাকৰ ওচৰলৈ গুচি আহি লাজত ৰঙা-চিঙা পৰা মুখখনি মাকৰ ওৰণাৰ লেচৰ মাজত লুকুৱাই হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহিয়েই খোকাথুকি মাতেৰে এটা পুতলাৰ কথা বুজাই কৈ নিজৰ ফ্ৰকৰ ভাজৰ মাজৰপৰা সেই পুতলাটো উলিয়াই লৈ মাকক দেখুৱালে।

"দেখিছা? মোৰ পুতলা।মিমি...চোৱা।" নাটাচাই মাত্ৰ ইমানেই কব পাৰিলে (তাইৰ ওচৰত সকলো কথাই আমোদজনক খেলা)। মাকৰ গাত আউজি তাই ইমান ডাঙৰকৈ হাঃ হাঃকৈ হাঁহি দিলে যে তাত উপস্থিত থকা গহীন অতিথিজন পৰ্যন্ত সেই হাঁহিত যোগ নিদিয়াকৈ থাকিব নোৱাৰিলে।

কৃত্ৰিম শাসনৰ ভংগত জীয়েকক ঠেলি আঁতৰাই দি মাকে কলে, "বাৰু হৈছে, এতিয়া ইয়াৰপৰা যোৱা, ইয়াত উৎপাতখন কৰিব নালাগে।" অতিথিগৰাকীৰ ফালে মুখ ঘূৰাই তেওঁ কলে, "এইজনী মোৰ সৰুলীয়া ছোৱালী।"

নাটাচাই এক মুহূৰ্তৰ বাবে মাকৰ ওৰণাৰ মাজৰপৰা মুখখন উলিয়াই তেওঁৰ মুখলৈ চাই আকৌ ওৰণাৰ মাজত মুখ লুকুৱালে।

বাধ্য হৈ এই পাৰিবাৰিক দৃশ্যৰ দৰ্শক হৈ অতিথিগৰাকীয়ে ভাবিলে, তেৰোঁ ইয়াত অংশ লোৱা দৰকাৰ।

তেওঁ নাটাচাক কলে, "বাৰু, কোৱাচোন সোণজনী মিমি তোমাৰ কি হয়? তাই তোমাৰ কণমানি ছোৱালী নেকি?"

সিহঁত সৰু ল'ৰা-ছোৱালীবিলাকৰ খেল-ধেমালিৰ বিষয়ে অতিথিয়ে এইদৰে কথা কোৱাটো নাটাচাই ভাল নাপালে, সেয়ে কোনো কথা নকৈ তাই মাত্ৰ তেওঁৰ মুখলৈ গহীনভাৱে এবাৰ চালে।

ইতিমধ্যে উঠি-অহা ডেকাচামৰ দল: আন্না মিখাইলভ্‌নাৰ পুতেক অফিচাৰ বৰিচ, কাউণ্টৰ ডাঙৰ পুতেক উপ-স্নাতক

নিকোলাচ, কাউণ্টৰ পোন্ধৰ বছৰ বয়সীয়া ভাতিজী চোনিয়া, আৰু কাউণ্টৰ সৰু পুতেক পেত্ৰ্যা (পিতাৰৰ ঘৰত মতা নাম) আটাইকেইজনেই আছি বহা-ঘৰত আনন্দমনেৰে সকলোৰে মাজত বহিছে আৰু সিহঁতৰ চকুৰে-মুখে যি উত্তেজনা আৰু উল্লাস জলমল কৰিছে তাক শোভন ব্যৱহাৰৰ সীমাৰ মাজত নিয়ন্ত্ৰণ কৰি ৰখাৰ চেষ্টা কৰিছে। এটা কথা সিহঁতে স্পষ্ট বুজিব পাৰিলে যে পাছফালৰ যিটো ঘৰৰপৰা সিহঁতে লৰালৰিকৈ ওলাই আহিছে তাত যিবোৰ আলোচনা চলিছিল সেইবোৰ এই বহা-ঘৰৰ সামাজিক কুৎসা, আবহাৱা আৰু কাউণ্টেচ এপ্ৰাক্সিনাক লৈ চলা আলোচনাতকৈ বহুত ভাল। অতিকষ্টে হাঁহি চেপি ৰাখি সিহঁতে মাজে মাজে ইজনে সিজনৰ মুখলৈ চাইছিল।

ছাত্ৰ আৰু অফিচাৰ—দুয়োজন ডেকাই ল'ৰাকালৰপৰাই পৰস্পৰৰ বন্ধু। দুয়োজনৰ বয়স একে, দেখাত একে নহলেও দুয়োজনেই সমান ধুনীয়া। বৰিচ ওখ, বৰণ বগা, তাৰ মুখ-খন শান্ত, সুন্দৰ। নিকোলাচ চুটি-চাপৰ, মূৰৰ চুলিবোৰ কেঁকোৰা, মুখখন সৰল। নাকৰ তলত ইতিমধ্যে ক'লা নোম দেখা দিছে। তাৰ গোটেই মুখখনতে আবেগ আৰু উৎ-সাহৰ ছাপ স্পষ্টৰূপে ফুটি উঠিছে। বহা-ঘৰত সোমাই নিকো-লাচে লাজ পালে। কিবা এটা কব খুজিলে, কিন্তু নোৱাৰিলে। আনহাতে বৰিচে কিন্তু সহজভাৱেই বহা-ঘৰত বহি ললে আৰু ৰগৰ কৰি কথা কোৱাত লাগি গ'ল। শান্তভাৱে হাঁহিমুখে সি কবলৈ ধৰিলে—"পুতলা মিমি যেতিয়া সৰু আছিল, যেতিয়া তাইৰ নাকটো ভঙা নাছিল, তেতিয়াৰপৰাই সি তাইক চিনি পায়। এই পাঁচটা বছৰৰ ভিতৰতে চকুৰ আগতে তাই কেনে-কুৱা বুঢ়ী হৈ গৈছে, ইমূৰৰপৰা সিমূৰলৈ মূৰৰ লাওখোলাটো ফাটি গৈছে।" কথাবোৰ কৈ সি নাটাচাৰ ফালে ঘূৰি চালে। ইমান পৰে তাৰ ফালে চাই থকা নাটাচাই তৎক্ষণাৎ মুখ ঘূৰাই ককায়েকৰ ফালে চালে, নিকোলাচে তেতিয়া ওলাই আহিব খোজা হাঁহিটোক জোৰ কৰি চেপি ৰখাৰ ফলত তাৰ গোটেই গাটোৱে কঁপি কঁপি উঠিছিল, চকুৰ পতাবোৰ কোঁচখাই আহিছিল। তাকে দেখি খঙৰ ভমকত নাটাচাই জঁপমাৰি উঠি প্ৰায় দৌৰি ঘৰৰপৰা ওলাই গ'ল। বৰিচে হাঁহিটো চেপিয়েই ৰাখিলে।

তাৰপিছত মাকৰ ফালে মূৰ দাঙি চাই লাহেকৈ হাঁহি মাকক কলে, "তোমালোকে ক'ৰবালৈ যাব খুজিছিলা নহয় মা ? তোমালোকক গাড়ীখন লাগিব নেকি ?"

মাকেও হাঁহি কলে, "অঁ, লাগিব তো, যোৱাচোন কচোৱানক গাড়ী সাজু কৰিবলৈ কোৱাগৈ।"

বৰিচে নিৰৱে ঘৰৰপৰা ওলাই গ'ল আৰু নাটাচাক বিচাৰিবলৈ ধৰিলে। শকত-আবত নোদোকা ল'ৰাটোৱে খঙেৰে সিহঁতৰ পাছে পাছে বেগাই ওলাই গ'ল, সিহঁতৰ কাৰ্যসূচীত ব্যাঘাত জন্মাত সি যেন বিৰক্ত হৈছে।

[ ন ]

যুৱতী অতিথিগৰাকী আৰু কাউণ্টেচৰ ডাঙৰজনী জীয়েকক (সৰু ভনীয়েক নাটাচাতকৈ মাত্ৰ চাৰি বছৰৰ ডাঙৰ হলেও তাই ইতিমধ্যে ডাঙৰৰ দৰে ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছে) নধৰিলে এতিয়া বহা ঘৰত কম বয়সীয়াবিলাকৰ ভিতৰত আছে নিকোলাচ আৰু কাউণ্টেচৰ ভাতিজী চোনিয়া। ছোৱালীজনী খীণ-পাতল, চুটি-চাপৰ, ধুনীয়া ; চকুৰ চাৱনি শান্ত, ঘন ক'লা চুলিবোৰেৰে গুঠা বেণীডাল মূৰত দুবাৰ মেৰিয়াই বান্ধিছে, গাৰ বৰণত পাতল বাদামী আভা, বিশেষকৈ পেশীবহুল অথচ মসৃণ বাহু আৰু ডিঙিৰ বৰণত বাদামীৰ আভাস। চলন-বুলন লয়-লাসপূৰ্ণ, নৰম হাত-ভৰিবোৰত কমনীয়তা, আচৰণত এটা বিশেষ লাজুকী নম্ৰতা আৰু সংযম—এই আটাইবোৰ লগলাগি তাই হৈ উঠিছে এজনী অপৰূপ সুন্দৰী। তাইৰ মুখৰ হাঁহিটো দেখিয়েই বুজিব পাৰি যে নিজকে তাই সাধাৰণ আলোচনাৰ যোগ্য শ্ৰোতা বুলিয়েই ভাবে। নিজৰ অজানিতেই তাই সেনা-বিভাগত যোগদানকাৰী সম্পৰ্কীয় ককায়েকৰ ফালে কেৰাহিকৈ চাইছিল। স্পষ্ট বুজিব পৰা গৈছিল, সুযোগ পালেই সিহঁত দুজনেও নাটাচা আৰু বৰিচৰ নিচিনাকৈ বহা-ঘৰৰপৰা মনে মনে পলাই গৈ খেলা আৰম্ভ কৰি দিব।

—৫

অতিথিগৰাকীক সম্বোধন কৰি আৰু নিকোলাচক দেখুৱাই কাউণ্টে কলে, "কথাটো কি জানে নে, তাৰ বন্ধু বৰিচ অফিচাৰ হৈছে, গতিকে বন্ধুত্বৰ খাতিৰতে সিও বিশ্ববিদ্যালয় এৰি, এই বুঢ়া দেউতাককো এৰি থৈ এতিয়া সামৰিক চাকৰিত যোগ দিবলৈ ওলাইছে। অথচ প্ৰাচীন সংগ্ৰহশালা বিভাগত তাৰ কাৰণে চাকৰি আৰু সকলো সুবিধা অপেক্ষা কৰি আছিল। ইয়াকেই কয় আচল বন্ধুত্ব, নহয় জানো?" জিজ্ঞাসু সুৰত কাউণ্টে কথাবোৰ কলে।

"কিন্তু মানুহে তো কোৱাকুই কৰিছে যুদ্ধ ঘোষণা কৰা হৈ গৈছে," অতিথিগৰাকীয়ে উত্তৰ দিলে।

কাউণ্টে কলে, "সিহঁতে তো বহুত দিনৰপৰাই এই কথা কৈছে, বাৰে বাৰে সিহঁতে এই কথা কব, তাৰ পিছত এসময়ত ইয়াৰ পৰিসমাপ্তি ঘটিব। কিন্তু ইহঁতৰ কথা দেখিছে নে? এয়ে হ'ল আচল বন্ধুত্ব। সি অশ্বাৰোহী বাহিনীত যোগ দিবলৈ ওলাইছে।"

ইয়াৰ উত্তৰত কি কব একো ঠিক কৰিব নোৱাৰি অতিথিগৰাকীয়ে মাত্ৰ মূৰ দুপিয়ালে।

নিকোলাচে খঙেৰে কলে, "বন্ধুত্বৰ কাৰণে মুঠেই নহয়। মই নিজেই বুজিব পাৰিছো যে সেনাবাহিনীয়েই মোৰ উপযুক্ত কৰ্মক্ষেত্ৰ।"

সি তাৰ সম্পৰ্কীয়া ভনীয়েক আৰু যুৱতী অতিথিগৰাকীৰ মুখৰ ফালে চালে, দুয়োজনেই মিচিকিয়াই হাঁহি তাক সমৰ্থন জনালে।

"পাভ্‌লোগ্ৰাদ হুজাৰ বাহিনীৰ কৰ্ণেল চুবার্টে আজি আমাৰ ইয়াতেই ৰাতিৰ সাজ খাব। তেওঁ ছুটীত ইয়ালৈ আহিছে, নিকোলাচক লগত লৈ যাব। কোনো উপায় নাই!" কান্ধ জোকাৰি কাউণ্টে কলে। কথাটো তেওঁৰ কাৰণে কষ্টদায়ক হলেও তেওঁ কিন্তু সহজভাৱেই কৈ গ'ল কথাবোৰ।

কাউণ্টৰ পুতেকে কলে, "মইতো আপোনাক আগতেই কৈছো দেউতা, আপুনি যদি মোক যাবলৈ দিব নোখোজে তেনেহলে মই নাযাওঁ। কিন্তু মই ভালদৰেই জানো, সেনাবাহিনীত বাদে

আন ক'তো মোৰ দ্বাৰা একোৱেই নহব। মই কূটনীতিকও হব নোৱাৰিম, চৰকাৰী কেৰাণীও নহয়।—মনৰ কথা লুকাই ৰাখিব মই নাজানো।" কথাবোৰ কোৱাৰ লগে লগে সি এজন ধুনীয়া চফল ডেকাৰ প্ৰেমিকসুলভ চাৱনিৰে চোনিয়া আৰু যুৱতী অতিথিগৰাকীৰ ফালে একোবাৰকৈ মুখ ঘূৰাই চাবলৈ ধৰিলে।

পাট্ট-গাভৰু চোনিয়াইও বাৰে বাৰে মূৰ দাঙি নিকোলাচৰ ফালে চাইছিল। তাইৰ ভাব-ভঙ্গি দেখি ধাৰণা হৈছিল যেন, যি কোনো মুহূৰ্ততে তাই আকৌ দৌৰাদৌৰি জঁপিয়াজঁপি কৰি তাইৰ ল'ৰালি স্বভাৱটো প্ৰকাশ কৰি দিব।

বুঢ়া কাউণ্টে কলে, "বাৰু হব, হব! দেখিছে নে, তাৰ খং উঠিলেই।" অতিথিগৰাকীৰ ফালে চাই তেওঁ কবলৈ ধৰিলে। "সেই বোনাপাৰ্টটোৱেই সিহঁতৰ মূৰবোৰ খাইছে। সি এজন পতাকাবাহী সৈনিকৰপৰা সম্ৰাট হৈছেগৈ, সেই কথাতেই সিহঁত সকলোৱে আটাইতকৈ বেছি গুৰুত্ব দিয়ে। ভাল কথা, বৰ ভাল কথা, ঈশ্বৰে যেন তাকেই কৰে।" কথাবোৰ কৈ তেওঁ অইন ফালে মুখ ঘূৰালে, অতিথিৰ মুখত বিৰিঙি উঠা বিদ্ৰূপৰ হাঁহি তেওঁৰ চকুত নপৰিল।

বয়সস্থসকলে বোনাপাৰ্টক লৈ আলোচনা আৰম্ভ কৰি দিলে। জুলি কাৰাগিনাই চফল ডেকা বৰুভৰ ফালে ঘূৰি চালে।

"অতি দুখৰ কথা বৃহস্পতিবাৰে তুমি আৰ্খায়ভহঁতৰ ঘৰলৈ নগলা। তুমি নথকা কাৰণে মোৰ ইমান বেয়া লাগিছিল," মিচিকিয়াই হাঁহি জুলিয়ে বৰুভক কলে।

জুলিৰ কথা শুনি বৰুভ আনন্দিত হ'ল, প্ৰেমিকসুলভ হাঁহি মুখত বিৰিঙাই সি চকীখন টানি আনি জুলিৰ নিচেই কাষ চাপি বহিল আৰু তাইৰ লগত গোপন কথা পতাত ব্যস্ত হৈ পৰিল। সি এবাৰো নাভাবিলে যে তাৰ এই হাঁহিয়ে চোনিয়াৰ বুকুত শেল বিন্ধাদি বিন্ধিছে। খঙত তাই বঙা-চিঙা পৰিল কিন্তু তাক ঢাকিবৰ বাবে মুখত এটা কৃত্ৰিম হাঁহি হাঁহিলে। আলোচনাৰ মাজতে বৰুভে এবাৰ চোনিয়াৰ ফালে ঘূৰি চালে। চোনিয়াই খঙেৰে তাৰ ফালে এবাৰ চালে, তাৰপিছত চকুৰ পানী ৰোধ কৰিব নোৱাৰি আৰু মুখৰ কৃত্ৰিম হাঁহিটোক অটুট

ৰাখিব নোৱাৰি ঘপ্ কৰে উঠি ঘৰৰপৰা ওলাই গ'ল। নিকো-লাচৰ সকলো স্ফূর্তি নোহোৱা হৈ গ'ল। সি আলোচনাৰ মাজত সুৰুঙা বিচাৰিবলৈ ধৰিলে আৰু সুযোগ পোৱা মাত্রেই বিষাদ মনেৰে চোনিয়াক বিচাৰি ঘৰৰপৰা ওলাই গ'ল।

"এই উঠি-অহা ডেকা-গাভৰুহঁতে কিমান সহজে যে মন দিয়া-নিয়া কৰে!" নিকোলাচ যোৱাৰ ফালে চাই আন্না মিখা-য়লভ্‌নাই মন্তব্য কৰিলে। "সম্পৰ্কীয়া ভায়েক–ভনীয়েক ওচৰা-উচুৰিকৈ থকাটো বিপজ্জনক।"

ল'ৰা–ছোৱালীকেইটিয়ে এই ঘৰটোত যি উচ্ছৃংখলতা আনি দিছিল সেইটো নোহোৱা হৈ যোৱাত কাউণ্টেচে কলে, "সঁচা-কৈয়ে, কিমান দুখ, কিমান উদ্বেগ পাৰ হোৱাৰ পিছত হে আজি সিহঁতক লৈ আমাৰ ইমান সুখ। কিন্তু যি দেখিছো, আজিও আনন্দতকৈ উদ্বেগেই বেছি। হায়! উদ্বেগৰ যেন আৰু শেষ নাই! বিশেষকৈ ল'ৰা-ছোৱালীবিলাকৰ ঠিক এই বয়স-টোত। ল'ৰাই হওক বা ছোৱালীয়েই হওক, উভয়ৰ পক্ষেই এই উঠন বয়সটো অতি বিপজ্জনক।"

"সকলো নির্ভৰ কৰে শিক্ষা-দীক্ষাৰ ওপৰত," অতিথিগৰাকীয়ে মন্তব্য কৰিলে।

কাউণ্টেচে কলে, "হয়, আপুনি ঠিকেই কৈছে। ঈশ্বৰক ধন্যবাদ, আজিলৈকে মই ল'ৰা-ছোৱালীবিলাকৰ লগত বন্ধুৰ দৰেই ব্যৱহাৰ কৰিছো আৰু সিহঁতেও মোৰ ওপৰত সম্পূর্ণ বিশ্বাস ৰাখিছে।" প্ৰায় সকলো মাক-দেউতাকেই ভুল কৰি ভাবে যে তেওঁলোকৰ ল'ৰা-ছোৱালীবিলাকে সিহঁতৰ কোনো কথা তেওঁলোকৰ ওচৰত গোপন নকৰে, কাউণ্টেচেও সেই একে ভুলকেই কৰিলে। "মই জানো, মোৰ ছোৱালীৰ যদি কোনো গোপন কথা থাকে তেনেহলে সেই কথা মোকেই প্ৰথমে কব, আৰু নিকোলাচেও যদি আবেগৰ তাড়নাত কোনো ক্ষতি কৰি পেলায় (এজন ল'ৰাৰ পক্ষে তেনে কোনো ঘটনা ঘটোৱাটো একো আচৰিত নহয়) তথাপি সি অন্ততঃ পিটাৰ্চবুৰ্গৰ সেই ডেকাবিলাকৰ নিচিনা কেতিয়াও নহব।"

"ঠিক কৈছা, সিহঁত বৰ ভাল ল'ৰা, অত্যন্ত ভাল," কাউ-ণ্টেচৰ কথাৰ লগত সুৰ মিলাই কাউণ্টেও কৈ উঠিল। যেতিয়াই

কোনো বিভ্ৰান্তিকৰ সমস্যা দেখা দিয়ে তেতিয়াই সকলো কথাকে ভাল বুলি ভাবি লৈ সমস্যাৰ সমাধান কৰাটোৱেই তেওঁৰ স্বভাৱ। "ভাবি চোৱাচোন ঃ সি হুজাৰ হব খোজে। উপায় কি কোৱা ?"

অতিথিগৰাকীয়ে কলে, "আপোনাৰ ছোৱালীজনী কিন্তু অতি ধুনীয়া, যেন এটি উজ্জ্বল ফিৰিঙতি।"

কাউণ্টে কলে, "হয় আপুনি ঠিকেই কৈছে, তাই সঁচাকৈ এটি ফিৰিঙতিয়েই। ঠিক মোৰ নিচিনাই হৈছে। আৰু তাইৰ মাতটো শুনিছে নে কিমান শুৱলা, কিমান মিঠা। মোৰ নিজৰ ছোৱালী বুলিয়েই নহয়, মই সঁচা কথাই কম—তাই এদিন ডাঙৰ গায়িকা হব, দ্বিতীয় চালামনি। তাইক গান শিকাবৰ বাবে এজন ইটালীয় শিক্ষক ৰাখি দিছো।"

"এতিয়া জানো তাইৰ গান শিকাৰ বয়স হৈছে ? মইতো শুনিছো, ইমান কম বয়সত ৰেৱাজ কৰিলে কণ্ঠ বেয়া হৈ যায়।"

"নাই, নাই, তাইৰ কিনো এনে কম বয়স!" কাউণ্টে কলে। "কোলেই, আমাৰ আইহঁতৰ বাৰ-তেৰ বছৰ বয়সতেই দেখোন বিয়া হৈ গৈছিল।"

"আৰু তাইতো ইতিমধ্যেই বৰিচৰ প্ৰেমত পৰি গৈছে। ভাবকচোন!" বৰিচৰ মাকৰ ফালে চাই মিচিকিয়াই হাঁহি কাউণ্টেচে কলে। তাৰ পিছত মনৰ কথাটো খোলাখুলিকৈ কৈয়ে পেলালে ঃ "এতিয়া যদি আমি বৰ বেছি হকা-বধা কৰো, সিহঁতক বাধা দিওঁ...... তেনেহলে সিহঁতে যে লুকাই কি কাণ্ড কৰি পেলাব তাক কোনে জানে (কাউণ্টেচৰ বক্তব্য হ'ল সিহঁতে লুকাই চুমা খাব), কিন্তু তাইৰ লগত কি হব ধৰিছে নধৰিছে মই সকলো কথা গম পাওঁ। সন্ধিয়া সময়ত তাই নিজেই মোৰ ওচৰলৈ দৌৰি আহিব আৰু সকলো কথা খোলাখুলিকৈ কব। হয়তো মই তাইক লাই দি আছো, কিন্তু মোৰ বোধেৰে তো এইটোৱেই আটাইতকৈ ভাল উপায়। তাইৰ বায়েকৰ ক্ষেত্ৰত মই বহুত বেছি কড়া আছিলো।"

তেওঁৰ ডাঙৰ জীয়েক ৰূপহী কাউণ্টেচ ভেৰাই হাঁহি কলে, "হয়, মোক বেলেগ ধৰণে মানুহ কৰা হৈছিল।"

হাঁহিলে সাধাৰণতে মুখৰ সৌন্দৰ্য বাঢ়ে, কিন্তু ভেৰাৰ ক্ষেত্ৰত সেইটো হোৱা দেখা নগ'ল। তাৰ সলনি এটা অস্বাভাৱিক, অপ্ৰীতিকৰ ভাব হে তাইৰ মুখত ফুটি উঠিল। ভেৰা সুন্দৰী, মুঠেই আঁকৰী নহয়, যথেষ্ট বুদ্ধিমতী, লিখা-পঢ়াও ভালেই শিকিছে, মাতটো শুৱলা। তাই যি কলে সিও সঁচা। অথচ কি আচৰিত, উপস্থিত সকলোৱেই, আনকি অতিথি আৰু কাউ-ণ্টেচেও এনেভাৱে ভেৰাৰ ফালে ঘূৰি চালে যেন তাইৰ কথাত তেওঁলোক আচৰিত হৈছে, বিচলিত বোধ কৰিছে।

অতিথিগৰাকীয়ে কলে, "প্ৰথম ছোৱালীজনীৰ ক্ষেত্ৰত সক-লোৱে অলপ বেছি সতৰ্ক হয়, সিহঁতক একপ্ৰকাৰ অসাধাৰণ কৰি গঢ়ি তুলিব খোজে।"

কাউণ্টে কলে, "সঁচাই, সেই কথা অস্বীকাৰ কৰিব নোৱাৰি। আমাৰ কাউণ্টেচেও তো ভেৰাৰ ক্ষেত্ৰত অলপ বেছি মাত্ৰাই সতৰ্ক হৈছিল। হলেও তাৰপৰানো ক্ষতি কি হৈছে? তাইতো সুন্দৰভাৱেই পাৰ হৈ গৈছে।" তেওঁ ভেৰাৰ ফালে চাই চকু টিপিয়ালে।

অতিথিবিলাকে থিয় দি উঠি বিদায় ললে, কথা দি গ'ল তেওঁলোকে নৈশ-ভোজনৰ সময়ত আহিব।

"কি ভদ্ৰতা! উস্, মইতো ভাবিছিলো সিহঁতে কোনো-দিনেই ইয়াৰপৰা নুঠিব," অতিথিবিলাক গুচি গ'লত কাউণ্টেচে কৈ উঠিল।

[ দহ ]

বহা-ঘৰৰপৰা ওলাই গৈ নাটাচাই ভঁৰাল-ঘৰত থাকি ৰ'ল। তাত থিয় হৈ তাই বহা-ঘৰৰ কথা-বাৰ্তাবোৰ শুনি শুনি বৰিচৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলে। ক্ৰমেই তাই অধৈৰ্য হৈ উঠিল, হাত-ভৰি জোকাৰিবলৈ ধৰিলে, সোনকালে বৰিচ আহি নোলালে হয়তো তাই কান্দিয়েই পেলাব—এনেতে তাৰ ভৰিৰ শব্দ কাণত পৰিল। বৰিচে স্বাভাৱিক খোজত সেইফালেই

আহিব ধৰিছে। নাটাচাই লৰালৰিকৈ ফুলৰ টববিলাকৰ মাজত সোমাই লুকাই থাকিল।

ববিচ আহি ভঁৰাল-ঘৰৰ মাজভাগত থিয় হ'ল, চাৰিওফালে ঘূৰি চালে, তাৰপিছত এখন আৰ্চীৰ সমুখত থিয় হৈ নিজৰ ধুনীয়া মুখখন চাবলৈ ধৰিলে। সি কি কৰে নাটাচাই লুকাই থাকিয়েই চাবলৈ ধৰিলে। ববিচে অলপ সময় আৰ্চীৰ সমুখত থিয় হৈ থাকিল, নিজৰ প্ৰতিবিম্বৰ ফালে চাই অলপ হাঁহিলে, তাৰপিছত ভিতৰফালৰ দুৱাৰখনৰ ফালে আগবাঢ়ি গ'ল। নাটাচাই তাক মাত দিবলৈ গৈও মনৰ ইচ্ছাটো সলনি কৰি পেলালে। ভাবিলে, 'সি মোক বিচাৰি উলিয়াওক।' ববিচ ওলাই যোৱাৰ লগে লগেই চোনিয়া তাত আহি সোমাল। তাইৰ মুখখন ৰঙা-চিঙা পৰিছে, চকুৰপতা নিগৰি পৰিছে চকুলো, খং ভাবত মুখেৰে বিৰ্‌বিৰ্‌কৈ ওলাব ধৰা কথাবোৰ অস্পষ্ট। চোনিয়াক দেখিয়েই দৌৰি তাইৰ ওচৰলৈ যোৱাৰ ইচ্ছা হৈছিল নাটাচাৰ, কিন্তু কিবা ভাবি নগৈ একেদৰেই লুকাই থাকিল, বাহিৰত কি ঘটে কৌতূহলী চাৱনিৰে চাবলৈ ধৰিলে। তাইৰ যেন এটা অদ্ভুত নতুন অভিজ্ঞতা হব ধৰিলে। আপোন মনে বিৰ্‌বিৰ্‌ কৰি কৰি চোনিয়াই বহা-ঘৰৰ দুৱাৰখনৰ ফালে অস্থিৰভাবে চাই আছে। এনেতে দুৱাৰ খুলি নিকোলাচ ভঁৰাল-ঘৰত সোমাই আহিল।

পোনছাটেই চোনিয়াৰ ওচৰলৈ গৈ সি কলে, "চোনিয়া, তোমাৰ কি হৈছে? তুমি হঠাতে তেনেকৈ গুচি আহিলা কেলেই? কি হৈছে তোমাৰ?"

"একো হোৱা নাই, মোৰ একো হোৱা নাই। মোক অকলে থাকিবলৈ দিয়া!" চোনিয়াই ফেঁকুৰি উঠিল।

"তুমি নকলেও মই জানো তোমাৰ কি হৈছে।"

"বৰ ভাল কথা, জানা যদি তো ভালেই, তাইৰ ওচৰলৈকে উভতি যোৱাগৈ।"

"চো-নি-য়া! মোৰ ফালে ঘূৰি চোৱা! বাজে কথা কল্পনা কৰি কেলেই তুমি মোক এইভাবে দুখ দিছা, আৰু তুমি নিজেও দুখ পাব ধৰিছা?" তাইৰ হাতত ধৰি নিকোলাচে কলে।

চোনিয়াই তাইৰ হাতখন এৰুৱাই নিনিলে, তাইৰ কান্দোন বন্ধ হৈ গ'ল।

সিফালে টবৰ মাজত লুকাই থকা নাটাচা একেবাৰেই নীৰৱ নিস্তব্ধ। যেন তাইৰ উশাহ-নিশাহ লোৱাও বন্ধ হৈ গৈছে। তীক্ষ্ণ চাৱনিৰে তাত লুকাই থাকিয়েই তাই সকলো চাবলৈ ধৰিলে। ভাবিলে, 'এতিয়া কি ঘটিব?'

নিকোলাচে কলে, "চোনিয়া! এই পৃথিৱীত আন মানুহক লৈ মোৰ কি দৰকাৰ? তুমিয়েই মোৰ সকলো। সেই কথা মই তোমাক প্ৰমাণ কৰি দিম!"

"তোমাৰ মুখত এইবোৰ কথা মই শুনিব নোখোজো।"

"বাৰু, তেনেহলে নকওঁ, মাত্ৰ তুমি মোক ক্ষমা কৰা চোনিয়া।" কাষ চাপি গৈ নিকোলাচে চোনিয়াক চুমা খালে।

'আ-হা, কি সুন্দৰ,' নাটাচাই নিজৰ মনতে কৈ উঠিল। চোনিয়া আৰু নিকোলাচ ভঁৰাল-ঘৰৰপৰা ওলাই গ'লত নাটাচা টববোৰৰ মাজৰপৰা ওলাই আহি বৰিচক মাতি আনিলেগৈ।

চকুত অৰ্থপূৰ্ণ চাৱনি আৰু মুখত দুষ্টালিৰ ভাব লৈ নাটাচাই কলে, "বৰিচ, মোৰ ওচৰলৈ আহা। মই তোমাক কিবা কব খোজো। আহা, সৌ তালৈ আহা!" বৰিচক লগত লৈ তাই টববিলাকৰ মাজলৈ গ'ল য'ত তাই লুকাই আছিল। বৰিচে হাঁহি হাঁহি তাইক অনুসৰণ কৰিলে।

"কোৱা তোমাৰ সেই কিবাটো কি?" বৰিচে তাইক সুধিলে।

নাটাচা বিমোৰত পৰিল, চাৰিওফালে ঘূৰি চালে, তাৰপিছত এটা টবৰ ওপৰত দলি মাৰি পেলাই দিয়া পুতলাটোৰ ওপৰত চকু পৰাত সেইটোক আথে-বেথে তুলি ললে।

পুতলাটোক চুমা খোৱা।" নাটাচাই কলে।

বৰিচে একেখিৰে তাইৰ আকুল মুখখনলৈ চালে, কিন্তু কোনো কথা নকলে।

নাটাচাই কলে, "কি, লাগে নেকি তোমাক? বাৰু তেনেহলে ইয়ালৈ আহা।" এই বুলি বৰিচক লগতে লৈ গছ-পাতেৰে ভৰা বাহিৰৰপৰা নেদেখা এডোখৰ ঠাইত সোমাই তাই পুতলাটো পেলাই দিলে। তাৰপিছত ফুচফুচাই কলে, "কাষ চাপি আহা, মোৰ নিচেই কাষ চাপি আহা বৰিচ—"

তাই ৰবিচৰ হাতখনত চেপি ধৰিলে। তাইৰ লাজত ৰঙা পৰা মুখখনত ফুটি উঠিল এটা গভীৰ ভয়ৰ ভাব। ভয়ে-সংকোচে তাই নিজৰ মুখখন ৰবিচৰ মুখৰ ওচৰত তুলি ধৰিলে।

"খোৱা! মানে তুমি মোক চুমা খাবা নে?" মুখত এটা হাঁহি লৈ ফুচফুচাই কথাকেইটি কলে যদিও আবেগ আৰু উত্তেজনাত তাইৰ চকু চল্‌চলীয়া হৈ উঠিল।

ৰবিচ লাজত ৰঙা-চিঙা পৰিল।

নাটাচাৰ মুখৰ ওচৰলৈ মুখখন নি সি কলে, "বৰ অদ্ভুত ছোৱালীতো তুমি!" কিন্তু সি সেইদৰেই ৰৈ থাকিল, একো নকৰিলে।

হঠাৎ নাটাচাই জাঁপ মাৰি এটা টবৰ ওপৰত উঠি ৰবি-চক্‌কৈ অলপ ওখ হৈ লৈ দুই হাতেৰে তাক সাবটি ধৰিলে আৰু গভীৰ আবেগত তাৰ ওঁঠত চুমা খালে।

তাৰপিছত টববোৰৰ সিফালে নামি তলমুৰ কৰি থিয় হ'ল।

ৰবিচে কলে, "নাটাচা, তুমি তো জানা মই তোমাক ভালপাওঁ, কিন্তু.. "

"তুমি মোক ভালপোৱা?" নাটাচাই কলে।

"অঁ, ভালপাওঁ, কিন্তু দয়া কৰি আগলৈ আৰু এনেকুৱা কামত আগ নাবাঢ়িবা...আৰু চাৰিটা বছৰ অপেক্ষা কৰা... তাৰপিছত মই তোমাৰ পাণি প্ৰাৰ্থনা কৰিম।"

নাটাচাই ভাবিবলৈ ধৰিলে।

"তেৰ, চৈধ্য, পোন্ধৰ, ষোল," তাইৰ ধুনীয়া সৰু সৰু আঙুলিবোৰত তাই গণিবলৈ ধৰিলে। "বাৰু সেয়ে হব। তেনে-হলে কথা খাটাং হৈ গ'ল?"

আনন্দ আৰু তৃপ্তিত তাইৰ ধুনীয়া মুখখনি জলমল কৰি উঠিল।

"এৰা কথা খাটাং!" ৰবিচে উত্তৰ দিলে।

"চিৰদিনৰ কাৰণে?" নাটাচাই কলে। "মৃত্যুলৈকে?"

ৰবিচৰ হাতত ধৰি উলাহ মনেৰে তাই হাঁহি মুখে কাষৰ সৰু কোঠাটোলৈ গ'ল।

## [ এঘাৰ ]

অতিথিবিলাকক আপ্যায়ন কৰি কাউণ্টেচ ইমান বেছি ভাগৰি পৰিল যে তেওঁ দাৰোৱানক হুকুম দিলে যেন আৰু কাকো সোমাবলৈ নিদিয়ে। অৱশ্যে দাৰোৱানক আৰু কোৱা হ'ল, যিসকলে 'অভিনন্দন জনাবলৈ' আহিব তেওঁলোকক যেন খোৱাৰ নিমন্ত্ৰণ জনাবলৈ কোনোমতেই নাপাহৰে। সৰু কালৰ বন্ধু মিখায়লভ্‌নাৰ লগত কিছু গোপন কথা পতাৰ ইচ্ছা হ'ল কাউণ্টেচৰ। বন্ধুজনী পিটাৰ্চবুৰ্গৰপৰা অহাৰ পিছত তেওঁৰ লগত বহি ভালকৈ দুআষাৰ কথা-বতৰাও হব পৰা নাই। আন্না মিখায়লভ্‌নাই তেওঁৰ বহা চকীখন কাউণ্টেচৰ চকীৰ ওচৰলৈ টানি নিলে।

আন্না মিখায়লভ্‌নাই কলে, "তোমাৰ লগত মই মন খুলি কথা কম। পুৰণি বন্ধুবিলাকৰ ভিতৰত কেইজনীয়েইবা জীয়াই আছো! সেই কাৰণেই তো তোমাৰ বন্ধুত্ব মোৰ ওচৰত ইমান মূল্যবান।"

ভেৰাৰ ফালে চাই তেওঁ কথা বন্ধ কৰি বৈ গ'ল। কাউণ্টেচে বন্ধুৰ হাতখনত ধৰি এটা টিপা মাৰিলে।

ডাঙৰ জীয়েক ভেৰা তেওঁৰ বৰ প্ৰিয় নহয়। মাকে তাইক কলে, "ভেৰা, তোমাৰ বুদ্ধি-বিবেচনা ইমান কম কিয়? তুমিনো ইয়াকো বুজিব পৰা নাই নে যে তুমি ইয়াত থকাটো আমি নিবিচাৰো? অইন ছোৱালীবিলাকৰ ওচৰলৈ যোৱা, আৰু নহলে..."

ভেৰাই অবজ্ঞাৰে হাঁহি দিলে, কিন্তু মনত অলপো দুখ পাইছে যেন নালাগিল।

তাই উঠি থিয় হ'ল, নিজৰ কোঠালীলৈ গুচি যাবৰ বাবে সাজু হৈ মাকক কলে, "তুমি যদি আগতেই মোক কলাহেতেন মা, মই গুচি গলোহেতেন।"

বহা-ঘৰৰ লগৰ সৰু কোঠালীটোৰ মাজেৰে যাবৰ সময়ত ভেৰাই দেখিলে যোৰ-পাতি বহি আছে দুযোৰ ল'ৰা-ছোৱালী দুই খিৰিকীৰ মুখত। তাই খন্তেক থিয় হ'ল, মুখত বিৰিঙি

উঠিল বিদ্ৰূপৰ হাঁহি। চোনিয়া বহিছে নিকোলাচৰ কাষত, নিকোলাচে তাৰ নিজৰ লিখা প্ৰথম কবিতাটো চোনিয়াক দিবৰ বাবে নকল কৰিব ধৰিছে। বৰিচ আৰু নাটাচা আন এখন খিৰিকী-মুখত বহি কথা পাতি আছিল, ভেৰাক কোঠাটোৰ ভিতৰলৈ সোমাই অহা দেখি সিহঁতে কথা বন্ধ কৰি দিলে। অপৰাধসূচক আনন্দিত মনে চোনিয়া আৰু নাটাচাই ভেৰাৰ ফালে ঘূৰি চালে।

দুজনী সৰু ছোৱালী প্ৰেমত পৰিছে—এই দৃশ্য তো আমোদ-জনক আৰু মৰ্মস্পৰ্শী, কিন্তু সিহঁতক দেখি ভেৰাৰ মনত কোনো প্ৰকাৰৰ আনন্দৰ ভাব উদয় নহ'ল।

তাই কলে, "তোমাক মই কিমানবাৰ কৈছো নহয় যে মোৰ কোনো বস্তু তুমি নিনিবা? তোমাৰ তো সকলো বস্তুৰে সৈতে নিজৰ এটা কোঠালী আছে।" নিকোলাচৰ ওচৰৰপৰা তাই চিয়াহীৰ দোৱাতটো হাতত তুলি ললে।

কলমটো দোৱাতত চুবুৰিয়াই লৈ নিকোলাচে কলে, "এক মিনিট, মাত্ৰ এক মিনিট।"

ভেৰাই কলে, "তুমি সদায় অসময়ত কাম কৰা। বহা-ঘৰৰপৰা এনেকৈ দৌৰি ওলাই আহিছিলা যে তোমাৰ কাৰণে সকলোৰে লাজ পাইছিল।"

তাই কোৱা কথা সম্পূৰ্ণ সঁচা, হয়তো সেই কাৰণেই কোনেও মুখেৰেই নামাতিলে, চাৰিওজনে ইজনে-সিজনৰ মুখলৈ চোৱা-চুই কৰিবলৈ ধৰিলে। দোৱাতটো হাতত লৈ ভেৰা ঘৰৰ ভিতৰতেই থিয় হৈ থাকিল।

"তোমালোকৰ এই বয়সত নাটাচা আৰু বৰিচৰ মাজত, অথবা তোমালোক দুজনৰ মাজত কি নো এনে গোপন কথা থাকিব পাৰে? যত ৰাজ্যৰ আচহুৱা কথাবোৰ!"

"চোৱা ভেৰা, ইয়াত তোমাৰ কবলগীয়া কি আছে?" আত্মপক্ষ সমৰ্থনত শান্ত সুৰত নাটাচাই কলে।

তাইৰ কথাৰ সুৰ আৰু ভাব-ভঙ্গি দেখি ধাৰণা হ'ল আজি তাই সকলোৰে প্ৰতি মৰমিয়াল হৈ উঠিছে।

"ছিঃ, ই তোমালোকৰ মূৰ্খামিৰ বাহিৰে একো নহয়!"

ভেৰাই কলে । "তোমাৰ কাৰণে মই লজ্জিত। এৰা, ই সঁচা-কৈয়ে গোপনীয় কথা !"

নাটাচাই অলপ খঙেৰেই কৈ উঠিল, "সকলো মানুহৰেই কিবা নহয় কিবা গোপনীয় কথা থাকে। তোমাৰ আৰু বেৰ্গৰ কথা লৈ আমি তো কোনো কথা কবলৈ যোৱা নাই।"

ভেৰাই কলে, "কবলগীয়া কিবা থাকিলে হে কবা, কাৰণ মোৰ আচৰণত কেতিয়াও কোনো অন্যায় নাথাকে। কিন্তু বৰিচৰ লগত তোমাৰ আচৰণৰ কথা মই এতিয়াই মাৰ আগত কৈ দিমগৈ !"

বৰিচে কলে, "কিন্তু নাটালিয়া ইল্য়িনিচ্নাই তো মোৰ লগত অত্যন্ত ভাল ব্যৱহাৰেই কৰে। মোৰ কোনো অভিযোগ নাই।"

"মনে মনে থাকা বৰিচ ! তুমি এনেকুৱা এজন কূটনীতিক যে আমি তোমাৰ প্ৰতি বিৰক্ত হৈ উঠিছো।" অলপ থং ভাবত কঁপা মাতেৰে নাটাচাই কলে ('কূটনীতিক' কথাষাৰ এতিয়া ল'ৰা-ছোৱালীবিলাকৰ মাজত বৰকৈ প্ৰচলিত। এটা বিশেষ অৰ্থত তাই কথাষাৰ ব্যৱহাৰ কৰিলে।) "কেলেই তাই মোক সদায় বিৰক্ত কৰে ?" তাৰপিছত ভেৰাৰ ফালে ঘূৰি চাই কলে, "এইবোৰ কথা তুমি কোনোদিনেই বুজি নাপাবা ! কাৰণ তুমি কেতিয়াও কাকো ভাল পোৱা নাই। তোমাৰ হিয়া বোলা কোনো বস্তু নাই। তুমি মাত্ৰ 'ম্যাদাম দ্য জেন্‌লিচ্', তাতকৈ বেছি একো নহয়। (এই নামটো ভেৰাক নিকোলাচে দিছে। নামটোত যথেষ্ট বিদ্ৰূপ আছে বুলি ভবা হয়), আৰু মানুহৰ প্ৰতি বিৰূপ ব্যৱহাৰ কৰাৰ মাজতেই তোমাৰ আটাইতকৈ বেছি আনন্দ ! যোৱা; বেৰ্গৰ লগত যিমান পাৰা প্ৰেমৰ খেলা খেলি থাকাগৈ।"

"মই আন যিয়েই নকৰো লাগে, অন্ততঃ অতিথিবিলাকৰ সমুখতে এজন ল'ৰাৰ পাছে পাছে মোক দৌৰি ফুৰা কেতিয়াও দেখিবলৈ নাপাবা•••।"

নিকোলাচে কলে, "চোৱা, তাইৰ উদ্দেশ্য সফল হৈছে, আমাক প্ৰত্যেককে অকথ্য কথা কৈছে আৰু আমাক বিভ্ৰান্ত কৰি তুলিছে। ব'লা আমি এতিয়া নাৰ্চাৰিলৈ যাওঁগৈ।"

এদল ভয় খোৱা চৰাইৰ দৰে সিহঁত চাৰিওজনে একেলগে ঘৰৰপৰা ওলাই গ'ল।

ভেৰাই কলে, "অকথ্য কথা মোক হে কেৰো হৈছে, মই কাকো কোৱা নাই।"

দুৱাৰৰ মাজেৰে কিছুমান হাঁহি-কিৰীলিৰ শব্দ ভাহি আহিল, "ম্যাদাম দ্য জেন্‌লিচ! ম্যাদাম দ্য জেন্‌লিচ্!"

প্ৰত্যেককে বিৰক্ত কৰি তুলিলেও ভেৰাই নিজে কিন্তু হাঁহি-বলৈ ধৰিলে; এইবোৰ কথাক ভ্ৰূক্ষেপ নকৰি তাই আইনা এখনৰ সমুখত গৈ থিয় হ'ল আৰু চুলি, গলবন্ধা সাজ-পোছাক আদি ঠিকঠাক কৰি লবলৈ ধৰিলে। নিজৰ ধুনীয়া মুখখনলৈ চাই তাই যেন আৰু বেছি নিৰ্বিকাৰ আৰু শান্ত হৈ পৰিল।

বহা-ঘৰত তেতিয়াও আলোচনা চলি আছে।

কাউণ্টেচে কলে, "চোৱা ভাই, মোৰ জীৱনটোও গোলাপ ফুলৰ পাপৰি আৰু সুৰভিৰে ভৰা নহয়। যিভাৱে আমি জীৱন কটাব ধৰিছো, এইভাৱে চলি থাকিলে যে আমাৰ সামৰ্থ্য বেছি দিন নুকুলাব সেইটো মই নজনা নহয়। কেৱল ক্লাব আৰু ক্লাব, পাৰ্টি-ফূৰ্তি, আমোদ-প্ৰমোদ আৰু এলাহ-বিলাসৰ মাজত গা এৰি দিয়া। গাওঁলৈ গৈও জানো বিৰাম-আৰাম আছে? থিয়েটাৰ, চিকাৰ, ঘূৰা-ফুৰা, আৰু কি যে নহয় তাক ঈশ্বৰেহে জানে! কিন্তু মোৰ কথা থাওক, এতিয়া তুমি কেনে আছা কোৱাচোন শুনো। তোমাক দেখি মইতো আচৰিত হৈ যাওঁ আনেৎ,—এই বয়সতো তুমি যে কেনেকৈ অকলে গাড়ীত উঠি মস্কোলৈ গৈছা, পিটাৰ্চবুৰ্গলৈ গৈছা, মন্ত্ৰী আৰু ডাঙৰ মানুহবিলাকৰ লগত দেখা কৰিছা, তেওঁলোকৰদ্বাৰা নিজৰ কাম সমাধা কৰি লৈছা! সঁচাকৈয়ে অতি আচৰিত কথা। কেনেকৈ বাৰু তুমি এই সকলো ব্যৱস্থা কৰি পেলালা কোৱা-চোন? স্বীকাৰ কৰিছো, তোমাৰ বাহাদুৰি আছে। মই হলে এই কাম কৰিব নোৱাৰিলেহেঁতেন।"

আন্না মিখায়লভ্‌নাই উত্তৰ দিলে, "হায় মোৰ মৰমৰ সখী, এটি ল'ৰাক লৈ নিঃসম্বল অৱস্থাত বিধৱা হোৱাটো যে কি বস্তু ঈশ্বৰে যেন তোমাক সেইটো কেতিয়াও জানিবলৈ নিদিয়ে! যি অৱস্থাত পৰিলে মানুহে বহুত কিবাকিবি শিকিবলগীয়া হয়।

সেই মকর্দমাটোৱে মোক বহুত শিকাইছে। যেতিয়া কোনো ডাঙৰ মানুহৰ লগত দেখা কৰিবলগা হয় তেতিয়াই এখন চিঠি লিখো ঃ 'প্ৰিন্সেচ আমুকৰ ইচ্ছা আমুকৰ লগত এবাৰ দেখা কৰিব,' তাৰপিছত এখন গাড়ী লৈ দুবাৰ, তিনিবাৰ, চাৰিবাৰ—যেতিয়ালৈকে কাৰ্যসিদ্ধি নহয় তেতিয়ালৈ নিজেই তেওঁৰ ওচৰলৈ যাওঁ।"

কাউণ্টেচে সুধিলে, "বাৰু বৰিচৰ বিষয় লৈ তুমি কাৰ ওচৰত আবেদন কৰিছিলা? চোৱাচোন, তোমাৰ ল'ৰা ইয়াৰ ভিতৰতে ৰক্ষীবাহিনীৰ অফিচাৰ হৈ গ'ল, আৰু মোৰ নিকোলাচ যাবলৈ ওলাইছে সমৰশিক্ষাৰ্থী কেডেট হিচাপে। তাৰ হৈ কথা কোৱা মানুহ কোনো নাই। তুমি বাৰু কাৰ সহায় লৈছিলা?"

"প্ৰিন্স ভাচিলিৰ। তেওঁ বৰ দয়ালু মানুহ। মই গৈ তেওঁক খাটিলো, লগে লগে তেওঁ সন্মত হৈ গ'ল আৰু সম্ৰাটৰ আগত বিষয়টো দাঙি ধৰিলে।" উদ্দেশ্য সিদ্ধিৰ কাৰণে তেওঁ যিবিলাক অসন্মান সহিবলগা হৈছিল সেই সকলোবোৰ পাহৰি গৈ প্ৰিন্সেচ মিখায়লভ্‌নাই বেছ উৎসাহেৰেই কথাবোৰ কৈ গ'ল।

"প্ৰিন্স ভাচিলিৰ বয়স বহুত হৈছে নেকি? তেওঁ একেবাৰেই বুঢ়া হৈ গৈছে নে?" কাউণ্টেচে জানিব খুজিলে। "ৰুমিয়াস্তচভ্‌হঁতৰ থিয়েটাৰত একেলগে অভিনয় কৰাৰ পিছত আৰু তেওঁৰ লগত মোৰ দেখা হোৱা নাই। বোধহয় তেওঁ মোক পাহৰিয়েই গৈছে। সেই সময়ত কিন্তু তেওঁ মোৰ সঙ্গলাভৰ আগ্ৰহী আছিল।"—কাউণ্টেচে হাঁহি হাঁহি কলে।

আন্না মিখায়লভ্‌নাই কলে, "তেওঁ ঠিক আগৰ দৰেই আছে; অমায়িক, বিনয়ী আৰু আন্তৰিকতাৰে সকলোকে অভ্যৰ্থনা কৰে। পদমৰ্যাদাৰ অহংকাৰ তেওঁৰ একেবাৰেই নাই। মোক তেওঁ কলে, 'মৰমৰ প্ৰিন্সেচ, আপোনাৰ কাৰণে মাত্ৰ এইকণহে কৰিব পাৰিছো কাৰণে মই দুঃখিত। আপোনাৰ কথা মই সদায় ৰাখিম।' সঁচাকৈয়ে, তেওঁ অত্যন্ত ভাল মানুহ, আৰু পৰম দয়ালু। কিন্তু মোৰ ল'ৰাক যে মই কিমান ভালপাওঁ সেই কথা তো তুমি জানা নাটালি ঃ তাৰ সুখ-শান্তিৰ কাৰণে মই

কৰিব নোৱাৰা কোনো কাম নাই। আৰু বৰ্ত্তমানে মোৰ আৰ্থিক অৱস্থা ইমান শোচনীয় যে মই ভয়ানক সংকটৰ মাজত আছো।" আন্না মিখায়লভ্‌নাই মাতটো সৰু কৰি কবলৈ ধৰিলে, "সেই কুলক্ষণীয়া মকৰ্দমাটোৰ কাৰণে সৰ্বস্বান্ত হৈছো, অথচ মকৰ্দমাটো এতিয়াও ডিঙিত ওলমিয়েই আছে। তুমি বিশ্বাস কৰিবা নে যে মোৰ হাতত বৰ্ত্তমানে এটা পেনিও নাই! কেনেকৈ যে বৰিৰ পোছাক কিনিম মই নাজানো।" ৰুমাল উলিয়াই লৈ তেওঁ চকুৰ পানী মুচি মুচি কান্দিবলৈ ধৰিলে। "মোৰ এতিয়া দৰকাৰ পাঁচ-শ ৰুবল, অথচ মোৰ হাতত আছে মাত্ৰ পঁচিশ ৰুবলৰ এখন নোট। এয়ে হ'ল মোৰ অৱস্থা…এতিয়া মোৰ একমাত্ৰ ভাৰসা কাউণ্ট চিৰিল ভ্লাদিমিৰভিচ বেজুকভ। তুমিতো জানা তেওঁ বৰিচৰ ধৰ্মপিতা। এতিয়া তেওঁ যদি তেওঁৰ ধৰ্মপুতেকক সহায় নকৰে আৰু তাৰ খৰচ-পাতিৰ বাবে একো নিদিয়ে, তেনেহলে মোৰ সকলো পৰিশ্ৰম বৃথা হৈ যাব। …মই তাৰ পোছাকৰেই ব্যৱস্থা কৰিব নোৱাৰিম।"

কাউণ্টেচৰ চকু দুটা চল্‌চলীয়া হৈ উঠিল। তেওঁ নীৰৱে ভাবিবলৈ ধৰিলে।

প্ৰিন্সেচে কলে, "মই প্ৰায়ে ভাবো, যদিও এই কথা ভবাটো হয়তো পাপ, এই যে কাউণ্ট চিৰিল ভ্লাদিমিৰভিচ্ একেবাৰেই অকলশৰীয়া মানুহ…তেওঁ ইমান ধনী…প্ৰচুৰ সম্পত্তিৰ অধি-কাৰী…অথচ তেওঁৰ এনেকুৱা জীৱনৰ কি মূল্য আছে…ই হ'ল তেওঁৰ কাৰণে এটা বোজা, আৰু বৰিচে এয়ে প্ৰথম তাৰ জীৱন আৰম্ভ কৰিবলৈ ওলাইছে…"

"নিশ্চয় তেওঁ বৰিচৰ কাৰণে কিবা দি থৈ যাব," কাউ-ণ্টেচে কলে।

"একমাত্ৰ ঈশ্বৰেহে জানে ভাই সেইকথা। এই ধনী বুঢ়া মানুহবিলাক অতি স্বাৰ্থপৰ হয়। তথাপি মই বৰিচক লগত লৈ তেওঁৰ লগত দেখা কৰিবলৈ যাম, আৰু কথাটো তেওঁক খোলাখুলিকৈ কম। মানুহে মোৰ সম্বন্ধে যি কয় কওক, মোৰ ল'ৰাৰ ভাগ্য যেতিয়া বিপন্ন তেতিয়া মোৰ ওচৰত ভাল-বেয়া সকলো সমান।" প্ৰিন্সেচ উঠি থিয় হ'ল। এতিয়া দুই বাজিছে,

আৰু তোমালোকৰ খোৱাৰ সময় চাৰি বজাত। মোৰ হাতত তেনেহলে বহুত সময় আছে।"

পিটাৰ্চবুৰ্গৰ বাস্তৱবুদ্ধিসম্পন্ন মহিলাসকলে সময়ৰ সদ্ব্যৱহাৰ কৰিব জানে। আন্না মিখায়লভ্‌নাই লগুৱা এজনৰ দ্বাৰা পুতেকক মতাই অনালে আৰু তাক লগত লৈ বাহিৰৰ কোঠাটোলৈ গ'ল।

কাউণ্টেচে তেওঁলোকক বিদায় দিবলৈ দুৱাৰমুখলৈ আগবাঢ়ি গ'ল। বৰিচে যাতে শুনিবলৈ নাপায় এনেভাৱে ফুচ্‌ফুচাই তেওঁ আন্না মিখায়লভ্‌নাক কলে, "বিদায় মোৰ মৰমৰ বান্ধৱী, মোৰ সৌভাগ্য কামনা কৰিবা ভাই।"

খোৱা-ঘৰৰপৰা ওলাই বাহিৰৰ ঘৰলৈ আহি কাউণ্টে আন্না মিখায়লভ্‌নাক কলে, "আপুনি এতিয়া কাউণ্ট চিৰিল ভ্লাদিমিৰভিচৰ তালৈ যাব নেকি? তেওঁৰ শৰীৰ যদি ভালে আছে তেনেহলে পিয়েৰক কব, সি যেন আজি আমাৰ ইয়ালৈ আহি আমাৰ লগত একেলগে আহাৰ খায়। আপুনিতো জানেই, সি আমাৰ ঘৰলৈ আহি ল'ৰা-ছোৱালীবিলাকৰ লগত নাচিছে। তাক আমাৰ হৈ যেনেতেনে নিমন্ত্ৰণ জনাব। আমি চাব খোজো টাৰাচে কেনেকৈ আজি তেওঁৰ সুনাম ৰক্ষা কৰে। তেওঁ কয়, আমাৰ নিচিনা ডিনাৰ কাউণ্ট অৰ্লভে কেতিয়াও দিব পৰা নাই।"

## [ বাৰ ]

প্ৰিন্সেচ আন্না মিখায়লভ্‌না আৰু তেওঁৰ পুতেক বৰিচক লৈ কাউণ্টেচৰ ৰস্তভাৰ গাড়ীখন খেৰ পাৰি দিয়া বাটেৰে গৈ কাউণ্ট চিৰিল ভ্লাদিমিৰভিচ বেজুকভৰ ঘৰৰ নগুৱা পাৰ হৈ আগ-চোতালত থিয় হ'ল। গাড়ীৰ ভিতৰত বহিয়েই প্ৰিন্সেচে হাতেৰে পুতেকৰ মূৰে-গায়ে হাত ফুৰাই মৰম কৰি কলে, "বোপাই বৰিচ, তেওঁক ভক্তি-শ্ৰদ্ধা কৰিবা। কাউণ্ট চিৰিল ভ্লাদিমিৰভিচ হ'ল তোমাৰ ধৰ্মপিতা, তেওঁৰ ওপৰতেই

তোমাৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে। এই কথাষাৰ মনত ৰাখি তেওঁৰ সৈতে ভাল ব্যৱহাৰ কৰিবা, আৰু তুমিতো মানুহক সন্তুষ্ট কৰিবলৈ কেনেকুৱা ভাল ব্যৱহাৰ কৰিব লাগে তাক ভালদৰেই জানা।"

বৰিচে নিৰ্বিকাৰ সুৰত কৰে, "তাৰ ফলত অপমানৰ বাহিৰে আন কিবা পোৱাৰ সম্ভাৱনা থাকিলেও নহয় কথা বেলেগ আছিল। কিন্তু মই তোমাক আগতে কথা দিছো, মই তোমাৰ কাৰণেই মোৰ কথা ৰাখিম।"

এখন গাড়ী আগ-চোতালত থিয় হৈ থকা দেখিও ঘৰৰ দাৰোৱানে দুয়ো মাক-পুতেকক ভালদৰে লক্ষ্য কৰি চাবলৈ ধৰিলে বিশেষকৈ মহিলাগৰাকীৰ পুৰণি চিলা পোছাকৰ ফালে অৰ্থপূৰ্ণ চাৱনিৰে চাই সি জানিব খুজিলে তেওঁলোকে কাউণ্ট অথবা প্ৰিন্সেচ কাৰ লগত দেখা কৰিব খোজে আৰু যেতিয়া সি শুনিলে যে তেওঁলোকে কাউণ্টৰ লগত দেখা কৰিবলৈ আহিছে তেতিয়া সি কৈ দিলে যে মহামান্য কাউণ্টৰ শৰীৰ আজি আৰু বেছি বেয়া হৈছে, সেয়ে তেওঁ কাৰো লগতেই দেখা নকৰে।

"আমি উভতি যোৱাই ভাল মা," পুতেকে ফৰাচীত কলে।

পুতেকক শান্ত কৰিবৰ বাবে তাক হাত এখনেৰে পাহুকা-লৰপৰা আঁকোৱালি ধৰি মাকে মৰম কৰি কলে "সোণটি মোৰ!"

বৰিচে আৰু কোনো কথা নকলে, কিন্তু ক্লোকচোলাটো পিন্ধি থাকিয়েই মাকৰ ফালে প্ৰশ্নসূচক চাৱনিৰে চালে।

আন্না মিখায়লভ্নাই কোমল সুৰত দাৰোৱানক কলে, "শুনা ভাইটি, মই জানো যে কাউণ্ট চিৰিল ভ্লাদিমিৰভিচ খুব অসুস্থ··· সেই কাৰণেই মই আহিছো··· মই তেওঁৰ আত্মীয়া। তেওঁক মই বিৰক্ত নকৰো বোপাই··· মই মাত্ৰ প্ৰিন্স ভাচিলি চেৰ্গেভিচৰ সৈতে দেখা কৰিব খোজো: তেওঁতো ইয়াতেই আছে, নহয় জানো? তুমি তেওঁক মোৰ কথা কোৱাগৈ।"

দাৰোৱানে ঘণ্টিটোৰ ৰচীডালত টান মাৰি দি মুখ ঘূৰালে, দুই মহলাৰ ওপৰত ঘণ্টিটো বাজি উঠিল।

ইউনিফৰ্ম পিন্ধা পৰিচাৰক এজন খট্‌খটীৰে নামি আহি মাজমানতে থিয় হৈ তললৈ চাওঁতেই দাৰোৱানে চিঞৰি কৈ উঠিল, "প্ৰিন্সেচ দ্ৰুবেৎস্কায়াই প্ৰিন্স ভাচিলি চেৰ্গেভিচৰ লগত দেখা কৰিব খোজে।"

প্ৰকাণ্ড ভেনিচীয় দেৱাল-আইনাখনত চাই নিজৰ ৰং-কৰা চিক্কৰ পোছাকৰ ভাজবোৰ ঠিক কৰি লৈ আন্না মিখায়লভ্‌নাই পুতেকৰে সৈতে কৰ্পেট পতা খট্‌খটীৰে ওপৰলৈ উঠি যাবলৈ ধৰিলে।

পুতেকক আগৰ নিচিনাকৈ হাতখনেৰে আঁকোৱালি ধৰিয়েই মাকে কলে, "তুমি কিন্তু মোক কথা দিছা সোণটি!"

তলমূৰ কৰি বৰিচে নীৰবে মাকৰ লগে লগে গৈ থাকিল।

এটা ডাঙৰ হল-ঘৰত তেওঁলোক গৈ সোমাল; সেই ঘৰটোৰ এখন দুৱাৰেৰে প্ৰিন্স ভাচিলিৰ ঘৰলৈ যাব লাগে।

হলঘৰটোৰ মাজভাগলৈ গৈ কোন ফালে যাব লাগিব ঠিক কৰিব নোৱাৰি মাক পুতেক দুয়ো থিয় হ'ল, এজন বুঢ়া পৰিচাৰকক সুধিব এনেতে এখন দুৱাৰ মেলখাই গ'ল আৰু তাৰ মাজেৰে সোমাই আহিল প্ৰিন্স ভাচিলি— তেওঁ পিন্ধি থকা ভেলভেটৰ কোটটোৰ বুকুত লগোৱা আছে এটা তৰা, ঘৰত এই পোছাক পিন্ধি থকাটোৱেই তেওঁৰ ৰীতি। প্ৰিন্স ভাচিলিৰ লগত আছিল এজন ধুনীয়া মানুহ, তেওঁৰ মূৰৰ জপৰা চুলিবোৰ ক'লা। তেওঁ হ'ল পিটাৰ্চবুৰ্গৰ বিখ্যাত ডাক্তৰ লোৰেন।

প্ৰিন্স ভাচিলিয়ে কলে, "তেনেহলে এইটোৱেই ঠিক, তাত কোনো সন্দেহ নাই?"

"প্ৰিন্স, মানুহ মাত্ৰৰে ভুল হয়, কিন্তু" ডাক্তৰে ফৰাচী উচ্চাৰণেৰে লেটিন ভাষাত উত্তৰ দিলে।

"বৰ ভাল, বৰ ভাল কথা···।"

আন্না মিখায়লভ্‌না আৰু তেওঁৰ ল'ৰাক দেখি প্ৰিন্স ভাচিলিয়ে মূৰ দোৱাই ডাক্তৰক বিদায় দিলে, তাৰপিছত প্ৰশ্নসূচক চাৱনিৰে নীৰবে তেওঁলোকৰ ফালে আগবাঢ়ি গ'ল। বৰিচে লক্ষ্য কৰিলে হঠাৎ তাৰ মাকৰ মুখৰ ওপৰত গভীৰ দুখৰ এটা ক'লা ছাঁ নামি আহিল। তাৰ মুখত বিৰিঙি উঠিল এটা ক্ষীণ হাঁহি।

প্ৰিন্সেস যে অসন্তুষ্ট চাৰনিৰে তেওঁৰ ফালে চাই আছে সেইটো যেন তেওঁ লক্ষ্য কৰা নাই এনেকুৱা ভাব দেখুৱাই প্ৰিন্সেসক কলে, "হায় প্ৰিন্স, অতি বেদনাদায়ক পৰিস্থিতিৰ মাজত আকৌ আমাৰ দেখা হ'ল। আমাৰ শ্ৰদ্ধেয় ৰোগী এতিয়া কেনে আছে?"

প্ৰিন্স ভাচিলি বিব্ৰত হৈ কৌতূহলী চাৰনিৰে দুয়ো মাক-পুতেকৰ মুখৰ ফালে চাবলৈ ধৰিলে। বৰিচে বিনীতভাৱে অভিবাদন জনালে। প্ৰতি-অভিবাদন নজনোৱাকৈ প্ৰিন্স ভাচিলিয়ে আন্না মিখায়লভ্‌নাৰ ফালে ঘূৰি চাই চকু আৰু মুখৰ ভঙ্গিৰেই জনাই দিলে যে ৰোগীৰ আশা নিচেই কম।

আন্না মিখায়লভ্‌নাই কৈ উঠিল, "ইও সম্ভৱ নে? উস্, কি দুখৰ কথা! ভাবিলেও ভয় লাগে··· এয়া মোৰ ল'ৰা। সি নিজেই আপোনাক ধন্যবাদ জনাবলৈ আহিছে।"

বৰিচে আকৌ এবাৰ সবিনয়ে অভিবাদন কৰিলে।

"বিশ্বাস কৰক প্ৰিন্স; আপুনি আমাৰ কাৰণে যি কৰিছে এজনী মাকৰ হৃদয়ে তাক কেতিয়াও নাপাহৰে।"

প্ৰিন্স ভাচিলিয়ে কলে, "চাওক আন্না মিখায়লভ্‌না, আপোনাৰ এটা কাম কৰি দিব পাৰি মই সুখী হৈছো।" তাৰপিছত কঠিন সুৰত বৰিচক কলে, "ভালদৰে কাম কৰিবলৈ যত্ন কৰিবা, নিজৰ যোগ্যতা প্ৰমাণ কৰিবা।··· মই সুখী হৈছো··· তুমি ছুটীত ইয়ালৈ আহিছা নেকি?" তেওঁৰ মাতত নিৰ্বিকাৰ উদাসিনতা।

"মই এতিয়া নতুন ৰেজিমেণ্টত যোগ দিয়াৰ নিৰ্দেশৰ অপেক্ষাত আছো শ্ৰদ্ধেয় মহাশয়," বৰিচে উত্তৰ দিলে। তাৰ মাতত বিৰক্তিও প্ৰকাশ নাপালে, আকৌ আলোচনা আৰম্ভ কৰাৰ আগ্ৰহও দেখা নগ'ল। কিন্তু সি ইমান শান্ত আৰু শ্ৰদ্ধাৰে কথা কলে যে প্ৰিন্সে তাক ভালদৰে লক্ষ্য কৰিবলৈ ধৰিলে।

"তুমি তোমাৰ মাৰাৰ লগতেই থকা নেকি?"

আকৌ 'শ্ৰদ্ধেয় মহাশয়' কথাষাৰ যোগ দি বৰিচে উত্তৰ দিলে, "মই কাউণ্টেচ ৰস্তভৰ ঘৰত আছো।"

"মানে, ইলিয়া ৰস্তভ যাক নাটালি চিনচিনাই বিয়া কৰাইছে, তেওঁৰ ঘৰত ?"

একেই বিৰক্তিকৰ সুৰত তেওঁ আকৌ কলে, "মই জানো, মই জানো। নাটালিয়ে যে কেনেকৈ সেই সাইলাখ ভালুকটোক বিয়া কৰাবলৈ মনস্থ কৰিছিল সেইটো মই বুজিবই নোৱাৰিলো। শুনিছো তেওঁ হেনো এজন অদ্ভুত ধৰণৰ অঁকৰা মানুহ, আনহাতে ক্ৰুৰাৰুও।"

"কিন্তু তেওঁ বৰ দয়ালু মানুহ।" মুখত এটা বিষাদপূর্ণ হাঁহি বিৰিঙাই আন্না মিখায়লভ্‌নাই কলে, যেন তেৰোঁ জানে যে এই নিন্দা কাউণ্ট ৰস্তভৰ প্ৰাপ্য, তথাপি বেচেৰা বুঢ়া মানুহজনৰ প্ৰতি যেন কোনেও অতিৰিক্ত কঠোৰ নহয়। অলপ ৰৈ মুখত আকৌ দুখৰ ভাব ফুটাই তেওঁ কলে, "ডাক্তৰসকলে কি কৈছে ?"

"তেওঁলোকে বিশেষ কোনো আশা দিয়া নাই," প্ৰিন্সেস কলে।

"সেই কাৰণেইতো, মোৰ আৰু বৰিচৰ প্ৰতি তেওঁ যি দয়া কৰিছে তাৰ বাবে খুৰাদেউক ধন্যবাদ জনাব খুজিছিলো। বৰিচ তো তেওঁৰেই ধৰ্মপুত্ৰ।"

প্ৰিন্স ভাচিলিয়ে চিন্তিতভাৱে ভ্ৰূযোৰ কোঁচাই আন্না মিখায়লভ্‌নাৰ মুখলৈ চালে। আন্না মিখায়লভ্‌নাই বুজিব পাৰিলে যে তেওঁক কাউণ্ট বেজুখভৰ সম্পত্তিৰ এজন দাবীদাৰ বুলি ভাবি প্ৰিন্সেস মনে মনে ভয় কৰিছে। সেয়ে তেওঁৰ সন্দেহ দূৰ কৰিবৰ বাবে লৰালৰিকৈ প্ৰিন্সেসচে কৈ উঠিল, "খুৰাদেউৰ প্ৰতি ভক্তি-শ্ৰদ্ধা আৰু আন্তৰিকতাৰ টানতেই মই তেওঁৰ খবৰ কৰিবলৈ আহিছো। মইতো তেওঁৰ চৰিত্ৰ ভালদৰেই জানো ঃ মহৎ ; ন্যায়পৰায়ণ ··· কিন্তু আপুনিতো জানে একমাত্ৰ প্ৰিন্সেচসকলৰ বাহিৰে তেওঁৰ ওচৰত আৰু কোনোৱে নাথাকে ··সিহঁতো এতিয়াও সৰু হৈ আছে··· " মূৰটো দোৱাই তেওঁ লাহে লাহে থোকাথুকি মাতেৰে কবলৈ ধৰিলে, "তেওঁ কামবোৰ···মানে তেওঁৰ কৰিবলগীয়া শেষ কামবোৰ কৰিছে নেকি প্ৰিন্স ? সেই শেষ মুহূৰ্তবোৰ যে কিমান অমূল্য ! যি দেখা গৈছে তেওঁৰ শৰীৰ অত্যন্ত

বেয়া হৈছে। যদি স্চাকৈয়ে তেওঁ ইমানেই অসুস্থ, তেনে-হলেতো তেওঁক সংটম কৰি ৰখাটো একান্ত প্ৰয়োজন। চাওক প্ৰিন্স, এই কথাবোৰ কিভাবে কব লাগে সেইটো আমি মহিলা-সকলেহে জানো। মোৰ পক্ষে যিমানেই বেদনাদায়ক নহওক লাগিলে তথাপি মই তেওঁৰ লগত দেখা কৰিবই লাগিব। দুঃখ-বেদনা সহ্য কৰাত মই অভ্যস্ত।"

প্ৰিন্সে তেওঁৰ উদ্দেশ্য স্পষ্টৰূপে বুজিব পাৰিছে, আৰু আন্না পাভ্লভ্নাৰ ঘৰত হোৱাৰ নিচিনাকৈ ইয়াতো তেওঁ বুজিব পাৰিছে যে আন্না মিখায়লভ্নাৰ হাতৰপৰা ৰক্ষা পোৱা টান।

প্ৰিন্সে কলে, "এতিয়া তেওঁৰ লগত দেখা কৰাটো জানো তেওঁৰ কাৰণে বৰ বেছি কণ্টকৰ নহব ? বৰঞ্চ সন্ধিয়ালৈ অপেক্ষা কৰা যাওক। ডাক্তৰসকলে এটা সংকটৰ আশংকা কৰিছে।"

"কিন্তু প্ৰিন্স, এনেকুৱা অৱস্থাততো অপেক্ষা কৰা নচলে। ভাবি চাওক, তেওঁৰ আত্মাৰ কল্যাণ বিপন্ন হৈ পৰিছে। হায়, খৃষ্টানসকলৰ পালনীয় কৰ্তব্যবোৰ অতি নিদাৰুণ ····"

ভিতৰফালৰ এখন দুৱাৰ মেলি কাউণ্টৰ ভাতিজী হলঘৰত আহি সোমাল। তাইৰ মুখখন শেঁতা আৰু বিমৰ্ষ। তাইৰ চুটি চুটি ভৰি দুখনৰ তুলনাত শৰীৰটো অস্বাভাৱিক দীঘল। প্ৰিন্স ভাচিলিয়ে তাইৰ ফালে ঘূৰি চালে।

"হেৰা, তেওঁ কেনে আছে ?"

"একেভাৱেই, কিন্তু এইবোৰ গোলমালৰ মাজত কেনেকৈনো আশা কৰে ····?" আন্না মিখায়লভ্নাৰ ফালে চাই তাই কলে।

কাউণ্টৰ ভাতিজীৰ ওচৰলৈ আগবাঢ়ি গৈ লাহেকৈ মিচি-কিয়াই হাঁহি আন্না মিখায়লভ্নাই কলে, "মা-জনী ! তোমাক তো মই চিনি নাপাওঁ, আই। মই আহি ওলাইছোহি, মোৰ খুৰা-দেউৰ সেৱা-শুশ্ৰূষাৰ ক্ষেত্ৰত তোমাক সহায় কৰিবলৈ মই সদায় সাজু। তোমালোকে যে কি অৱস্থাৰ মাজত কষ্ট পাইছা সেইটো মই বুজি পাওঁ।"

প্ৰিন্সেসচে কোনো উত্তৰ নিদিলে, অলপো নাহাঁহিলেও, তৎক্ষণাৎ ঘৰৰপৰা ওলাই গ'ল। আন্না মিখায়লভ্নাই হাত-মোজাবোৰ খুলি পেলালে, তাৰপিছত নিজৰ মৰ্যাদাক প্ৰতিপন্ন

কৰিবৰ বাবে এখন আৰামী চকীত বহি লৈ প্ৰিন্স ভাচিল্লিক তেওঁৰ ওচৰতে বহিবলৈ কলে।

তেওঁ হাঁহি পুতেকক কলে, "বৰিচ, মোৰ খুৰাদেউক চাবৰ বাবে মই ভিতৰলৈ যাওঁ, ইতিমধ্যে তুমি গৈ পিয়েৰৰ লগত দেখা কৰা। তাক ৰস্তভহঁতৰ নিমন্ত্ৰণৰ কথাটো জনাবলৈ নাপাহৰা যেন, তেওঁলোকে তাক ডিনাৰত মাতিছে।" প্ৰিন্স ভাচিলিৰ ফালে চাই কলে, "মোৰ বিশ্বাস পিয়েৰ আমাৰ লগত নাযাব, কি কয়?"

প্ৰিন্সৰ মনৰ অৱস্থা ভাল নহয়, তেওঁ কলে, "তাৰ ঠিক ওলোটাটো। আপুনি যদি সেই ডেকাজনৰ সঙ্গৰপৰা মোক মুক্তি দিয়ে তেনেহলে মই সুখী হম। ··· সি ইয়ালৈ আহিছে, কিন্তু কাউন্টে তাক এবাৰো মাতি পঠোৱা নাই।"

এজন পৰিচাৰকে বৰিচক পিয়েৰৰ ওচৰলৈ লৈ গ'ল।

## [ তেৰ ]

পিয়েৰে শেষ পৰ্যন্ত পিটাৰ্চবুৰ্গত নিজৰ কাৰণে এটা জীৱিকাৰ উপায় বিচাৰি উলিয়াব নোৱাৰিলে। উচ্ছৃংখলতাৰ অপৰাধত তাক তাৰপৰা মস্কোলৈ পঠিয়াই দিয়া হৈছে। কাউন্ট ৰস্তভৰ ঘৰত তাৰ সম্পৰ্কে যি কথা কোৱা হৈছে, সেইটো সঁচা। এজন পুলিচক ভালুকটোৰ লগত সাঙুৰি বন্ধাত সিও জড়িত আছিল। কেইদিনমান হ'ল সি মস্কোলৈ আহিছে আৰু স্বাভাৱিকভাৱেই সি তাৰ দেউতাকৰ ঘৰতেই আছে। যদিও সি আশংকা কৰিছিল যে তাৰ সেই পলায়নৰ কাহিনী ইতিমধ্যে মস্কোত জনাজনি হৈ গৈছে আৰু তাৰ দেউতাকৰ ঘৰৰ যি মহিলাসকল কোনোদিনেই তাৰ প্ৰতি সদয় নাছিল তেওঁলোকে সেই কাহিনী কৈ কাউন্টক তাৰ প্ৰতি বিৰূপ কৰি ৰাখিছে, তথাপি ইয়াত আহি পাই সি ঘৰৰ দেউতাক থকা অংশত সোমাই পৰিল। প্ৰিন্সেচবিলাকে বহা ঘৰতেই বেছিভাগ সময় কটায়। সি সেই ঘৰত সোমাই সিহঁতৰ লগত দেখা কৰিলে। সিহঁতৰ ভিতৰত দুজনীয়ে বহি চিলাই কৰাত ব্যস্ত আছিল,

আৰু তৃতীয়জনীয়ে ডাঙৰ ডাঙৰকৈ কিতাপ পঢ়ি আছিল। কিতাপ পঢ়ি থকাজনীয়েই সকলোতকৈ ডাঙৰ—তাইৰ লগতেই আন্না মিখায়লভ্‌নাৰ দেখা হৈছিল। চিলাই কৰি থকা দুজনী সৰু ঃ দুয়োজনীৰেই গাৰ বৰণ গুলপীয়া আৰু দুয়ো ধুনীয়া। সিহঁতৰ মাজত একমাত্ৰ পাৰ্থক্য, একজনীৰ ওঁঠত এটা তিল থকা কাৰণে তাইক দেখিবলৈ বেছি ধুনীয়া লাগে। সিহঁতে পিয়েৰৰ ফালে এনেভাৱে চালে যেন সি এটা মৰা মানুহ বা কুষ্ঠৰোগী। ডাঙৰ প্ৰিন্সেচে পঢ়া বন্ধ কৰি ভয়াতুৰ চাৱনিৰে নীৰৱে একেথিৰে তাৰ মুখলৈ চাই থাকিল, মাজু প্ৰিন্সেচৰো চকুৰে-মুখে সেই একে ভাৱ, কিন্তু ওঁঠত তিল থকা সৰু প্ৰিন্সেচজনী—যিজনীৰ চকুৰে-মুখে সদায় হাঁহি-আনন্দ বিৰিঙি থাকে, এই আমোদজনক দৃশ্য দেখি তাইৰ হাঁহি উঠিল কিন্তু লগে লগে হাঁহিটো লুকাবৰ বাবে তলমূৰ কৰি চিলাইৰ ফ্ৰেমটোৰে মুখখন ঢাকি ধৰিলে।

"কেনে আছা ভন্টীহঁত?" পিয়েৰে সুধিলে, "মোক চিনিব পৰা নাই?"

"খুব ভালদৰেই চিনিব পাৰিছো।" —ডাঙৰ প্ৰিন্সেচে নিৰ্বিকাৰভাৱে কলে।

অলপ অপ্ৰস্তুত হলেও নিৰুৎসাহ নহৈ পিয়েৰে সুধিলে, "কাউণ্ট কেনে আছে? তেওঁৰ লগত মই দেখা কৰিব পাৰো নে?"

"শৰীৰ আৰু মনৰ ফালৰপৰা কাউণ্ট বৰকৈ কষ্ট পাব ধৰিছে, আৰু তেওঁৰ মানসিক কষ্ট বৃদ্ধি কৰাত তুমিতো তোমাৰ সাধ্য অনুসৰি চেষ্টা কৰিবলৈ এৰা নাই।"

"কাউণ্টৰ লগত মই দেখা কৰিব পাৰো নে?" পিয়েৰে আকৌ সুধিলে।

"হুঁ··· তেওঁক যদি মাৰিবৰ ইচ্ছা আছে, একেবাৰেই মাৰি পেলাব খোজা তেনেহলে দেখা কৰিব পাৰা... ওল্‌গা, যাচোন, চাই আহ জেঠাৰ মাংস আৰু চাহ তৈয়াৰ হৈছে নে নাই— তেওঁৰ তো খোৱাৰ সময় হৈছেই।" কথাবোৰ কৈ ডাঙৰ বায়েকে পিয়েৰক বুজাব খুজিলে যে সিহঁত অতি ব্যস্ত,

সিহঁত ব্যস্ত পিয়েৰৰ দেউতাকক আৰাম দিয়াৰ কাৰণে, আৰু পিয়েৰ ব্যস্ত তেওঁক অকল কষ্ট দিয়াৰ কাৰণে।

ওলগা বহা-ঘৰৰপৰা ওলাই গ'ল। পিয়েৰে ভনীয়েকহঁতৰ ফালে চাই থিয় হৈয়ে থাকিল, তাৰপিছত তলমূৰ কৰি কলে, "মই তেনেহলে মোৰ কোঠালীলৈ যাওঁ। কেতিয়া তেওঁৰ লগত দেখা কৰিব পাৰিম মোক জনাবা।"

পিয়েৰ বহাঘৰৰপৰা ওলাই গ'ল। তিল-ৰূপহী ভনীয়েকৰ খিল্‌খিলীয়া হাঁহিত ঘৰটো মুখৰ হৈ উঠিল।....

পিছদিনাখন প্ৰিন্স ভাচিলি আহি কাউণ্টৰ ঘৰতেই উঠিল। পিয়েৰক মাতি তেওঁ কলেঃ "চোৱা, পিটাৰ্চবুৰ্গত যিভাৱে চলা-ফুৰা, উত্তণ্ডালি কৰি ফুৰিছিলা, ইয়াতো যদি তেনেকুৱা কৰা তেনেহলে তোমাৰ কপালত দুৰ্গতি আছে, অকল ইমানেই তোমাক মই কব খোজো। কাউণ্ট ভীষণভাৱে অসুস্থ, তুমি তেওঁৰ লগত মুঠেই দেখা নকৰিবা।"

তাৰপিছৰপৰা পিয়েৰক আৰু কোনেও বিৰক্ত কৰা নাই, দিনে-ৰাতিয়ে সকলো সময়তে সি তাৰ ওপৰৰ কোঠালীতে সোমাই থাকে।

বৰিচ যেতিয়া পিয়েৰৰ কোঠালীৰ দুৱাৰমুখত গৈ থিয় হ'ল তেতিয়া সি ঘৰৰ মজিয়াত পায়চাৰি কৰি আছে। মাজে মাজে এচুকত থিয় হৈ বেৰৰ ফালে মুখ কৰি এনেকুৱা অঙ্গভঙ্গি কৰিছে যেন কোনো অদৃশ্য শত্ৰুৰ বুকুত এখন তৰোৱাল বহুৱাই দিছে, চচমাৰ ওপৰেৰে হিংস্ৰভাৱে যেন কাৰোবাক চাইছে, তাৰপিছত আকৌ পায়চাৰি কৰিবলৈ আৰম্ভ কৰিছে, বিৰ্‌বিৰ্‌কৈ কথা কৈছে, থাকি থাকি নিজৰ কান্ধ দুটা ওপৰলৈ দাঙি জোকাৰিছে, আৰু নানা অঙ্গভঙ্গি কৰিছে।

অদৃশ্য কোনোবাৰ ফালে আঙুলিয়াই চিঞৰি সি উঠিল, "ইংলণ্ড শেষ হৈ গ'ল। মিঃ পিট জাতিৰ প্ৰতি, মানুহৰ অধিকাৰৰ প্ৰতি বিশ্বাসঘাতকতা কৰিছে, তাৰ শাস্তি..." কিন্তু পিটৰ শাস্তিৰ কথা উল্লেখ কৰাৰ আগতে—সেই মুহূৰ্তত পিয়েৰে কল্পনা কৰিছিল যে সি নিজেই স্বয়ং নেপোলিয়ন, এইমাত্ৰ বিপজ্জনক ভোভাৰ প্ৰণালী পাৰ হৈ লণ্ডন দখল কৰি

লৈছে—পিয়েৰে দেখিলে এজন সবল-সুঠাম ধুনীয়া ডেকা অফিচাৰ আহি তাৰ ঘৰত সোমালহি। পিয়েৰ থিয় হ'ল। সি যেতিয়া মস্কো এৰি আহিছে বৰিচ তেতিয়া চৈধ্য বছৰীয়া ল'ৰা, তাৰ কথা পিয়েৰে সম্পূৰ্ণ পাহৰি গৈছে। কিন্তু তাৰ স্বভাৱসুলভ আবেগ আৰু আন্তৰিকতাৰে সি বন্ধুৰ দৰে হাঁহি বৰিচৰ হাতত ধৰিলে।

মিচিকিয়াই হাঁহি বৰিচে শান্তভাৱে কলে, "মোক আপোনাৰ মনত আছে নে? মই মোৰ আইৰ লগত আহিছো কাউণ্টক চাবলৈ, কিন্তু তেওঁ বোধহয় সুস্থ নহয়।"

"এৰা, তেওঁ সম্ভৱতঃ অসুস্থ, সকলো সময়তেই মানুহে তেওঁক বিৰক্ত কৰিছে," ডেকা ল'ৰাজন আচলতে কোন তাক সোঁৱৰাৰ চেষ্টা কৰি কৰি পিয়েৰে কলে।

বৰিচে বুজিব পাৰিলে পিয়েৰে তাক চিনিব পৰা নাই, কিন্তু নিজৰ পৰিচয় দিয়াৰ প্ৰয়োজনো সি বোধ নকৰিলে। অলপো অপ্ৰস্তুত নহৈ সি পোনে পোনে পিয়েৰৰ মুখলৈ চালে।

পিয়েৰে অলপ অস্বস্তি বোধ কৰিবলৈ ধৰিলে। অলপ সময় মনে মনে থাকি বৰিচে কলে, "আজি ৰস্তভে তেওঁলোকৰ লগত ডিনাৰত যোগ দিবৰ বাবে আপোনাক নিমন্ত্ৰণ জনাইছে।"

"ওঃ, কাউণ্ট ৰস্তভ!" পিয়েৰে আনন্দত চিঞৰি উঠি কলে। "অ', তেনেহলে তুমি তেওঁৰ পুতেক ইলিয়া? কি আচৰিত, প্ৰথমে তোমাক মই চিনিবই পৰা নাছিলো। তোমাৰ মনত আছে নে ম্যাডাম জাকোটৰ সৈতে আমি স্পেৰো পাহাৰলৈ গৈছিলো? .. হায়, এনেকুৱা দিন-কাল পৰিছে...."

মনে মনে বৰকৈ হাঁহি উঠিলেও তাক চেপি ৰাখি মুখত মিচিকিয়াই হাঁহি বৰিচে কলে, "আপুনি ভুল কৰিছে। মই বৰিচ, প্ৰিন্সেচ আন্না মিখায়লভ্‌না দ্ৰুবেৎস্কায়াৰ ল'ৰা। আৰু ৰস্তভৰ পুতেকৰ নাম নিকোলাচ, দেউতাক ৰস্তভেই হ'ল ইলিয়া। আৰুৌ, কোনো ম্যাডাম জাকোটক মই চিনি নাপাওঁ।"

পিয়েৰে এনেভাৱে হাত দুখন আৰু মূৰটো জোকাৰিবলৈ ধৰিলে যেন তাক বহুত মহ বা মৌমাখিয়ে হে কামুৰিছে।

"ধেৎতেৰি, এইবোৰ মই কি ভাবিছো? সকলো খেলিমেলি হৈ গৈছে। মস্কোত ইমানবিলাক মিটিৰ-কুটুম্ব বাস কৰে!

অ' তেনেহলে তুমি ববিচ? অঁ, হয়, হয়। বুজিছো, এতিয়াহে বুজিব পাৰিছো আমি ক'ত আছো। বাৰু বোলন অভিযান সম্পৰ্কে তোমাৰ কি ধাৰণা? কথা কি জানা নে? নেপোলিয়নে যদি প্ৰণালী (channel) পাৰ হয় তেনেহলে ইংৰাজৰ বৰ দুৰ্দিন উপস্থিত হব। মইতো ভাবো অভিযানটো অতি সহজে সম্ভৱ আৰু সফল হব। একমাত্ৰ ভিলেনুভে যদি সকলো খেলিমেলি কৰি নেপেলায়!"

* ববিছে বোলন অভিযানৰ কথা একেবাৰেই নাজানে, সি বাতৰিকাকত নপঢ়ে, আৰু ভিলেনুভৰ নামো সি এয়ে প্ৰথম শুনিলে।

শান্ত অথচ বিদ্ৰূপ মিহলি সুৰত সি কলে, "ইয়াত মস্কোত আমি ৰাজনীতিতকৈ ভোজসভা আৰু কুৎসা-নিন্দা ৰটনা লৈয়ে বেছি ব্যস্ত থাকো। আপুনি কোৱা এইবোৰ কথাৰ মই একো ভু-ভা নাপাওঁ, আৰু সেই সম্বন্ধে কেতিয়াও চিন্তাও কৰা নাই। মস্কো বিশেষকৈ ফাল্টু গল্প-গুজব লৈয়ে ব্যস্ত। এই মুহূৰ্তত অৱেশ্যে তেওঁলোক সকলোৱে আপোনাৰ আৰু আপোনাৰ দেউতা কাউণ্টৰ কথাকেই কোৱাকুই কৰিছে।"

পিয়েৰৰ মুখত বিৰিঙি উঠিল তাৰ স্বভাৱসুলভ সৰল হাঁহিটো। তাক দেখি ভাব হ'ল সি যেন ববিচৰ কাৰণে ভয় কৰিছে জানোচা ববিচে এনে কোনো কথা কৈ পেলায় যাৰ কাৰণে পিছত সি অনুতাপ কৰিবলগীয়া হব। কিন্তু ববিচে পিয়েৰৰ চকুলৈ পোনে পোনে চাই সৰল ভাষাত স্পষ্ট উচ্চাৰণ আৰু দৃঢ় কণ্ঠে কথা কবলৈ ধৰিলে:

"বিদ্ৰূপ-তিৰস্কাৰ কৰাৰ বাহিৰে মস্কোৰ আৰু কোনো কাম নাই। প্ৰত্যেকৰে একেটা চিন্তা, কাউণ্টে তেওঁৰ সম্পত্তি কাক দি যাব. যদিও তেওঁ হয়তো আমাৰ আটাইবিলাকতকৈ বেছি দিন জীয়াই থাকিবও পাৰে। মইতো আন্তৰিকভাৱে তাকেই কামনা কৰো।"

পিয়েৰে বাধা দি কলে, "হয়, হয়, এই সকলোবোৰেই বেদনাদায়ক, অতি বেদনাদায়ক।"

পিয়েৰৰ যেন এতিয়াও ভয় যে এই ডেকা অফিচাৰজনে হয়তো এনেকুৱা কোনো কথা কৈ পেলাব পাৰে যাৰ ফলত সি নিজেই গোলমালত পৰি যাব।

বৰিচে কবলৈ অলপ লাজ-সংকোচ কৰিলেও কথাৰ সুৰ আৰু মনৰ ভাবৰ কোনো সলনি নকৰাকৈ আকৌ কলে, "আৰু এই কথাও আপুনি নিশ্চয় বুজিব পাৰিছে যে প্ৰত্যে-কেই এই ধনবান মানুজনৰ ধন-সম্পত্তিৰ যি পৰা যায় সৰকাবলৈ যত্ন কৰিছে।"

"খুব সম্ভৱ!" পিয়েৰে ভাবিবলৈ ধৰিলে।

"কিন্তু, জানোচা আপুনি ভুল বুজে সেয়ে মই কব খোজো, আপুনি যদি মোক আৰু মোৰ আইক সেই দলৰেই মানুহ বুলি ভাবে তেনেহলে কিন্তু আপুনি অত্যন্ত ভুল কৰিব। আমি অতি দুখীয়া, কিন্তু মোৰ ফালৰপৰা অন্ততঃ মই কব পাৰো যে যিহেতু আপোনাৰ দেউতা এগৰাকী ধনবান লোক অকল সেই হেতুকেই নিজক মই তেওঁৰ আত্মীয় বুলি নাভাবো, আৰু মই বা মোৰ আয়ে কোনোদিনেই তেওঁৰপৰা একো নিবিচাৰো বা নিনিওঁ।"

বহুত সময়লৈকে পিয়েৰে কথাবোৰ বুজিব পৰা নাছিল। কিন্তু যেতিয়া সি ঘটনাবোৰ বুজিব পাৰিলে তেতিয়া চোফাৰ-পৰা একেজঁাপে উঠি গৈ বৰিচক সাবটি ধৰিলে। সি যেন এইবাৰ বৰিচতকৈও বেছি লাজ পালে। তাৰপিছত লাজ আৰু বিৰক্তিৰ এটা মিশ্ৰ অনুভূতিৰে সি কবলৈ ধৰিলে:

"বুজিছা, ই বৰ আচৰিত কথা! তুমি ভাবা নে মই ·· কোনেনো ভাবিব পাৰিছিল? ·· এৰা, মই ভালদৰেই জানো ··"

কিন্তু বৰিচে আকৌ তাক কথাৰ মাজতে বাধা দি কলে, "বুজিছে, সকলো কথা আপোনাক খোলাখুলিকৈ কব পাৰি মই সুখী হৈছো। আপোনাৰ হয়তো ভাল লগা নাই? মোক ক্ষমা কৰিব, কিন্তু মোৰ বিশ্বাস মই আপোনাক আঘাত দিয়া নাই। খোলাখুলি কথা কোৱাটোৱেই মোৰ নীতি।···বাৰু, এতিয়া মই আপোনাৰ কি উত্তৰ লৈ যাম? বস্তভহঁতৰ ঘৰত ডিনাৰ খাবলৈ আপুনি যাব নে?"

এটা কৰ্তব্যৰ হাতৰপৰা মুক্তি পাই আৰু এটা অপ্ৰীতি-কৰ পৰিস্থিতিৰ মাজৰপৰা নিজক মুক্ত কৰি আনি আন এজনক তাত সাঙুৰি দি বৰিচে আৰু বেছি আনন্দিত হৈ উঠিল।

অলপ শান্ত হৈ পিয়েৰে ক'লে, "নাযাওঁ। কিন্তু মই দেখিছো, তুমি এটা আচৰিত ল'ৰা! এইমাত্ৰ তুমি যি ক'লা সেইটো ভাল কথা, বৰ ভাল কথা। অৱেশ্য, তুমি মোক নাজানা। বহুত দিন আমাৰ মাজত দেখা-সাক্ষাৎ হোৱা নাই ··· সেই ল'ৰা-কালৰ পিছৰপৰা আমাৰ দুয়োৰে আৰু দেখাদেখি হোৱা নাই। তুমি হয়তো ভাবিব পাৰা যে মই ··· মই তোমাক বুজিব পাৰিছো. তোমাৰ কথাও মই ভালদৰেই বুজিব পাৰিছো। মই নিজে কিন্তু এই কাম কৰিব নোৱাৰিলোহেতেন, সেই সাহস থকাও উচিত নহয়, কিন্তু কামটো গৌৰৱপূৰ্ণ। তোমাৰ লগত চিনাকি হৈ, তোমাক জানিব পাৰি মই বৰ সুখী হৈছো।" অলপ ৰৈ সি আকৌ কলে, "তুমি যে মোক সন্দেহ কৰিছা সেইটো অদ্ভুত।" সি হাঁহিবলৈ ধৰিলে। "কোনো কথা নাই, সেইটো বিশেষ ডাঙৰ কথা নহয়! আশাকৰো আমাৰ পৰিচয় আৰু ঘনিষ্ঠ হৈ উঠিব।" সি বৰিচৰ হাতত ধৰি চাপ দিলে। "তুমি জানা নে যে মই এবাৰো কাউণ্টৰ লগত দেখা কৰিবলৈ যোৱা নাই? তেৱোঁ মোক মাতি পঠোৱা নাই। ··· মানুহ হিচাপে তেওঁৰ কাৰণে মোৰ দুখ লাগে, কিন্তু মই অকলে কি কৰিব পাৰো?"

বৰিচে হাঁহি হাঁহি সুধিলে, "তেনেহলে আপুনি ভাবে যে নেপোলিয়নে তেওঁৰ বাহিনী লৈ 'চেনেল' পাৰ হৈ সিপাৰে যাব পাৰিব?"

পিয়েৰে বুজিলে যে বৰিচে প্ৰসঙ্গটো সলনি কৰিব খুজিছে, তাৰ নিজৰো অৱশ্যে তেনে ইচ্ছা হৈছে, গতিকে সি বোলন অভিযানৰ সুবিধা-অসুবিধাবোৰৰ কথা এটা এটাকৈ বুজাই কবলৈ ধৰিলে।

এনেতে পৰিচাৰকে আহি কলে—প্ৰিন্সেচ এইবাৰ যাব খুজিছে। বৰিচক আকৌ লগ পোৱাৰ, তাৰ লগত কথা পাতি

আৰু বেছি ঘনিষ্ঠ হোৱাৰ ইচ্ছা থকা কাৰণে সি কথা দিলে যে ৰস্তভৰ ঘৰত ডিনাৰত সি যোগ দিব। সি ববিচৰ হাতত ধৰি আন্তৰিকতাৰে চাপ দিলে আৰু মৰমৰ চাৱনিৰে তাৰ চকুৰ ফালে চালে।

ববিচ গুচি যোৱাৰ পিছত বহুত সময়লৈকে পিয়েৰে ঘৰৰ ভিতৰত পায়চাৰি কৰিবলৈ ধৰিলে। এইবাৰ আৰু কাল্পনিক তৰোৱালেৰে কোনো কাল্পনিক শত্ৰুক ঘঁপিয়াব ধৰা নাই। তাৰ সলনি এজন বুদ্ধিমান দৃঢ়চেতা ডেকা ল'ৰাৰ কথা সুঁৱৰি মিচিকিয়াই হাঁহিছে।

প্ৰথম যৌৱনত সাধাৰণতে ডেকাবিলাকৰ জীৱনত যি ঘটনা ঘটে, বিশেষকৈ সেই ডেকাই যদি নিঃসঙ্গ জীৱন যাপন কৰি থাকে, তেনে ঘটনা পিয়েৰৰ জীৱনতো ঘটিল — এই ডেকা ল'ৰাজনৰ প্ৰতি পিয়েৰে এটা অদ্ভুত মমতা বোধ কৰিবলৈ ধৰিলে। সি স্থিৰ কৰিলে ববিচৰ লগত সি বন্ধুত্ব গঢ়ি তুলিব।

প্ৰিন্স ভাচিলিয়ে আন্না মিখায়লভ্‌নাক বিদায় দিবৰ বাবে তেওঁৰ লগত দুৱাৰমুখলৈ আগবাঢ়ি আহিল। মহিলাগৰাকীয়ে ৰুমালেৰে চকুৰ পানী মচি মচি আহিছিল।

মহিলাগৰাকীয়ে কৈছিল, "উস্, কি সাংঘাতিক, কি ভয়ঙ্কৰ! কিন্তু মই মোৰ কৰ্তব্য কৰিম, তাৰ কাৰণে মোৰ যি হয় হব। মই ৰাতি আকৌ উভতি আহিম আৰু তেওঁৰ ওচৰত বহি থাকিম। এইভাৱে তেওঁক পেলাই থব নোৱাৰি। এতিয়া প্ৰতিটো মুহূৰ্তই মূল্যবান। ভাতিজী ছোৱালীকেইজনীয়ে যে কিয় এনেকুৱা কৰিছে, কিহৰ অপেক্ষাত আছে মই ভাবি পোৱা নাই। তেওঁক প্ৰস্তুত কৰি তুলিবৰ বাবে এটা উপায় বিচাৰি উলিয়াবলৈ ঈশ্বৰেই মোক সহায় কৰিব। বিদায় প্ৰিন্স! ঈশ্বৰে আপোনাক সহায় কৰক।"

"বিদায়," বুলি কৈ প্ৰিন্স ভাচিলি গুচি গ'ল।

গাড়ীত উঠি আন্না মিখায়লভ্‌নাই পুতেকক কলে, "তেওঁ এক অতি সংকটাপন্ন অৱস্থাত আছে! কাকো চিনিবই নোৱাৰে।"

"কিন্তু মা, মই বুজিব নোৱাৰিলো পিয়েৰৰ প্ৰতি তেওঁৰ মনোভাৱ কি?" ববিচে কলে।

"সেইটো স্পষ্টৰূপে জানিব পৰা যাব তেওঁৰ 'উইল'ৰ-পৰাহে। আমাৰ ভাগ্যওতো নিৰ্ভৰ কৰিছে তাৰ ওপৰতেই।"

"কিন্তু তুমি কিয় আশা কৰিছা যে তেওঁ আমাক কিবা দি যাব?"

"উস্ তাকো বুজি পোৱা নাই নে মোৰ বাছা! তেওঁ ইমান ধনবান, আৰু আমি ইমান দুখীয়া!"

"কিন্তু তুমি যিয়ে কোৱা মা, সেইটো যথেষ্ট কাৰণ নহয়।...."

"হায় ঈশ্বৰ! তেওঁ কি ভয়নাক অসুস্থ!" মাকে চিঞৰি কৈ উঠিল।

## [ চৈধ্য ]

আন্না, মিখায়লভ্‌নাই পুতেকক লগত লৈ কাউণ্ট চিৰিল ভ্লাদিমিৰভিচ বেজুখভৰ সৈতে দেখা কৰিবলৈ গুচি যোৱাৰ পিছত কাউণ্টেচ ৰস্তভাই বহুত সময় ৰুমালেৰে চকু ঢাকি অকলে বহি থাকিল। অৱশেষত তেওঁ ঘণ্টিটো বজালে।

কেইমিনিটমান পলম কৰি দাসী আহি ওচৰত থিয় হ'লত তেওঁ খং কৰি তাইক কলে, "তোমালোকৰ মতলব কি কোৱা-চোন? মোৰ কাম কৰাৰ ইচ্ছা নাই নেকি? তেনেহলে বেলেগ কামৰ ব্যৱস্থা কৰি দিওঁ।"

বান্ধৱীৰ দুখ আৰু অসন্মানজনক দাৰিদ্ৰ্যৰ কথা শুনি কাউণ্টেচ ৰবকৈ বিচলিত হৈ পৰিছে। তেওঁৰ মেজাজো খিটখিটীয়া হৈ উঠিছে, আৰু এনেকুৱা অৱস্থা হলেই তেওঁ দাসীক ৰুক্ষভাৱে কথা কয়।

"মই বৰ দুঃখিত ম্যাডাম," দাসীয়ে উত্তৰ দিলে।

"কাউণ্টক মই ইয়ালৈ মাতিছো বুলি কোৱাগৈ।"

কাউণ্টে অপৰাধীৰ দৰে লৰালৰিকৈ ঘৈণীয়েকৰ ওচৰলৈ আহিল।

"কি হ'ল কাউণ্টেচ, কিয় মাতি পঠিয়াইছা? বুজিছা, কি যে সাংঘাতিক খেলা খেলিলো! টাৰাচৰ কাৰণে হেজাৰ ৰুবল দিয়াটো একো বেয়া নহয়। সি তাৰ উপযুক্ত।"

তেওঁ ঘৈণীয়েকৰ কাষত বহিল, এখন হাত আঁঠুৰ ওপৰত ৰাখি আনখন হাতেৰে নিজৰ পকা চুলিৰ মাজত আঙুলি ফুৰাবলৈ ধৰিলে।

"কি আদেশ কাউণ্টেচৰ ?"

"ধাৰু আগেয়ে কোৱাচোন, সেইটোৰ এনেকুৱা দুৰবস্থা কিয় ?" কাউণ্টেচে গিৰিয়েকৰ ওৱেষ্টকোটটোলৈ আঙুলিয়াই কলে। তাৰপিছত হাঁহি ঠাট্টাৰ সুৰত আকৌ কলে, "সেইটোও সম্ভৱতঃ তোমাৰ খেলা। শুনা কাউণ্ট, মোৰ কিছু টকাৰ দৰকাৰ।"

কথাষাৰ কৈয়ে কাউণ্টেচৰ মুখখন বিষণ্ণ হৈ উঠিল।

"ওঃ, কাউণ্টেচ!" কাউণ্টে পকেট-বুকটো বিচাৰিবলৈ ধৰিলে।

"মোক বহুত টকা লাগে কাউণ্ট! পাঁচ শ ৰুবল।" এই-বুলি কোৱাৰ লগে লগে কাউণ্টেচে কেম্‌ব্ৰিকৰ ৰুমালখন উলি-য়াই লৈ গিৰিয়েকৰ ওৱেষ্টকোটটো মুচি দিবলৈ ধৰিলে।

"ৰ'বা, দিছো, এতিয়াই দিওঁ। হেৰা, কোন আছা ?" আদেশৰ সুৰত কাউণ্টে মাতিলে। এজন পৰিচাৰক আহি ওচৰত থিয় হ'লত তেওঁ কলে, "মিটেঙ্কাক পঠিয়াই দিয়া।"

মিটেংকা ভাল পৰিয়ালৰ ল'ৰা, কাউণ্টৰ ঘৰতেই ডাঙৰ-দীঘল হৈছে। আৰু এতিয়া তেওঁৰ বিষয়-সম্পত্তি সকলো চোৱা-মেলা কৰে। সি নিঃশব্দে ঘৰৰ ভিতৰলৈ সোমাই বিনীত-ভাৱে থিয় হ'ল।

কাউণ্টে তাৰ মুখলৈ চাই কলে, "মোক কিছু টকা লাগে বুজিছা, এতিয়াই আনি দিয়া..." তেওঁ এক মুহূৰ্ত ভাবিলে। "হঁ, সাত শ ৰুবল আনি দিয়া, এৰা সাত শ! কিন্তু চাবা, যোৱাবাৰৰ নিচিনা ফটাছিটা ময়লা নোটবোৰ নানিবা আকৌ, চাফা ভাল নোট আনি কাউণ্টেচক দিয়া।"

গভীৰ হুমুনিয়াহ পেলাই কাউণ্টেচেও লগে লগে কলে, "অঁ মিটেংকা, পৰিষ্কাৰ নোট আনি দিয়া।"

"এই টকাবোৰ কেতিয়া লাগিব, দেউতা ?" মিটেংকাই সুধিলে। "আপোনাক জনোৱা প্ৰয়োজন ·· কিন্তু আপুনি অস্থিৰ নহব," কাউণ্টক ঘন ঘনকৈ উশাহ-নিশাহ লব ধৰা দেখি সি

পিছৰ কথাষাৰ মাজতে কৈ ললে, কাৰণ সি জানে যে সেয়া হ'ল খং উঠাৰ পূৰ্ব-লক্ষণ। "মানে অ', মই পাহৰি গৈছিলো ... মানে, মই সুধিব খুজিছিলো, এই টকা আপোনাক এতিয়াই লাগে নে ?"

"অঁ, অঁ, এতিয়াই ! লৈ আহা। আনি কাউণ্টেচৰ হাতত দিয়া।"

মিটেংকা গুচি গ'লত কাউণ্টে কলে, "মিটেংকা এটা ৰত্ন-ভঁৰাল। তাৰ ওচৰত 'অসম্ভৱ' বুলি কোনো কথা নাই। এৰা, এই শব্দটোক ময়ো ঘিণ কৰো। জগতত সকলো সম্ভৱ।"

"উস্, টকা, টকা কাউণ্ট, টকা ! ই যে জগতৰ কত দুখৰ কাৰণ হয়।" কাউণ্টেচে কৈ উঠিল। খন্তেক চিন্তা কৰি তেওঁ আকৌ কলে, "কিন্তু এইখিনি টকাৰ মোৰ বৰ দৰকাৰ।"

"অ' মোৰ চেনেহী কাউণ্টেচ, তুমি হ'লা মোৰ বিখ্যাত ধোঁৱাখুলীয়া গৃহিণী," বুলি কাউণ্ট ঘৈণীয়েকৰ হাতত চুমা খাই পঢ়া-কোঠালৈ উভতি গ'ল।

আন্না মিখায়লভ্‌না যেতিয়া কাউণ্ট বেজুখভৰ ঘৰৰপৰা উভতি আহিল তেতিয়া কাউণ্টেচৰ সমুখৰ সৰু টেবুলখনৰ ওপৰত ৰুমা-লেৰে ঢাকি ৰখা আছিল পৰিষ্কাৰ নোটৰ এটা বাণ্ডিলত তেওঁ বিচৰা আটাইখিনি টকা। আন্না মিখায়লভ্‌নাই লক্ষ্য কৰিলে, কাউণ্টেচ যেন অলপ উত্তেজিত হৈ আছে।

"আহা মোৰ বান্ধৱী, বহা। তাৰপিছত কোৱাচোন খবৰ কি ? কাউণ্ট কেনে আছে ?" কাউণ্টেচে বান্ধৱীক সুধিলে।

"উঃ, তেওঁ যে কি সংকটাপন্ন অৱস্থাত আছে ! তেওঁ ইমান বেছি অসুস্থ যে তেওঁক চিনিবই নোৱাৰি ! মই তাত নিচেই অলপ সময় আছিলো, কিন্তু কোনো কথাই কোৱা নহ'ল... "

"আনেৎ, ঈশ্বৰৰ দোহাই, তুমি আপত্তি নকৰিবা," কাউণ্টেচে কলে। তেওঁৰ শুকান, মৰ্যাদাসম্পন্ন, বাৰ্ধক্যই শোটৰাশোটৰ কৰা মুখখনত বিৰিঙি উঠিল লাজৰ আভা, আৰু এই আটা-ইবোৰ লগ লাগি তেওঁৰ মুখৰ চেহেৰাটো হৈ পৰিল অতি বিচিত্ৰ। ৰুমালখন আঁতৰাই তেওঁ নোটৰ বাণ্ডিলটো হাতত তুলি ললে।

আন্না মিখায়লভ্‌নাই তৎক্ষণাৎ তেওঁৰ ইচ্ছাটো বুজিব পাৰি উপযুক্ত মুহূৰ্ত্তত কাউণ্টেচক আলিঙ্গন কৰিবৰ বাবে সাজু হ'ল।

"এইখিনি মই বৰিচক দিলো, তাৰ পোছাক তৈয়াৰ কৰিবৰ বাবে," কাউণ্টেচে আন্তৰিকতাৰে কলে।

আন্না মিখায়লভ্‌নাই তত্তালিকে তেওঁক আঁকোৱালি ধৰি কান্দিবলৈ আৰম্ভ কৰি দিলে। লগে লগে কাউণ্টেচৰো কান্দোন ওলাল। তেওঁলোকে কান্দিলে কাৰণ তেওঁলোক পৰস্পৰৰ প্ৰকৃত বন্ধু, কাৰণ তেওঁলোকৰ অন্তৰে আনৰ দুখত কান্দে, কাৰণ দুয়ো সৰুকালৰ বন্ধু হৈও টকাৰ নিচিনা এটা তুচ্ছ বস্তুৰ কথা তেওঁলোকে ভাবিবলগা হৈছে, আৰু এটা ডাঙৰ কাৰণ হ'ল তেওঁলোকৰ যৌৱন পাৰ হৈ গৈছে। কিন্তু এই চকুলো তেওঁলোক দুয়োৰে ওচৰত অতি মধুৰ।

## [ পোঙ্কৰ ]

জীয়েকহঁতক লগত লৈ বহুত অতিথিৰে সৈতে কাউণ্টেচ ৰস্তভা তেওঁলোকৰ বহাঘৰত বহি আছে। নিমন্ত্ৰিত ভদ্ৰলোক-সকলক কাউণ্টে নিজে তেওঁৰ পঢ়াকোঠালৈ লৈ গৈছে আৰু তুৰ্কী পাইপৰ নিজস্ব সংগ্ৰহবোৰ তেওঁলোকক দেখুৱাব ধৰিছে। আকৌ মাজে মাজে বহাঘৰলৈ ওলাই আহি খবৰ কৰিছে: "তেওঁ এতিয়াও অহা নাই নেকি?" সকলোৱে মাৰিয়া দিমিত্ৰিয়েভ্‌না আখ্ৰচিমভাৰ কাৰণে অপেক্ষা কৰিছে। সমাজত তেওঁ "ভয়ংকৰী ড্ৰাগন" নামেৰে পৰিচিত। মহিলাগৰাকীৰ খ্যাতি ধন বা পদমৰ্যাদাৰ কাৰণে নহয়, সাধাৰণ বুদ্ধি, সৰলতা আৰু স্পষ্টবাদিতাৰ কাৰণে। ৰাজ-পৰিয়ালৰপৰা আৰম্ভ কৰি মস্কো আৰু পিটাৰ্চবুৰ্গ চহৰৰ সকলোতে মাৰিয়া দিমিত্ৰিয়েভ্‌নাৰ খ্যাতি। দুয়োখন চহৰতেই তেওঁক দেখি বিস্মিত হয়, তেওঁৰ কঠোৰতাৰ কাৰণে গোপনে হাঁহে, তেওঁক লৈ গল্প ৰচনা কৰে, আকৌ তাৰ লগতে সকলোৱে তেওঁক শ্ৰদ্ধা কৰে, ভয়ো কৰে।

কাউণ্টৰ ঘৰটো ধঁপাতৰ ধোঁৱাৰে আৱৰা। এখন ঘোষণা-

পত্ৰৰ দ্বাৰা যুদ্ধৰ কথা ঘোষণা কৰা হৈছে । সেয়ে সকলোৱে যুদ্ধৰ কথা আৰু সৈন্য সংগ্ৰহৰ বিষয়লৈ আলোচনা কৰাতেই ব্যস্ত হৈ পৰিছে । ঘোষণা-পত্ৰখন কোনেও কেতিয়াও নিজ চকুৰে দেখা নাই, কিন্তু সকলোৱে জানে যে সেইখন প্ৰকাশিত হৈছে । দুজন অতিথিয়ে চুৰট হুঁপি হুঁপি গল্প কৰ ধৰিছে, আৰু তেওঁলোকৰ মাজত বহি আছে কাউণ্ট । তেওঁ নিজে চুৰটো খোৱা নাই, আৰু কোনো কথাও কোৱা নাই । কিন্তু এবাৰ ইফালে আৰু এবাৰ সিফালে মুখ ঘূৰাই আনন্দ মনেৰে চুৰট হুপি থকা সকললৈ চাইছে, তেওঁলোকৰ কথা-বাৰ্তাবোৰ শুনিছে, আৰু এজনক আন এজনৰ বিৰুদ্ধে উচটাই দিব ধৰিছে ।

তেওঁলোকৰ ভিতৰত এজন হ'ল অসামৰিক নাগৰিক -- শেঁতা পৰা গাৰ বৰণ, পাতল বলিৰেখা-ভৰা মুখ, আদহীয়া বয়স যদিও সাজপোছাক পিন্ধিছে ডেকা মানুহৰ দৰে । তেওঁ চোফাৰ ওপৰত ভৰি তুলি লৈ বেছ আৰাম কৰি বহিছে । পাইপটো আধালৈকে মুখৰ ভিতৰত সুমুৱাই লৈ কাহি কাহি ধোঁৱা হুপি আছে । এই অবিবাহিত আদহীয়া ভদ্ৰলোকজনৰ নাম ছিনছিন্, কাউণ্টেচৰ সম্পৰ্কীয়া ভায়েক, মস্কোৰ সমাজত তেওঁ 'মুখ-চোকা' মানুহ বুলি পৰিচিত । কিন্তু ইয়াত তেওঁ সঙ্গীজনক অলপ কৃপাৰ চকুৰে চোৱা যেন লাগে । এই সঙ্গীজন হ'ল ৰক্ষীবাহিনীৰ এজন অফিচাৰ, পৰিপাটিকৈ পিন্ধা পোছাকেৰে ধুনীয়া মানুহ, পাইপ হুপি ধোঁৱাৰ ৰিং বনাই আছে । এখেতেই হ'ল লেফ্‌টেনাণ্ট বেৰ্গ, চেমেনভ ৰেজিমেণ্টৰ অফিচাৰ, । এখেতৰ লগতেই বৰিচৰ সৈন্যদলত যোগ দিবলৈ যোৱাৰ কথা, আৰু এখেতকেই নাটাচাই বায়েক ভেৰাৰ বাগ্‌দত্ত প্ৰণয়ী বুলি বায়েকক বিদ্ৰূপ কৰি কৈছিল । এই দুজনৰ মাজত বহি কাউণ্টে মনোযোগেৰে তেওঁলোকৰ কথা শুনিছিল । তেওঁৰ প্ৰিয় তাচৰ খেলা 'বোষ্টন' যেতিয়া নচলে, তেতিয়া তেওঁৰ পচন্দৰ কাম হ'ল শ্ৰোতা হৈ বহি কথা শুনা, বিশেষকৈ দুজন পাৰ্গত কথকীক পৰস্পৰৰ বিৰুদ্ধে উচটাই দি কথা শুনি থাকি বৰ ভাল পায় ।

ছিন্‌ছিনৰ কথা কোৱাৰ বৈশিষ্ট্যই হ'ল অতি সাধাৰণ ৰুচ

বাক্‌ধাৰাৰ লগত বছা বছা ফৰাচী বাক্য সংযুক্ত কৰি কথা কোৱা। বিদ্ৰূপৰ হাঁহিৰে ছিন্‌ছিনে তেওঁৰ সেই মিহলি ভাষাতেই কলে, "তেনেহলে মাননীয় বৃদ্ধ আলফোন্স কাৰ্লোভিচ, তুমি চৰকাৰৰপৰাও লাভ খাব খোজা, আকৌ লগৰীয়াৰপৰাও কিছু লাভ কৰিব খোজা ?"

"নহয় অ' পিটৰ নিকলায়েভিচ, মই মাত্ৰ প্ৰমাণ কৰিব বিচাৰো যে পদাতিক বাহিনীৰ তুলনাত অশ্বাৰোহী বাহিনীত সুযোগ বহুত কম। এয়া মোৰ অৱস্থাটোকেই ভাবি চোৱাচোন পিটৰ নিকলায়েভিচ... ।"

"বেৰ্গে সদায় লাহে লাহে, সবিনয়ে আৰু জুখি-মাখি কথা কয়। তেওঁৰ কথা-বাৰ্তাও সদায় নিজক লৈয়ে। যি আলোচনাত তেওঁৰ নিজৰ কোনো সম্পৰ্ক নাই, তাত তেওঁ মনে মনে থাকে। কিন্তু যেতিয়াই তেওঁৰ সম্পৰ্কে কোনো কথা উঠে তেতিয়াই তেওঁ কথা কবলৈ আৰম্ভ কৰে।

"মোৰ কথাকেই ভাবাচোন পিটৰ নিকলায়েভিচ। যদি মই অশ্বাৰোহী বাহিনীত থাকিলোহেতেন তেনেহলে লেফটেনাণ্ট পদত থাকিও প্ৰতি চাৰি মাহত মই দুশ ৰুবলতকৈ বেছি নাপালোহেতেন; কিন্তু এতিয়া মই পাই আছো দুশ ত্ৰিশ ৰুবল," ছিন্‌ছিন্ আৰু কাউণ্টৰ ফালে চাই তেওঁ মনৰ আনন্দত হাঁহিলে।

তেওঁ আকৌ কবলৈ ধৰিলে, "তাৰ উপৰি ৰক্ষীবাহিনীত বদলি হৈ মই আৰু ভাল পদলৈ যাব পাৰিম, আৰু পদাতিক ৰক্ষীবাহিনীত চাকৰি খালীও হয় বহুত বেছি ঘন ঘনকৈ। তেনেহলে ভাবি চোৱাচোন, দুশ ত্ৰিশ ৰুবলেৰে কিমান কাম কৰিব পাৰি। আনকি মই তাৰপৰা কিছু টকা ৰাহিও কৰিব পাৰো আৰু দেউতালৈও কিছু টকা পঠাব পাৰো।" এইবুলি কৈ তেওঁ এটা ধোঁৱাৰ ৰিং মুখৰ ভিতৰৰপৰা উলিয়াই দিলে।

ছিন্‌ছিনে মুখত ধঁপাত-পাইপটো লৈয়ে কাউণ্টৰ ফালে চাই চকু টিপিয়াই কলে, "হিচাপ মিলি গ'ল প্ৰবাদ আছে, জাৰ্মান বিলাকে শিলৰ গাৰপৰাও ছাল একৰাই লব জানে।"

কাউণ্টে হাঃ হাঃকৈ হাঁহিবলৈ ধৰিলে। ছিন্‌ছিনে কথা কবলৈ ধৰা দেখি আন আন অতিথিবিলাকো আগবাঢ়ি আহিল। বেৰ্গে কবলৈ ধৰিলে কেনেকৈ ৰক্ষীবাহিনীত বদলি হৈ সি

ইতিমধ্যেই শিক্ষাৰ্থী শিবিৰৰ পুৰণি বন্ধুবিলাকতকৈ এধাপ আগুৱাই গৈছে, কেনেকৈ যুদ্ধৰ সময়ত কোম্পানী কমাণ্ডাৰৰ মৃত্যু হলে জ্যেষ্ঠত্বৰ বিচাৰত সেই পদটো সহজেই তেওঁ পাই যাব পাৰে, ৰেজিমেণ্টৰ সকলোৰে লগত তেওঁৰ কেনেকুৱা হলিগলি, আৰু তেওঁৰ দেউতাকো তেওঁক লৈ কিমান সুখী।

চোফাৰ ওপৰৰপৰা ভৰি নমাই ছিন্‌ছিনে বেৰ্গৰ কান্ধত চপৰিয়াই কলে, "শুনা ভাইটি, তোমাক মই কওঁ, খোজেই কাঢ়া বা ঘোঁৰাতেই উঠা, তুমি য'তেই যাবা তাতেই বাজি মাৎ কৰিবা, এই কথা মই ন-দি কব পাৰো।"

বেৰ্গে আনন্দত হাঁহিবলৈ ধৰিলে। অতিথিবিলাকক লগত লৈ কাউণ্ট বহা-ঘৰলৈ গ'ল।

* * *

তেতিয়া ডিনাৰ আৰম্ভ হবলৈ আৰু বেছি সময় নাই, ডিনাৰৰ ঠিক আগৰ সময়ছোৱাৰ কথা। এই সময়ত অতিথিবিলাকে কোনো গভীৰ আলোচনাত জড়িত হৈ নপৰে, ইফালে সিফালে ঘূৰা ঘূৰি কৰি থাকে বা সাধাৰণ কথা-বতৰা পাতি সময় কটায়। কিন্তু লগতে তেওঁলোকে ইয়াকো বুজাব খোজে যে খোৱাৰ কাৰণে তেওঁলোক অলপো লালায়িত হৈ উঠা নাই। ঘৰৰ গিৰিহঁত আৰু গিৰিহঁতনীয়ে তেতিয়া দুৱাৰৰ ফালে ঘূৰি চায় আৰু মাজে মাজে দুয়ো দুয়োৰে ফালে চোৰা-চুই কৰে, আৰু তাকে দেখিয়েই অতিথিবিলাকে অনুমান কৰে যে তেওঁলোকে কাৰ বা কিহৰ বাবে অপেক্ষা কৰিছে—হয় কোনো ডাঙৰ আত্মীয়ৰ কাৰণে আৰু নহলে এনে কোনো খাদ্য সামগ্ৰীৰ কাৰণে যিবিধ এতিয়াও ৰন্ধা শেষ হোৱা নাই।

পিয়েৰ খোৱা আৰম্ভ হোৱাৰ ঠিক আগে আগে আহি ওলাইছে আৰু বহা-ঘৰত সোমাই মুখৰ আগত পোৱা খালী চকীখনতে এনে অদ্ভুতভাৱে বহিছে যে সকলোৰে অহা-যোৱা কৰাত বাধাৰ সৃষ্টি হৈছে। কাউণ্টেচে তাক কথা কোৱাবলৈ চেষ্টা কৰিলে, কিন্তু সি যেন কাৰোবাৰক বিচাৰিছে এনেভাৱে চাৰিওফালে মুখ ঘূৰাই চাবলৈ ধৰিলে। অতিথিবিলাকৰ

ভিতৰত বহুতেই ভালুক সম্পৰ্কীয় ঘটনাটোৰ কথা জানিছিল কাৰণে তেওঁলোকে কৌতূহলেৰে তাক চাবলৈ ধৰিলে আৰু ভাবিলে যে এনেকুৱা এজন অজলা-অঁকৰা মানুহে পুলিচৰ লগত তেনেকুৱা অদ্ভুত খেলা খেলিলে কেনেকৈ।

কাউণ্টেচে পিয়েৰক সুধিলে, "তুমি এইমাত্ৰ আহিলা নেকি?"

"হয় ম্যাডাম," চাৰিওফালে চকু ঘূৰাই চাই চায়েই সি উত্তৰ দিলে।

"আমাৰ তেখেতৰ লগত এতিয়াও দেখা কৰা নাই?"

"নাই ম্যাডাম," সি মাত্ৰ অলপ মিচিকিয়াই হাঁহিলে।

"শুনিলো তুমি সম্প্ৰতি পেৰিত আছিলা? মোৰ তো ধাৰণা চহৰখন বৰ চমৎকাৰ।"

"হয়, অতি চমৎকাৰ।"

কাউণ্টেচে ইঙ্গিতপূৰ্ণ চাৱনিৰে আন্না মিখায়লভ্‌নাৰ চকুলৈ চালে। আন্না মিখায়লভ্‌নাই বুজিব পাৰিলে যে কাউণ্টেচে বিচাৰিছে পিয়েৰক খুউৱাৰ ভাৰ তেওঁৰ লওক। পতিকে প্ৰিন্সেচে আপবাঢ়ি গৈ পিয়েৰৰ ওচৰত বহি লৈ তাৰ দেউতাকৰ কথা সুধিলে। পিয়েৰে কাউণ্টেচক উত্তৰ দিয়া ধৰণে প্ৰিন্সেচকো একেষাৰ কথাৰেই উত্তৰ দিলে। আন আন অতিথিবিলাক নানা আলোচনাত ব্যস্ত।

"ৰাজুমভ্‌স্কি পৰিয়াল···বৰ আনন্দদায়ক··আপুনি বৰ দয়ালু···কাউণ্টেচ এপ্ৰক্সিনা··" চাৰিওফালে এইবোৰ কথা শুনা গৈছে। কাউণ্টেচে উঠি নাচ-ঘৰলৈ গ'লগৈ।

তাৰপৰাই তেওঁ চিঞৰি মাতিলে, "মাৰিয়া দিমিত্ৰিয়েভ্‌না?"

"এয়া মই, আহিছো—" কৰ্কশ মাতৰ উত্তৰ ভাহি আহিল, লগে লগে নাচ-ঘৰৰ ভিতৰলৈ সোমাই গ'ল মাৰিয়া দিমিত্ৰিয়েভ্‌না।

সকলো অবিবাহিতা মহিলাই, আনকি একেবাৰেই বুঢ়ীৰ বাহিৰে বিবাহিতা মহিলাসকলেও উঠি থিয় হ'ল। মাৰিয়া আহি দুৱাৰৰ ওচৰত থিয় হ'ল। ওখ, আটিল শৰীৰ, কেঁকোৰা পকা চুলিৰে ভৰা মূৰটো পঞ্চাশ বছৰ বয়সতো পোন আৰু থিয়। তেওঁ চাৰিফালে চকু ঘূৰাই অতিথিবিলাকলৈ চাবলৈ ধৰিলে। মাৰিয়া দিমিত্ৰিয়েভ্‌নাই সদায় ৰুচ ভাষাতেই কথা কয়।

আজি আমি ইয়াত যাৰ নামকৰণ-দিৱস পালন কৰি আছো আমি সকলোৱে এই শুভক্ষণত তেওঁৰ আৰু তেওঁৰ ল'ৰা-ছোৱালীবিলাকৰ স্বাস্থ্য আৰু সুখ কামনা কৰিছো।" তেওঁৰ গহীন উচ্চ কণ্ঠস্বৰে সকলো শব্দকে তল পেলাই দিলে। কাউণ্ট আগবাঢ়ি আহি তেওঁৰ হাতত চুমা খালত তেওঁৰ মুখলৈ চাই মাৰিয়াই কলে, "কি খবৰ, আমাৰ পুৰণি পাপী, মস্কো নিশ্চয় আপোনাৰ ওচৰত আমনি-লগা হৈ উঠিছে, নহয় জানো? কুকুৰ লগত লৈ চিকাৰ কৰিবলৈ যোৱাৰো ইয়াত সুবিধা নাই? কিন্তু উপায় কি আছে কওক? দেখিছে নে এই সৰু সৰু ছোৱালী-বিলাক কেনেকৈ ডাঙৰ-দীঘল হৈ উঠিছে," তেওঁ ছোৱালীবিলাকলৈ দেখুৱাই কলে। এইবাৰ সিহঁতৰ কাৰণে দৰা বিচাৰিবই লাগিব, তেহেলৈ আপোনাৰ ইচ্ছা থাকক বা নাথাকক।"

খণ্ডেক বৈ তেওঁ আকৌ কলে, "ভাল কথা, মোৰ কচাক-জনী কেনে আছে?" (মাৰিয়া দিমিত্ৰিয়েভ্‌নাই নাটাচাক কচাক বুলি মাতে) নাটাচাই নিসংকোচে আগবাঢ়ি আহি তেওঁৰ হাতত চুমা খালত তেওঁ তাইৰ দুই বাহুত ধৰি কলে, "মই জানো, এইজনী বৰ দুষ্ট ছোৱালী, কিন্তু এইক মই বৰ ভালপাওঁ।"

তাৰ পিছত তেওঁ তেওঁৰ ডাঙৰ বটুৱাটোৰ ভিতৰৰপৰা এযোৰ চুনী খটোৱা কাণৰ বিং উলিয়াই নাটাচাক দিলে। তাইও আনন্দতে হাঁহি হাঁহি পিয়েৰক মাতিলে।

মিঠা সুৰত লাহেকৈ চিঞৰি নাটাচাই পিয়েৰক মাতিলে, "হেৰা, হেৰা বন্ধু! শুনা, অলপ এইপিনে আহা। আহানা বন্ধু···" কথাৰ লগে লগে তাই চোলাৰ আস্তিন কোঁচাই ললে। সৰু ল'ৰাৰ দৰে তাইৰ ফালে চাই পিয়েৰ আগুৱাই আহিল।

"আৰু ওচৰলৈ আহা, মোৰ ওচৰলৈ আহা বন্ধু! তোমাৰ দেউতা যেতিয়া তোমাৰ প্ৰতি অত্যন্ত সহানুভূতিশীল আছিল তেতিয়া একমাত্ৰ ময়েই তেওঁক সঁচা কথাটো কৈছিলো, আৰু তোমাৰ কাৰণে সেইটোৱেই মোৰ কৰ্তব্য।"

এইবুলি নাটাচা অলপ সময় মনে মনে থাকিল। সকলোৱে নীৰৱ নিস্তব্ধ। তাৰপিছত কি ঘটে তাকে চাবলৈ সকলোৱে উদগ্ৰীৱ, কাৰণ এয়া তো সূচনা মাত্ৰ।

"সুন্দৰ ল'ৰা ! মানিবই লাগিব, বৰ সুন্দৰ ল'ৰা ! দেউতাক মৃত্যু-শয্যাত আৰু তেখেতে ভালুকৰ লগত পুলিচক সাওঁৰি ৰং চায়। ছি ছি, ই বৰ লাজৰ কথা ! তাতকৈ তুমি যুদ্ধলৈ যোৱাও ভাল আছিল।"

মুখ ঘূৰাই তাই কাউণ্টৰ হাতত ধৰিলে। কাউণ্টৰ তেতিয়া হাঁহি চেপি ৰাখিব নোৱাৰা অৱস্থা।

মাৰিয়া দিমিত্ৰিয়েভ্‌নাই কলে, "আমাৰ খোৱা-টেবুললৈ যোৱাৰ সময় হোৱা নাই নেকি ?"

প্ৰথমে কাউণ্টে মাৰিয়া দিমিত্ৰিয়েভ্‌নাক লগত লৈ খোৱা-টেবুললৈ আগবাঢ়ি গ'ল, তাৰপিছত গ'ল কাউণ্টেচ এগৰাকী অশ্বাৰোহী কৰ্ণেলক হাতত ধৰি। কৰ্ণেলজনৰ এতিয়া গুৰুত্ব বহুত বেছি, কাৰণ তেওঁৰ লগতেই নিকলাচ ৰেজিমেণ্টলৈ যাবগৈ। তাৰপিছত আগবাঢ়িল ছিনছিনৰ লগত আন্না মিখায়লভ্‌না। তাৰপিছত লগে লগে বাকী আটাইবিলাকেই আগবাঢ়ি গ'ল, ল'ৰা-ছোৱালীবিলাক, গৃহশিক্ষকসকল আৰু গভৰ্ণেচসকল। পৰিচাৰকবিলাকে ঘূৰাঘূৰ আৰম্ভ কৰিলে, চকীৰ শব্দ উঠিল, গেলাৰিত বেণ্ড বাজিবলৈ ধৰিলে, অতিথিবিলাকে নিজৰ নিজৰ আসনত বহিল। তাৰপিছত কাউণ্টৰ পাৰিবাৰিক বেণ্ডৰ সলনি আৰম্ভ হ'ল কাটা-চামুচৰ খুট-খাট শব্দ, অতিথিবিলাকৰ সমবেত গুঞ্জন আৰু পৰিচাৰকবিলাকৰ ঘনাই অহা-যোৱা কৰা খোজৰ মৃদু শব্দ। টেবুলৰ এমূৰে বহিল কাউণ্টেচ, তেওঁৰ সোঁফালে মাৰিয়া দিমিত্ৰিয়েভ্‌না, বাওঁফালে আন্না মিখায়লভ্‌না, তাৰপিছত আন আন মহিলাসকল। টেবুলৰ আনটো মূৰে বহিল কাউণ্ট, তেওঁৰ বাওঁফালে অশ্বাৰোহী কৰ্ণেল, সোঁফালে ছিনছিন আৰু আন আন পুৰুষ অতিথিসকল। দীঘল খোৱা-টেবুলখনৰ মাজভাগত এফালে বহিল ডেকা ল'ৰা আৰু গাভৰু ছোৱালীবিলাক ; বেগ'ৰ কাষত ভেৰা, বৰিচৰ কাষত পিয়েৰ। বিপৰীতফালে সৰু ল'ৰা-ছোৱালীবিলাক, শিক্ষকসকল, গভৰ্ণেচসকল। কাউণ্টে উঠি ডাঙৰ মদৰ পাত্ৰটো হাতত তুলি ললে, তাৰপিছত ঘৈণীয়েকৰ মুখলৈ এবাৰ চাই লৈ অতিথিবিলাকৰ গিলাচবোৰত মদ ঢালি দিবলৈ ধৰিলে, অৱশ্যে নিজৰ গিলাচটোকো তেওঁ উপেক্ষা নকৰিলে। সিফালে কাউণ্টেচেও পিয়েৰৰ ফালে

এবাৰ চাই ঘৰৰ গিৰিহঁতনীৰ কৰ্তব্য পালনত লাগি গ'ল। মহিলাসকলৰ ফালটোত যেন কথাৰ আখৈ ফুটিবলৈ আৰম্ভ কৰিছে, আৰু মতা মানুহবিলাকৰ মাতবোৰ ক্ৰমে ডাঙৰ হৈ গৈ আছে—বিশেষকৈ অশ্বাৰোহী কৰ্ণেলগবাকীৰ মাতটো। তেওঁ ইমান বেছিকৈ খাবলৈ আৰু পিবলৈ ধৰিলে যে মানুহজনৰ চকু-মুখ ৰঙা হৈ উঠিল। কাউণ্টে তেওঁক সকলোৰে আগত উদাহৰণ হিচাপে থিয় কৰিলে। মিচিকিয়াই হাঁহি বেৰ্গে ভেৰাক কৈছে, ভালপোৱা মৰ্ত্যৰ নহয়, স্বৰ্গৰ অনুভূতি। বৰিচে তাৰ নতুন বন্ধু পিয়েৰক অতিথিবিলাকৰ লগত চিনাকি কৰি দিছে, আৰু মাজে মাজে ওলোটাফালে বহি খাই থকা নাটাচাক ঘূৰি ঘূৰি চাইছে। পিয়েৰে কথা কম কৈছে, নতুন মুখ-বিলাক ভালদৰে চাই লৈছে, কিন্তু খোৱাত অলপো কম কৰা নাই— প্ৰত্যেকবিধ খাদ্যবস্তু আৰু প্ৰত্যেকবিধ মদ সি সমানে খাই গৈছে। নাটাচাই তাইৰ তেৰ বছৰীয়া জীৱনতে প্ৰথম ভাল-পোৱা আৰু প্ৰথম চুমা খোৱা পুৰুষ বৰিচৰ ফালে একেথিৰে চাই আছে আকুলভাৱে। মাজে মাজে একোবাৰ তাইৰ সেই আকুল চাৱনি পিয়েৰৰ ওপৰতো পৰিছে; ছটফটীয়া সৰু ছোৱালী-জনীৰ দুচকুত সেই চাৱনি দেখি পিয়েৰৰ হাঁহি উঠিল, কিন্তু কিয় যে হাঁহি উঠিল তাৰ কাৰণ সি নাজানে।

নিকোলাচ বহিছে জুলি কাৰাগিনৰ ওচৰত, চোনিয়াৰপৰা অলপ আঁতৰত। চোনিয়াৰ মুখত হাঁহি দেখা গলেও স্পষ্ট বুজিব পৰা যায় ভিতৰি ভিতৰি তাই ঈৰ্ষাত জ্বলিব ধৰিছে — থাকি থাকি তাইৰ মুখখন এবাৰ শেঁতা পৰে, এবাৰ ৰঙা হৈ উঠে। নিকোলাচ আৰু জুলিয়ে কি কথা পাতিছে তাক শুনিবৰ বাবে তাই কাণ থিয় কৰি আপ্ৰাণ চেষ্টা কৰিছে। গভৰ্ণেচে সতৰ্কভাৱে চাৰিওফালে ঘূৰি ঘূৰি চাইছে, যেন ল'ৰা-ছোৱালী-বিলাকৰ প্ৰতি কোনো প্ৰকাৰৰ অৱহেলা দেখিলেই তাৰ প্ৰতিবাদ কৰিব। জাৰ্মান গৃহশিক্ষকজনে প্ৰত্যেকবিধ খোৱাবস্তু আৰু মদৰ নাম মনত ৰাখিবলৈ যত্ন কৰিছে যাতে জাৰ্মানীত তেওঁৰ আপোন মানুহবিলাকৰ ওচৰত এই নৈশভোজৰ পূৰ্ণ বিৱৰণ এটা পঠিয়াব পাৰে। সেই কাৰণে এবাৰ এজন খানচামাই

যেতিয়াই টাৰ্বেলেৰে মেৰিয়াই এটা মদৰ বটল তেওঁৰ কাষেৰে লৈ গ'ল তেতিয়া তেওঁৰ বৰ খং উঠিল। মুখখন বিকৃত কৰি তেওঁ বুজাব খুজিলে যে কোনো মদৰ প্ৰতিয়েই তেওঁৰ অলপো লোভ নাই, মদ খাই তৃপ্তি পাবলৈকো হেপাহ নাই, তেওঁ মদ পিছোৰিছে একমাত্ৰ জানিবৰ বাবে মদ কিমান বিধ আছে আৰু কোন মদ কেনেকুৱা। কিন্তু এই কথাটোকে কোনেও নুবুজিলে কাৰণে তেওঁ মৰ্মাহত হ'ল।

## [ ষোল ]

খোৱা টেবুলৰ মতামানুহৰ শাৰীটোত আলোচনা ক্ৰমেই উত্তেজনাপূৰ্ণ হৈ উঠিছে। কৰ্ণেলে ক'লে যুদ্ধৰ ঘোষণা-পত্ৰ ইতিমধ্যে পিটাৰ্চবুৰ্গত ওলাই গৈছে, তাৰ এটা কপিও তেওঁ নিজে দেখিছে, কাৰণ সিদিনাখনেই সেইখন পত্ৰবাহকে আনি প্ৰধান সেনাপতিক দিছে।

ছিনছিনে কলে, "কিন্তু আমি বোনাপাৰ্টৰ লগত যুদ্ধ কৰিবলৈ যাম কিহৰ কাৰণে? অষ্ট্ৰিয়াৰ বকবকনি তেওঁ বন্ধ কৰিছে। মোৰতো ভয় হয় ইয়াৰ পিছতেই আহিব আমাৰ পাল।"

কৰ্ণেল মানুহজন সবল-সুঠাম, ওখ-পাখ, তেজাল জাৰ্মান; চাকৰিৰ প্ৰতি অনুৰক্ত, ৰুচ দেশপ্ৰেমত অনুপ্ৰাণিত। তেওঁ ছিনছিনৰ মন্তব্যৰ প্ৰতিবাদ কৰিলে।

জাৰ্মান উচ্চাৰণেৰে তেওঁ কৈ উঠিল, "শুনক ডাঙৰীয়া, তাৰ কাৰণটো সম্ৰাটে ভালদৰেই জানে। ইস্তাহাৰত তেওঁ স্পষ্টৰূপে ঘোষণা কৰিছে যে, ৰাচিয়াৰ সন্মুখত, সাম্ৰাজ্যৰ নিৰাপত্তা আৰু মৰ্যাদাৰ আগত, মিত্ৰশক্তিৰ পবিত্ৰতাৰ সন্মুখত যি বিপদ আসন্ন হৈ উঠিছে তাক তেওঁ উপেক্ষা কৰিব নোৱাৰে"

তাৰপিছত চৰকাৰী বিষয় সম্বন্ধে যি নিৰ্ভুল স্মৃতিশক্তি তেওঁৰ নিজা বৈশিষ্ট তাৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ সেই ইস্তাহাৰৰ মুখবন্ধৰপৰা আবৃত্তি কৰিবলৈ আৰম্ভ কৰি দিলে:

"... সুদৃঢ় ভেটিৰ ওপৰত ইউৰোপৰ শান্তিক প্ৰতিষ্ঠিত

কৰিবৰ বাবে যি বাসনা সম্ৰাটৰ একমাত্ৰ চৰ্তহীন লক্ষ্য তাৰেই নিৰ্দেশক্ৰমে তেওঁ স্থিৰ কৰিছে যে সৈন্যবাহিনীৰ এটা অংশক বিদেশলৈ পঠিয়াব আৰু সেই লক্ষ্য পূৰণৰ অনুকূল এটা নতুন পৰিস্থিতি সৃষ্টি কৰিব।"

নিজৰ মৰ্যাদা অটুট ৰাখি এক পাত্ৰ মদ খাই কাউণ্টৰ সমৰ্থন লাভৰ আশাৰে তেওঁৰ ফালে চাই কৰ্ণেলে তেওঁৰ বক্তব্য সামৰিলে, "জানে নে ডাঙৰীয়া, এই কাৰণেই..."

ছিন্‌ছিনে হাঁহি কলে, "বোলো, 'গালোঁ বালোঁ খোলাকুটিৰ তাল'— এই ফকৰাটো জানে নে? এই কথাষাৰেই আমাৰ কাৰণে অতি সত্য। এই চুভৰভৰ কথাকে ধৰকচোন–তাৰ কি কাম তাকতো সি ভালদৰেই জানিছিল, কিন্তু সিহঁতেতো তাক মৰিয়াই একবাৰে চেপেটা কৰি পেলালে। মই মাত্ৰ সেই কথাটোকে আপোনাক জনাই দিব বিচাৰিছো।" মানুহজনে অনবৰত এবাৰ ফৰাচী আৰু এবাৰ ৰুচ ভাষাত সানমিহলি কৰি কথাবোৰ কৈ গ'ল।

টেবুলৰ ওপৰত এটা চাপৰ মাৰি কৰ্ণেলে কৈ উঠিল, "আমাৰ শৰীৰৰ শেষ টোপাল তেজ দিও আমি যুদ্ধ কৰিম, সম্ৰাটৰ কাৰণে আমি জীৱন দিম, তেতিয়া হলেহে আমাৰ মঙ্গল হব। আৰু আমি এই বিষয়ে যিমান দূৰ সম্ভৱ কম আলোচনা কৰিম। আমি পুৰণি বয়সীয়া অশ্বাৰোহীসকলে এই দৃষ্টি-ভঙ্গিৰেই ঘটনাটোক বিচাৰ কৰিছো, আৰু এয়েই আমাৰ শেষ কথা।" তাৰপিছত তেওঁ নিকোলাচৰ ফালে ঘূৰি চাই কলে, "বাৰু তুমি তো এজন ডেকাল'ৰা, এজন তৰুণ অশ্বাৰোহী সৈনিক, এই বিষয়ে তোমাৰ কি মত?"

নিকোলাচে উত্তৰ দিলে, "আপোনাৰ সৈতে মই সম্পূৰ্ণ একেমত। মোৰ দৃঢ় বিশ্বাস, আমি দেশবাসী মানুহবিলাকে হয় মৰিম নতুবা জয় কৰিম।" তাৰ কথা আৰু হাত-মুখৰ ভঙ্গিত দৃঢ়তা আৰু উত্তেজনা প্ৰকাশ পালে। তাৰ কাৰণে বহি থকা জুলিয়ে কৈ উঠিল, "বৰ বঢ়িয়া কথা কৈছা তুমি নিকোলাচ!"

কিন্তু নিকোলাচৰ কথাবোৰ শুনি চোনিয়াৰ সৰ্বশৰীৰ কঁপিবলৈ ধৰিলে, তাইৰ চকু-মুখ-কাণ ৰঙা হৈ উঠিল।

পিয়েৰে কৰ্ণেলৰ কথাবোৰ মনোযোগেৰে শুনিছিল। সি সমৰ্থন-সূচক মূৰ দুপিয়াই কলে, "হক কথাই কৈছে তেখেতে।"

আকৌ এবাৰ টেবুলৰ ওপৰত চাপৰ মাৰি কৰ্ণেলে কৈ উঠিল, "এইজন ডেকাই হৈছে প্ৰকৃত অশ্বাৰোহী সৈনিক, আচল হুজাৰ!"

হঠাৎ টেবুলৰ সিটো মূৰৰপৰা মাৰিয়া দিমিত্ৰিয়েভ্‌নাৰ গহীন মাত শুনিবলৈ পোৱা গ'ল: "সিফালে আপোনালোকে কিলৈ ইমান গোলমাল আৰম্ভ কৰি দিছে? সেইদৰে টেবুলত চপৰিয়াব ধৰিছে কেলেই? কিহৰ কাৰণেনো ইমান বেছি উত্তেজিত হৈ উঠিছে? ফৰাচীবিলাক একেবাৰেই আমাৰ ঘৰৰ দুৱাৰ-মুখ আহি পাইছে বুলি আপোনালোকে ভাবিছে নেকি?"

কৰ্ণেলে হাঁহি উত্তৰ দিলে, "মই সঁচা কথাকেই কৈছো।"

কাউণ্টে চিঞৰি কলে, "ইয়াত যুদ্ধ সম্পৰ্কে আলোচনা চলিছে। মাৰিয়া দিমিত্ৰিয়েভ্‌না, আপুনি জানে নে যে মোৰ ল'ৰা যুদ্ধলৈ যাবলৈ ওলাইছে? সি যুদ্ধলৈ যাবগৈ।"

"মোৰো চাৰিজন ল'ৰা সৈন্যবাহিনীত আছে, কিন্তু ক'তো, মইতো চিঞৰ-বাখৰ কৰা নাই। সকলো ঈশ্বৰৰ হাতত। আপুনি বিচনাত শুই থাকিয়েই মৰিব পাৰে," মাৰিয়া দিমিত্ৰিয়েভ্‌নাই গহীন সুৰত কথাবোৰ কলে। টেবুলৰ সকলোৱেই তেওঁৰ ফালে ঘূৰি চালে।

"ঠিক কথা!"

আলোচনা আকৌ সৰৱ হৈ উঠিল, এফালে মহিলাসকল, আনফালে পুৰুষসকল।

এনেতে নাটাচাৰ সৰু ভায়েকজনে কলে, "নাই, তুমি নুখুজিবা। মই জানো তুমি নোখোজা!"

"মই খুজিম," নাটাচাই উত্তৰ দিলে।

বিবেচনাহীন আৰু আনন্দপূৰ্ণ দৃঢ়তাত হঠাৎ তাইৰ মুখখন ৰঙা হৈ উঠিল। আধা থিয় হৈ চকুৰ ইংগিতেৰে পিয়েৰক তাইৰ কথা মনোযোগেৰে শুনিবৰ বাবে নিৰ্দেশ দি তাই মাকৰ ফালে চাই চিঞৰি মাতিলে: "অ' মা!"

কাউণ্টেচে চঁক খাই উঠি কলে, "কি?" পিছমুহূৰ্ত্তে জীয়েকৰ চকুৱে-মুখে দুষ্টামিৰ ভাব-ভঙ্গি ফুটি উঠা দেখিবলৈ

পাই তেওঁ আঙুলি আৰু মূৰ জোকাৰি ভয় দেখুৱাই ইঙ্গিতেৰে তাইক দুষ্টালি কৰিবলৈ মানা কৰিলে।

হঠাৎ আলোচনা বন্ধ হৈ গ'ল, কাৰো মুখত মাত-বোল নাই, একেবাৰেই নীৰৱ।

"মা! আমি কি কি মিঠাইৰ ভাগ পাম মা?" নাটাচাই চিঞৰি মাকক সুধিলে।

কাউণ্টেচে কৃত্রিম খং দেখুৱাই জীয়েকক ধমকি দিয়াৰ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। মাৰিয়া দিমিত্রিয়েভ্‌নাই নাটাচাক আঙুলি জোকাৰি ভয় দেখুৱাই কলে, "এই দুষ্ট কচাকজনী!"

নাটাচাই এই ধৰণে দুষ্টামি কৰিব ধৰা দেখি তাইৰ লগৰ নিমন্ত্রিত ল'ৰা-ছোৱালীবিলাকে ভয়ে ভয়ে সিহঁতৰ মাক-দেউতাক-সকলৰ মুখলৈ চালে।

জীয়েকৰ দুষ্টামি বন্ধ কৰাৰ বাবে কাউণ্টেচে কলে "তোমাক মই সজাপালি দিম ৰ'বা।"

"কোৱা না মা আমি কি কি মিঠাইৰ ভাগ পাম?" মাকৰ সকিয়নিলৈ ভয় নকৰি নাটাচাই আকৌ কৈ উঠিল; তাই জানে তাইৰ এই দুষ্টামিক কোনেও বেয়া নাপায়।

চোনিয়া আৰু নোদোকা সৰু পেট্ইয়াই হাঁহি হাঁহি উশাহ ঘূৰাব নোৱাৰা হ'ল।

নাটাচাই ফুচফুচাই সৰু ভায়েক আৰু পিয়েৰক কলে, "দেখিলা, মই মিঠাই খুজিব পাৰিলো নে নাই!"

মাৰিয়া দিমিত্রিয়েভ্‌নাই কলে, "আইচ ক্রিম আছে, কিন্তু তোমাক দিয়া নহব।"

নাটাচাই জানে ভয় কৰিবলগীয়া একো নাই; গতিকে তাই মাৰিয়া দিমিত্রিয়েভ্‌নাকো ভয় নকৰি কলেঃ

"মাৰিয়া দিমিত্রিয়েভ্‌না! কেনেকুৱা আইচক্রীম? মই আইচ ক্রীম ভাল নাপাওঁ।"

"কেৰট-আইচ।"

"নাই, নহয়, বস্তুটো কেনেকুৱা তাকে কোৱা? মই জানিব খুজিছো বস্তুটো খাবলৈ কেনেকুৱা!" নাটাচাই প্রায় চিঞৰিবলৈ আৰম্ভ কৰিলে।

মাৰিয়া দিমিত্ৰিয়েভ্‌না আৰু কাউণ্টেচে নাটাচাৰ কথা-বতৰা শুনি হাঃ হাঃ কৈ হাঁহিবলৈ ধৰিলে; অতিথিবিলাকেও সেই হাঁহিত যোগ দিলে। কিন্তু তেওঁলোকে হাঁহিলে মাৰিয়াৰ কথা শুনি নহয়, সকু ছোৱালীজনীয়ে মাৰিয়াৰ লগত কৰা ব্যৱহাৰ আৰু তাইৰ সাহস আৰু বুদ্ধি দেখি।

নাটাচাক যেতিয়া কোৱা হ'ল যে 'পাইনএপল-আইচ' আছে তেতিয়াহে তাই শান্ত হ'ল। আইচ-ক্ৰীমৰ আগতে সকলোকে শ্যাম্পেন (মদ) পৰিবেশন কৰা হ'ল। আকৌ বাদ্যযন্ত্ৰৰ সমবেত বাজনা বাজি উঠিল, কাউণ্টে কাউণ্টেচক চুমা খালে, অতিথি-বিলাকেতেওঁলোকৰ আসনৰপৰা উঠি থিয় হৈ কাউণ্টেচক 'অভি-নন্দন' জনাবলৈ আগবাঢ়ি গ'ল, আৰু টেবুলৰ দুয়োফালৰপৰা হাত আগবঢ়াই সকলোৱে কাউণ্টৰ লগত, ল'ৰা-ছোৱালীবিলাকৰ লগত আৰু পৰস্পৰৰ মাজত গিলাচ ঠেকাঠেকি কৰিবলৈ ধৰিলে। আকৌ আৰম্ভ হ'ল পৰিচাৰকবিলাকৰ দৌৰাদৌৰি, অতিথি-বিলাকৰ আসন ত্যাগৰ হেতুকে হোৱা চকীবোৰৰ খুটখাট শব্দ, আৰু ঠিক যিভাৱে এজন এজনকৈ সকলোৱে খোৱা-ঘৰৰ ভিতৰলৈ সোমাই আহিছিল ঠিক সেইভাৱেই অতিথিবিলাকে পৰিপূৰ্ণ তৃপ্তিৰে বহা-ঘৰ আৰু কাউণ্টৰ পঢ়া-কোঠালৈ উভতি গ'ল।

## [ সতৰ ]

তাচ খেলিবৰ বাবে মেজ পতা হ'ল, 'বোষ্টন' খেলাৰ বাবে তাচ সজোৱা হ'ল। কাউণ্টৰ অতিথিবিলাক তাচ খেলি-বলৈ বহি গ'ল—কিছুমান বহিল দুটা বহা-ঘৰত, কিছুমান ভিতৰৰ ঘৰত আৰু কিছুমান বহিল লাইব্ৰেৰি-ঘৰত।

কাউণ্টে নিজৰ ভাগৰ তাচবোৰ হাতত বিচনিৰ দৰে কৰি মেলি লৈ তাচৰ মেজত বহিছে, আহাৰ খাই উঠাৰ পিছত ধৰা টোপনিক চকুৰপৰা আঁতৰাই দি তেওঁ অনবৰত হাঁহিছে। কাউ-ণ্টেচৰ তাড়নাত ল'ৰা ছোৱালীবিলাকে বাদ্যযন্ত্ৰৰ ওচৰত গৈ গোট খালে। সকলোৰে অনুৰোধত জুলিয়ে প্ৰথমে বজালে। কিছুসময় বীণা বজোৱাৰ পিছত এইবাৰ সকলোৱে একেলগে নাটাচা আৰু

নিকোলাচক অনুৰোধ কৰিলে গান গাবলৈ; গান গোৱা সম্পৰ্কে দুয়োজনবেই সুনাম আছে।

"আমি কি গান গাম?" নাটাচাই কলে।

"সেই 'নিজৰা' গানটোকে গোৱা," নিকোলাচে কলে।

"বাৰু, তেনেহলে সোনকালে আৰম্ভ কৰা যাওক। বৰিচ, ইয়ালৈ আহা," নাটাচাই কলে। "কিন্তু চোনিয়া ক'লৈ গ'ল?"

চাৰিওফালে ঘূৰি চাই বন্ধুজনীক ক'তো দেখিবলৈ নাপাই নাটাচাই তাইক বিচাৰি গ'ল। চোনিয়াৰ কোঠালীত গৈ দেখিলে তাত তাই নাই; নাৰ্চাৰিলৈ গ'ল, তাতো নাই। নাটাচাই ভাবিলে, তাই নিশ্চয় কৰিডোৰৰ চন্দুকটোৰ ওপৰত আছে; সেইটোৱেই বস্তভ পৰিয়ালৰ সৰু ল'ৰা-ছোৱালীবিলাকৰ বোহ-ঘৰ। সঁচা-কৈয়ে চোনিয়াক তাতেই পোৱা গ'ল। চন্দুকৰ ওপৰত নাৰ্চৰ চৰাইৰ পাখিৰ লেতেৰা বিচনাখনত তাই উবুৰি হৈ শুই আছে; দুই হাতেৰে মুখ ঢাকি তাই এনেভাৱে ফেকুৰি ফেকুৰি কান্দি আছে যে তাইৰ কান্ধ আৰু পিঠিখনো কঁপি কঁপি উঠিছে। তাইক সেই অৱস্থাত দেখি নাটাচাৰ উজ্জ্বল মুখখন হঠাৎ সলনি হৈ গ'ল, চকু দুটা স্থিৰ হৈ পৰিল, ডিঙিলৈ উঠি আহিল এটা কান্দোনৰ ভাব। তাই অস্থিৰভাৱে কৈ উঠিল ঃ

"চোনিয়া! কি হ'ল? কি হৈছে তোমাৰ চোনিয়া? নোকোৱা কিয়? চোনিয়া এ' চো-নি-য়া!" নাটাচাৰ মেলা মুখখন মেলা হৈয়ে থাকিল, তাইক বৰ কুৎচিত দেখা হ'ল, এজনী সৰু ছোৱালীৰ দৰে তাইও কান্দিবলৈ আৰম্ভ কৰি দিলে; অথচ চোনিয়াক কন্দা দেখি তাইৰ কন্দাৰ কোনো কাৰণেই নাই। কথা কবৰ বাবে চোনিয়াই মুৰটো দাঙিবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে, তাই মুখখন গাঁৰুত আৰু বেছিকৈহে গুজি দিলে। পাখিৰ বিচনাখনত বহি বন্ধুক সাবটি ধৰি নাটাচাই কান্দিবলৈ ধৰিলে। বহুত চেষ্টা কৰি চোনিয়া উঠি বহিল; চকুৰ পানী মচি তাই নাটাচাক সকলো কথা খুলি কলে ঃ

"এসপ্তাহৰ ভিতৰতে নিকোলাচ গুচি যাবগৈ, তেওঁৰ…কাগজ-পত্ৰ আহি গৈছে…তেওঁৱেই মোক কৈছে…কিন্তু সেই কাৰণে মই কন্দা উচিত নহয়," এই বুলি তাই হাতত লৈ থকা কাগজখন

তুলি ধৰি নাটাচাক দেখুৱালে— তাত আছে নিকোলাচে লিখা এটা কবিতা, "তথাপি মই কন্দা উচিত নহয়, কিন্তু তুমি নুবুজিবা··· কোনেও নুবুজিব তেওঁ যে কিমান ভাল, কিমান মহৎ।"

কথাষাৰ কৈয়ে তাই আকৌ কান্দিবলৈ আৰম্ভ কৰিলে।

খন্তেক পিছতে তাই মূৰটো দাঙি নাটাচাৰ ফালে চাই কলে, "তোমাৰ ভাগ্য কিমান ভাল··· মই ঈৰ্ষা কৰা নাই···মই তোমাক ভালপাওঁ, বৰিচকো ভালপাওঁ, তেৰোঁ কিমান ভাল····তোমালোকৰ মিলনৰ বাটত কোনো প্ৰকাৰ বাধা নাই কিন্তু নিকোলাচ হ'ল মোৰ সম্বন্ধীয় ভাই সেয়ে এনে অৱস্থাত স্বয়ং আৰ্কবিচপৰ অনুমতি বিনে (ৰাচিয়াৰ গিৰ্জাৰ ব্যৱস্থা অনুসৰি সম্বন্ধীয় ভায়েক-ভনীয়েকৰ মাজত বিয়াৰ কাৰণে অনুমতি লব লাগে)···কিন্তু সেইটোও অসম্ভৱ। তাৰ উপৰি, ভেৰাই যদি মাক (চোনিয়াই কাউণ্টেচক তাইৰ মাক বুলিয়েই ভাবে আৰু তেওঁক 'মা' বুলিয়েই মাতে) কৈ দিয়ে যে মই নিকোলাচৰ জীৱনটো নষ্ট কৰি দিছো, মই নিষ্ঠুৰ, অকৃতজ্ঞ, অথচ আচলতে···ঈশ্বৰ সাক্ষী," তাই বুকুৰ ওপৰত এটা ক্ৰুচ-চিহ্ন আঁকলে, "মই তেওঁক যে কিমান ভালপাওঁ, তোমালোক সকলোকে ভালপাওঁ, একমাত্ৰ ভেৰাই··· কিন্তু কিহৰ কাৰণে? মই তাইৰ কি ক্ষতি কৰিছো? তোমাৰ ওচৰত মই ইমান কৃতজ্ঞ যে মই স্ব-ইচ্ছাই সকলো ত্যাগ কৰিব পাৰো, যদিও ত্যাগ কৰিবলৈ মোৰ একোৱেই নাই····"

চোনিয়াৰ মুখেৰে আৰু কথা নোলোৱা হ'ল, তাই আকৌ দুই হাতেৰে মুখ ঢাকি গাৰুত মূৰ গুচি শুই থাকিল। নাটাচাই তাইক সান্ত্বনা দিবলৈ ধৰিলে। নাটাচাৰ মুখৰ ভাবভঙ্গি দেখি স্পষ্ট বুজিব পৰা গ'ল যে বন্ধুৰ বিপদৰ গুৰুত্ব তাই ভালদৰেই উপলব্ধি কৰিব পাৰিছে।

নাটাচাই হঠাৎ যেন বন্ধুৰ এই দুখৰ আচল কাৰণটো বুজিব পাৰিলে এনে ভাবত তাই কৈ উঠিল, "চোনিয়া, মই বুজিছো, ডিনাৰৰ পিছত নিশ্চয় ভেৰাই তোমাক কিবা কৈছে। কোৱা, হয় নে নহয়?"

"হয় কৈছে। এই কবিতাবোৰ নিকোলাচে নিজে লিখিছে, আন আন কেইটামান কবিতা মই নকল কৰি লিখিছিলো।

কবিতাবোৰ মোৰ টেবুলত দেখিবলৈ পাই ভেৰাই কৈছে আটাই-বোৰ মাক দেখুৱাব, মই হেনো অকৃতজ্ঞ। আৰু কৈছে মায়ে বোলে কেতিয়াও মোৰ লগত নিকোলাচৰ বিয়া হবলৈ নিদিব, তেওঁ হেনো জুলিক বিয়া কৰাব। তেওঁতো গোটেইটো দিন জুলিৰ লগতেই আছিল। "নাটাচা, কোৱাচোন, মই এনে কি পাপ কৰিছো যাৰ কাৰণে মোৰ কপালত এনেকুৱা ঘটনা ঘটিবলৈ পালে?"

আকৌ তাই আগতকৈ বেছিকৈহে ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। নাটাচাই তাইক বিচনাৰপৰা তুলি সাবটি ধৰিলে আৰু হাঁহি হাঁহি তাইক সান্ত্বনা দিয়াৰ চেষ্টা কৰিলে—যদিও দুই চকুৰে তেতিয়াও তাইৰ চোনিয়াৰ দুখত চকুপানী নিগৰি পৰিছিল।

"চোনিয়া, ভেৰাৰ কথাত বিশ্বাস নকৰিবা ভাই। তাইৰ কথা বিশ্বাস নকৰিবা! তুমি পাহৰি গ'লা নেকি, সিদিনাখন ৰাতি খোৱা-লোৱাৰ পিছত বহা-কোঠাত বহি নিকোলাচ আৰু আমি কিমান কথা পাতিছিলো? কি কৰা হব তাকতো আমি আগতেই ঠিক কৰি ৰাখিছিলো। কথাবোৰ অৱশ্যে হুবহু মোৰ মনত নাই, কিন্তু তোমাৰো জানো মনত নাই, কি সুন্দৰ ব্যৱস্থা যে আমি কৰিছিলো? সেয়া দেখোন ছিনছিন খুৰাদেউৰ ভায়েকে তেওঁৰ ওচৰ-সম্বন্ধীয়া এজনী ভনীয়েকক সিদিনাখন বিয়া কৰাইছে? আমিতো দূৰ সম্বন্ধীয়া ভাই-ভনী! আকৌ বৰিচেওতো কৈছে ইয়াত কোনো বাধা নাই। মই তাক সকলো কথা কৈছো। সি যেনেকুৱা চতুৰ, তেনেকুৱাই ভাল ল'ৰা! তুমি নাকান্দিবা চোনিয়া, লক্ষ্মী চোনিয়া মোৰ!" এইবুলি তাইক চুমা খাই নাটাচাই হাঁহিবলৈ ধৰিলে। "ভেৰাৰ মনত ঈৰ্ষা হৈছে; তাইৰ কথা নাভাবিবা। সকলো ঠিক হৈ যাব। ভেৰাই মাক একো নকয়। নিকোলাচে নিজেই মাক সকলো কথা কব। জুলিৰ কথা সি অলপো নাভাবে।"

চোনিয়াৰ কপালত লাহেকৈ চুমা খালে নাটাচাই।

চোনিয়া উঠি বহিল, চকুৰ পানী মচি পেলালে, এইবাৰ তাইৰ মুখখন উজ্জ্বল হৈ উঠিল।

নৰাল্লবিকৈ তাইৰ ফ্ৰক আৰু চুলিবোৰ ঠিকঠাক কৰি লৈ চোনিয়াই কলে, "সঁচা নে? তুমি সঁচাই কৈছা নে? তুমি সঠিককৈ জানা নে?"

"সঁচাই চোনিয়া, মই সঁচাই কৈছো।" নাটাচাই উত্তৰ দিলে।

দুয়োজনীয়ে একেলগে হাঁহিবলৈ আৰম্ভ কৰিলে।

"বাৰু ব'লা এতিয়া, গান গাওঁগে, সেই নিজৰাৰ গান।" চোনিয়াৰ হাতত ধৰি নাটাচাই কলে।

"ঠিক আছে, ব'লা।" দুয়ো বহা কোঠালৈ বুলি খোজ আগবঢ়ালে।

হঠাৎ থমকি ৰৈ নাটাচাই কলে, "তোমাৰ মনত আছে নে মোৰ ওপৰটো কাপে যে পিয়েৰ নামৰ শকত-আৱত মানুহজন বহিছিল! মানুহজন বৰ আমোদ-প্ৰিয়! তেওঁক মোৰ বৰ ভাল লাগিছে!"—বুলি কৈয়ে তাই দৌৰি কৰিডোৰটো পাৰ হৈ গুচি গ'ল।

কবিতাবোৰ বুকুৰ মাজত গুজি লৈ চোনিয়াও নাটাচাৰ পাছে পাছে দৌৰ মাৰিলে; তাইৰ মুখখন ৰঙা, গাটো তোতয়া আনন্দত পাতল পাতল। সিহঁত দুয়ো গৈ বাদ্যযন্ত্ৰবোৰৰ ওচৰত থিয় হ'ল। অতিথিবিলাকৰ অনুৰোধত সিহঁতে সমবেতভাৱে 'নিজৰা' গানটো গালে। গান শুনি সকলোৱে আনন্দিত হ'ল। তাৰপিছত নিকোলাচে এটা নতুনকৈ শিকা গান গালে।

গানৰ শেষৰ কলিটো শেষ হোৱাৰ আগতেই ল'ৰাছোৱালী-বিলাকে ডাঙৰ হল-ঘৰটোত নাচৰ বাবে সাজু হবলৈ ধৰিলে। গেলাৰিৰপৰা ভাহি আহিল ভৰিৰ শব্দ আৰু বাদ্যযন্ত্ৰ বাদক-বিলাকৰ গল-হেকাৰি দি চাফ কৰাৰ শব্দ।

* * *

ছিন্‌ছিনে বহা-কোঠাত পিয়েৰক কথা পাতি ধাৰ বান্ধিলে। সম্প্ৰতি তেওঁ বিদেশৰপৰা উভতি আহিছে; তেওঁ পিয়েৰৰ লগত ৰাজনৈতিক আলোচনা আৰম্ভ কৰি দিলে, আন কেবাজন ভদ্ৰলোক আহি সেই আলোচনাত যোগ দিলে, কিন্তু পিয়েৰে বিৰক্তি বোধ কৰিবলৈ ধৰিলে। বাজনা আৰম্ভ হোৱাৰ লগে লগে নাটাচাই দৌৰি আহি পিয়েৰৰ সমুখত থিয় হৈ হাঁহি হাঁহি কলে:

"মাই মোক কলে, আপোনাক নাচত যোগ দিবৰ বাবে তালৈ লৈ যাব লাগে।"

পিয়েৰে কলে, "মইতো নাচৰ তালত কেনা হে লগাই দিম, অৱশ্যে তুমি যদি মোৰ গুৰু হোৱা, তেনেহলে......।" সি নাটাচাৰ ফালে তাৰ হাতখন আগবঢ়াই দিলে।

সিফালে নাচিবৰ বাবে দুজন দুজনকৈ ল'ৰা-ছোৱালী, মতা তিৰোতা যোৰ পাতি সাজু হব ধৰিছে, বাদ্য-বাদকসকলে সুৰ বান্ধিব ধৰিছে। ইফালে পিয়েৰে তাৰ সঙ্গিনীক লৈ বহি পৰিল। নাটাচা অত্যন্ত সুখী—এনেকুৱা এগৰাকী 'ডেকা মানুহৰ' লগত তাই নাচিব যিজনে বিদেশত ঘূৰি আহিছে। সকলোৱে দেখা পোৱা এডোখৰ ভাল ঠাইত বহি তাই 'বয়সিয়াল' মহিলাৰ দৰে তাৰ লগত কথা পাতিছে। এগৰাকী মহিলাই তাইক ৰাখিবলৈ দিয়া এখন বিচনি তাইৰ হাতত। সমাজত উঠা-বহা কৰাত অভ্যস্ত মহিলাবিলাকৰ দৰে ভঙ্গি কৰি (ঈশ্বৰেহে জানে কেতিয়া ক'ত তাই এইবোৰ শিকিছে) বিচনিখনেৰে নিজক বিচি বিচি হাঁহিমুখে তাই লগৰীয়াজনৰ লগত কথা পাতিবলৈ ধৰিলে।

নাচ-ঘৰৰ মাজেৰে পাৰ হৈ যাবৰ সময়ত কাউণ্টেচে নাটাচাক আঙুলিয়াই দেখুৱাই লগৰ মহিলাকেইগৰাকীক কলে, "চোৱা, চোৱা। সৌজনীলৈ চোৱা!"

মাকৰ ফালে চাই তাই ৰঙা পৰি উঠিল, তাই হাঁহি দিলে।

"কি হ'ল মা! তুমি তেনেকৈ ক'লা কেলেই? ইয়াত আচৰিত হবলগীয়া কিটো নো আছে?"

* * *

নাচৰ তেতিয়া তৃতীয় পৰ্যায় চলিছে। বিশিষ্ট অতিথিসকলৰে সৈতে কাউণ্ট আৰু মাৰিয়া দিমিত্ৰিয়েভ্‌নাই ইমান সময় বহা-কোঠাত তাচ খেলি আছিল। বহুত সময় একেৰাহে বহি থকাৰ পিছত এইবাৰ তেওঁলোকে এঙামুৰি দি টকাৰ মোনা আৰু নোট-বহীবোৰ ঠিকঠাক কৰি তুলি লৈ নাচ-ঘৰত সোমাল। আনন্দিত মনেৰে প্ৰথমে সোমাল মাৰিয়া দিমিত্ৰিয়েভ্‌না আৰু কাউণ্ট। কাউণ্টে বেলে নাচৰ ভঙ্গিত হাতখন তললৈ নমাই দিমিত্ৰিয়েভ্‌নাৰ ফালে আগবঢ়াই দিলে। তাৰপিছত তেওঁ

আওৰাই গৈ থাকিল ; মাৰ্জিত পৌৰুষৰ মিচিকিয়া হাঁহিৰে তেওঁৰ মুখখন উজ্জ্বল। নাচ শেষ হোৱাৰ লগে লগে বাদ্যযন্ত্ৰ বজাওঁতাসকলৰ লক্ষ্য ক'ৰি হাত-চাপৰি দি তেওঁ গেলাৰিৰ ফালে ঘূৰি চালে, তাৰপিছত প্ৰথম বেহেলা-বাদকক কলে :

"চাইমেন ! তুমি 'ডানিয়েল কুপাৰ' বজাব জানা নে ?"

এইটো কাউণ্টৰ প্ৰিয় নাচ, যৌৱনত এই নাচ তেওঁ বহুত নাচিছে।

"সেইটো চোৱা !" সকলোৰে দৃষ্টি আকৰ্ষণ কৰি নাটাচা চিঞৰি উঠিল। তাইৰ হাঁহি গোটেই ঘৰটোতে প্ৰতিধ্বনিত হবলৈ ধৰিলে।

নাটাচাৰ কথা শুনি তাত থকা সকলোৱে কাউণ্টৰ ফালে ঘূৰি চালে আৰু এই আনন্দময় বুঢ়া মানুহগৰাকীৰ স্ফূৰ্তি দেখি সকলোৱে হাঁহিবলৈ ধৰিলে। তেওঁতকৈ ওখ তেওঁৰ নাচৰ সঙ্গিনী মাৰিয়া দিমিত্ৰিয়েভ্‌নাৰ কাষত থিয় হৈ তেতিয়াও কাউণ্টৰ অঙ্গ-প্ৰত্যঙ্গত নাচৰ অঙ্গ-ভঙ্গি প্ৰকাশ পাইছিল—ভৰিৰ পতাৰে তাল ধৰি ধৰি হাতেৰে কৰিছিল আঁকোৱালি ধৰাৰ ভঙ্গ, মুখত ফুটি উঠিছে উজ্জ্বল হাঁহি। এনেতে বাজি উঠিল 'ডানিয়েল কুপাৰ'ৰ উত্তেজনাপূৰ্ণ মধুৰ বাজনা (এক প্ৰকাৰ লোক-নৃত্যৰ বাজনাৰ নিচিনা)। বাজনা আৰম্ভ হোৱাৰ লগে লগে নাচ-ঘৰৰ আটাইবিলাক দুৱাৰ মুখ ঘৰৰ দাস-দাসীৰে ভৰি পৰিল—এফালে মতাবিলাক আৰু আনফালে তিৰোতাবিলাক; সিহঁতৰ চকু মুখ উজ্জ্বল হৈ উঠিছে; ঘৰৰ গিৰিহঁতৰ স্ফূৰ্তি চাবৰ বাবে সিহঁতো উপস্থিত হৈছেহি।

এখন দুৱাৰৰ মুখত থিয় হৈ নাৰ্চজনীয়ে চিঞৰি কৈ উঠিল, "চোৱা, চোৱা আমাৰ মালিকক চোৱা ! ঠিক যেন ঈগল চৰাইটো।"

কাউণ্টে এসময়ত ভাল নাচিব পাৰিছিল, নাচিব জানিছিল। কিন্তু তেওঁৰ সঙ্গিনীগৰাকীয়ে নাচিব নোৱাৰে, নাচিব পৰাটোও নিবিচাৰে। তেওঁৰ থুলন্তৰ দেহাটো পোন হ'ল, শকত হাত দুখন ওলমি পৰিল, অকল তেওঁৰ কঠিন অথচ সুন্দৰ মুখখনেহে নাচত অংশ ললে। কাউণ্টে তেওঁৰ শকত-আৱৰ্ত্ত গোটেই শৰীৰ-টোৰে যি ভাব প্ৰকাশ কৰিছে, মাৰিয়া দিমিত্ৰিয়েভ্‌নাই অকল তেওঁৰ উজ্জ্বল মুখৰ হাঁহিৰে আৰু নাকৰ কঁপনিৰেই সেই ভাব

প্ৰকাশ কৰিছে। কাউণ্টে যেনেকৈ তেওঁৰ স্থূল শৰীৰটোৰে থিতাতে পাকটো মাৰি ধীৰ পদক্ষেপেৰে ঘূৰি ঘূৰি নাচি দেহভঙ্গিৰ অপ্ৰত্যাশিত ক্ষিপ্ৰতা আৰু নমনিয়তাৰ দ্বাৰা দৰ্শকসকলক মোহিত কৰিছে, তেনেকৈ মাৰিয়া দিমিত্ৰিয়েভ্‌নাইও শৰীৰৰ অলপ কঁপনি তুলি, ঘূৰিবৰ আৰু খোজ পেলাবৰ সময়ত কান্ধ দুটা জোকাৰি আৰু হাত দুখনৰে সামান্য পকোৱা-পাক কৰিয়েই দৰ্শকবৃন্দৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিব পাৰিলে; তেওঁৰ শৰীৰৰ আকাৰ আৰু বয়সৰ কঠোৰতাৰ কথা ভাবি সকলোৱে তেওঁৰ প্ৰশংসা কৰিলে। নাচ ক্ৰমেই জীৱন্ত হৈ উঠিল। অন্যান্য সকলোৱে নিজৰ নিজৰ নাচৰ কথা পাহৰি কাউণ্ট আৰু মাৰিয়া দিমিত্ৰিয়িভ্‌নাকেই চাবলৈ ধৰিলে। অকল নাটাচাই ঘূৰি ঘূৰি প্ৰত্যেকৰে পোছাকৰ আগ আৰু হাতত ধৰি টানি টানি কৈছে, "চোৱা, দেউতাক চোৱা।" নাচৰ বিৰতি হলেই কাউণ্টে বাদ্যযন্ত্ৰ বাদকসকলক আৰু বেছি জোৰে বাজনা বজাবলৈ কয়। বাজনা দ্ৰুত-লয়ত বাজিবলৈ আৰম্ভ কৰে, দ্ৰুতৰপৰা দ্ৰুততৰ, আৰু বেছি দ্ৰুততৰ হৈ বাজিবলৈ ধৰে। বাজনাৰ লগে লগে কাউণ্টে ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে; বাজনা যিমানেই দ্ৰুততৰ হয়, কাউণ্টেও সিমানে বেছিকৈ ঘূৰি ঘূৰি নাচে, কেতিয়াবা ভৰিৰ বুঢ়া-আঙুলিৰ ওপৰত, কেতিয়াবা গোৰোহাৰ ওপৰত ভৰ কৰি। তাৰপিছত তেওঁ মাৰিয়া দিমিত্ৰিয়েভ্‌নাৰ চাৰিওফালে এনেকৈ ঘূৰিবলৈ ধৰিলে যেন তেওঁ উৰিবহে ধৰিছে। অৱশেষত তেওঁ সঙ্গিনীক এটা জোৰে পাক দি তেওঁক তেওঁৰ আসনত নি বহুৱাই দিলে, তাৰপিছত কাউণ্টে তেওঁৰ শেষ খেলা দেখুৱালে: তেওঁৰ শকত শকত ভৰি দুখনৰ এখন পাছফালে কঁকালৰ সমান ওপৰলৈ দাঙি ধৰিলে, ইখন ভৰিৰ ওপৰত থিয় হৈ ঘামত তিতি উঠা মূৰটো তললৈ হলাই দিলে আৰু হাত দুখন দুই-ফালে সমানে মেলি ধৰি হাঁহিবলৈ ধৰিলে। নাটাচাৰে সৈতে সকলো দৰ্শকৰে হাত চাপৰি, উচ্চ প্ৰশংসা আৰু সমবেত হাঁহিৰ উচ্চ-ৰোলত ঘৰ ৰজনজনাই উঠিল। নাচৰ দুই সঙ্গীয়ে নীৰৱে থিয় হৈ ঘন ঘনকৈ উশাহ লবলৈ ধৰিলে আৰু ৰুমালেৰে মুখৰ ঘাম মচি পেলাবলৈ ধৰিলে।

কাউণ্টে কলে, "আমাৰ সময়ত আমি এইদৰেই নাচিছিলো, বুজিছে নে বান্ধৱী।"

চোলাৰ দীঘল হাত দুটা ওপৰলৈ কোঁচাই লৈ এটা দীঘল উশাহ পেলাই মাৰিয়া দিমিত্ৰিয়েভনাই উত্তৰ দিলে, "ইয়াকেই তো কয় 'ডানিয়েল কুপাৰ' !"

## [ ওঠৰ ]

বস্তুভ পৰিয়ালৰ নাচ-ঘৰত যেতিয়া দুই নম্বৰ নাচ চলিছিল, ক্লান্ত বাদ্যযন্ত্ৰ বাদকসকলৰ বাজনাত ভুল হব ধৰিছিল, আৰু পৰিশ্ৰান্ত পৰিচাৰক আৰু বান্ধৱীবিলাকে ৰাতিৰ খোৱাৰ আয়োজন কৰি আছিল, সেই সময়তে কাউণ্ট বেজুখভৰ ষষ্ঠবাৰ ৰোগৰ আক্ৰমণ হ'ল। ডাক্তৰসকলে জনাই দিলে আৰোগ্য লাভ অসম্ভৱ, আৰু কোনো আশা নাই। নীৰৱ 'দোষ-স্বীকৃতিৰ' পিছত মুমূৰ্ষু মানুহগৰাকীৰ শেষ 'ভোজনানুষ্ঠান' কৰা হ'ল, তেল ঘঁহা অনুষ্ঠানো আয়োজন কৰা হয়। এইবোৰ অনুষ্ঠান কৰিবৰ সময়ত সাধাৰণতে যি হয়—ঘৰখনত এক হুলস্থূল আৰু উৎকণ্ঠা চলিবলৈ ধৰিলে। ঘৰৰ বাহিৰত গেটৰ সিপাৰে এদল চণ্ডাল আহি উপস্থিত হৈছেহি, কোনো গাড়ী আহি থিয় হোৱা দেখিলেই সিহঁত লুকায়; আচলতে এটা ব্যয়বহুল অন্ত্যেষ্টিৰ নিৰ্দেশৰ আশাতেই সিহঁতে অপেক্ষা কৰি আছে। মস্কোৰ সামৰিক শাসনকৰ্তাই ইমান দিনে কাউণ্টৰ স্বাস্থ্যৰ খবৰ লবৰ বাবে সচৰাচৰ এড্-ডি-কঙকেই পঠিয়াইছিল; কেথাৰিনৰ দৰবাৰৰ বিখ্যাত প্ৰবীণ সদস্য কাউণ্ট বেজুখভক শেষ বিদায় জনাবৰ বাবে আজি সন্ধ্যা সময়ত তেওঁ নিজেই আহিছে।

কাউণ্টৰ জাকজমকপূৰ্ণ অভ্যৰ্থনা-ঘৰটো শেষবাৰৰ কাৰণে তেওঁক চাবলৈ অহা বিভিন্ন মানুহেৰে ভৰি পৰিছে। মৃত্যুমুখী মুমূৰ্ষু মানুহগৰাকীৰ কাষত নিৰলে প্ৰায় আধা-ঘণ্টা সময় কটাই সামৰিক শাসনকৰ্তা যেতিয়া ওলাই আহিল তেতিয়া সকলোৱে সসম্মানে উঠি থিয় হ'ল। কোনোমতে তেওঁলোকৰ অভিবাদনক স্বীকৃতি জনাই, আৰু যিমান দূৰ সম্ভৱ সোনকালে ডাক্তৰ, পুৰোহিত, আৰু পৰিয়ালৰ আত্মীয়-কুটুমৰ স্থিৰ দৃষ্টিৰ হাতৰপৰা ৰক্ষা পোৱাৰ আশাত সামৰিক শাসনকৰ্তা ওলাই গুচি গ'ল। যোৱা কেইদিনতেই প্ৰিন্স ভাচিলি বহুত ক্ষীণাই গৈছে, শেঁতা পৰি গৈছে তেওঁৰ চকু-মুখ। তেওঁ নীচেই ক্ষীণ অনুচ্চ

সুৰত সামৰিক শাসনকৰ্তাগৰাকীক কাণে কাণে কোৱাদি কিবা কথা কৈ কৈ গেটলৈকে তেওঁক আগবঢ়াই দিলে।

সামৰিক শাসনকৰ্তাগৰাকী গুচি যোৱাৰ পিছত প্ৰিন্স ভাচিলি উভতি আহি নাচ-ঘৰৰ এখন চকীত বহি পৰিল; এখন ভৰিৰ ওপৰত আনখন ভৰি তুলি হাতেৰে চকু ঢাকি তাত অকলে নীৰৱে বহি থাকিল। সেইদৰে কিছুসময় বহি থকাৰ পিছত তেওঁ উঠি থিয় হ'ল, ভয়ে ভয়ে চাৰিওফালে চকু ঘূৰাই চালে, তাৰপিছত হঠাৎ বেগেৰে দীঘল কৰিডোৰটো পাৰ হৈ ঘৰৰ পাছফালৰ ডাঙৰ প্ৰিন্সেচৰ থকা-ঘৰৰ ফালে গুচি গ'ল।

অভ্যৰ্থনা-ঘৰত অনুজ্জ্বল পোহৰত যিসকলে বহি আছিল, তেওঁলোকে ফুচ্‌ফাচ্‌কৈ কথা কোৱা-কুই কৰিছিল। যেতিয়াই কোনোবাই মুমূৰ্ষু কাউণ্টৰ ঘৰত সোমায় বা তাৰপৰা ওলাই আহে তেতিয়াই তেওঁলোকে দুৱাৰ খোলাৰ লগে লগে নিমাত-নীৰৱ হৈ পৰে, আৰু কৌতূহল আৰু প্ৰত্যাশাৰ চাৱনিৰে দুৱাৰৰ ফালে চায়।

"মানৱ জীৱনৰ সীমা তো নিৰ্দিষ্ট; তাক পাৰ হৈ যোৱাটো সম্ভৱ নহবও পাৰে," বুঢ়া পুৰোহিতে এগৰাকী মহিলাক কলে। মহিলাগৰাকীয়ে তেওঁৰ কাষতে বহি সৰলভাৱে তেওঁৰ কথা শুনি গৈছিল।

"কিন্তু 'তেল-ঘঁহা অনুষ্ঠান'ৰ কাম আৰম্ভ কৰাত পলম হৈ যোৱা নাই নে?" মহিলাগৰাকীয়ে সুধিলে।

"ওস্ ম্যাডাম, সেইটো তো এটা বৰ ডাঙৰ অনুষ্ঠান," টপা মূৰটোৰ যৎসামান্য চুলিকোছাত হাত বুলাই বুলাই পুৰোহিত-জনে কলে।

ঘৰৰ আনটো চুকত বহি থকা এজনে সুধিলে, "তেখেত কোন? স্বয়ং সামৰিক শাসনকৰ্তা নেকি? দেখাত একেবাৰেই ডেকা মানুহৰ দৰে।"

"কিন্তু তেওঁৰ বয়স ষাঠিৰ ওপৰ। শুনিলো, কাউণ্টে বোলে এতিয়া কাকো চিনিব নোৱাৰা হৈছে? তেওঁলোকে তো 'তেল-ঘঁহা অনুষ্ঠান'টো কৰি পেলাব খুজিছে।"

"মই কিন্তু এনেকুৱা মানুহৰ কথাও শুনিছো যাৰ সাতবাৰ 'তেল-ঘঁহা অনুষ্ঠান' হৈ গৈছিল।"

মাজু প্ৰিন্সেচ এইমাত্ৰ ৰোগীৰ ঘৰৰপৰা ওলাই আহিছে। কান্দি কান্দি তেওঁৰ চকু ৰঙা হৈ গৈছে। তেওঁ ডাঃ লোৰেনৰ কাষত গৈ বহিল। কেথাৰিনৰ প্ৰতিকৃতিৰ তলত টেবুলৰ ওপৰত কিলাকুটিত ভৰ দি ডাক্তৰ গম্ভীৰ হৈ বহি আছিল।

বতৰ সম্পৰ্কে এটা প্ৰশ্নৰ উত্তৰ দি ডাক্তৰে কলে, "সুন্দৰ। বতৰ বৰ ভাল প্ৰিন্সেচ, তদুপৰি মস্কোত থাকিলে ভাব হয় যে গাওঁতেই আছো।"

এটা হুমুনিয়াহ পেলাই প্ৰিন্সেচে কলে, "এৰা, আপুনি ঠিকেই কৈছে। তেনেহলে তেওঁক অলপ পানী বা সেই জাতীয় কিবা দিব পাৰি নেকি?"

লোৰেনে চিন্তা কৰিবলৈ ধৰিলে।

"ঔষধ খাইছে নে?"

"হয়, খাইছে।"

ডাক্তৰে ঘড়ী চালে।

"বাৰু তেনেহলে তেওঁক এগিলাচ উতলোৱা পানীত এচিকটা নিমখ মিহলাই খাবলৈ দিয়ক।" এচিকটা বোলোতে কিমান-কণ তাক তেওঁৰ দুটা আঙুলিৰ আগেৰে দেখুৱাই বুজাই দিলে।

এজন জাৰ্মান ডাক্তৰে এগৰাকী এড্-ডি-কঙক কলে, "তৃতীয় আক্ৰমণৰ পিছতো কোনো ৰোগী জীয়াই আছে তেনেকুৱা উদা-হৰণ পাবলৈ বৰ টান।"

এড্-ডি-কঙে কলে, "অথচ তেওঁ কিমান নিয়মত চলিছিল, আৰু তেওঁৰ শৰীৰটোও কিমান ভাল আছিল।" তাৰ পিছত তেওঁ ফুচ্ফাচ্কৈ কলে, "তেওঁৰ সম্পত্তিৰ উত্তৰাধিকাৰী কোন হব?"

জাৰ্মান ডাক্তৰজনে হাঁহি উত্তৰ দিলে, "তাৰ কাৰণে মানুহৰ অভাৱ নহব।"

ডাঃ লোৰেনৰ নিৰ্দেশ অনুযায়ী নিমখ-পানী তৈয়াৰ কৰি মাজু প্ৰিন্সেচ ৰোগীৰ ঘৰত সোমাল। দুৱাৰত শব্দ হোৱাৰ লগে লগে সকলোৱে আকৌ এবাৰ দুৱাৰৰ ফালে মুখ দাঙি চালে। জাৰ্মান ডাক্তৰজন লোৰেনৰ ওচৰলৈ উঠি গ'ল।

জাৰ্মান ডাক্তৰজনে বেয়া উচ্চাৰণেৰে ফৰাচী ভাষাত সুধিলে, "আপুনি বাৰু ভাবে নে ৰাতিপুৱালৈকে জীয়াই থাকিব বুলি?"

ডাঃ লোৰেনে মুখেৰে এক বিৰূপ ভঙ্গি কৰি এটা আঙুলি না-সূচকভাৱে জোৰে জোৰে জোকাৰিবলৈ ধৰিলে। ফুচ্ফাচ্কৈ

কাণে কাণে তেওঁক কলে, "বৰ বেছি আজি ৰাতিটো, তাৰপিছত আৰু নাই।" তেওঁ যে ৰোগীৰ অৱস্থা সঠিককৈ বুজিব পাৰিছে আৰু কব পাৰিছে এই আত্মতৃপ্তিত শিষ্টাচাৰসম্মতভাৱে লাহেকৈ হাঁহি আঁতৰি গুচি গ'ল।

সিফালে প্রিন্স ভাচিলি দুৱাৰ মেলি প্রিন্সেসৰ ঘৰত সোমাল।

কোঠালীটোৰ ভিতৰখন প্রায় অন্ধকাৰ, এমাত্র দেৱমূর্তিৰ সমুখত দুডাল সৰু মমবাতি জ্বলি আছে, ঘৰৰ ভিতৰত ফুল আৰু ধূপৰ সুগন্ধ বিয়পি আছে। কোঠালীটোৰ ভিতৰখন সৰু টেবুল, চকী, দেৰাজ ইত্যাদিৰে ভৰা। পৰ্দা এখনৰ সিপাৰে এখন ওখ, বগা পাখিৰ বিচনা চকুত পৰিল। এটা সৰু কুকুৰে ভুকিবলৈ আৰম্ভ কৰিলে।

"কোন, ককাইদেউ ?"

প্রিন্সেসে উঠি চুলিবোৰ ঠিকঠাক কৰি ললে? অৱশ্যে তাইৰ চুলিবোৰ পৰিপাটিয়েই আছিল।

"কি হ'ল, কিবা দুর্ঘটনা ঘটিছে নেকি?" তাই অস্থিৰভাৱে সুধিলে। "মোৰ বৰ ভয় লাগি আছে।"

ক্লান্তভাৱে চকীখনত বহি লৈ প্রিন্সে লাহে লাহে কলে, "নাই, কোনো পৰিবর্তন নাই। মই আহিছো তোমাৰ লগত অলপ কামৰ কথা পাতিবলৈ, বুজিছা কাটিচে ভনীটী। ঘৰটো কিন্তু ভাল উমাল কৰি ৰাখিছা। বহাচোন, বহা, অলপ কথা পাতো।"

মুখৰ কঠোৰ ভাবৰ কোনো পৰিবর্তন নকৰাকৈয়ে প্রিন্সেসে কলে, "মই ভাবিলো বোধহয় কিবা ঘটিছে। অলপ শুবলৈ চেষ্টা কৰিছিলো, কিন্তু নোৱাৰিলো।"

"বুজিছা ভনীটী!" প্রিন্স ভাচিলিয়ে প্রিন্সেসৰ হাতখনত ধৰি অভ্যাস অনুযায়ী তলৰ ফালে হেঁচুকি দিলে।

এই 'বুজিছা'ৰ অর্থ যে দুয়োজনেই ভালদৰে জানে সেইটো স্পষ্ট বুজিব পৰা গ'ল।

প্রিন্সেসৰ শৰীৰৰ গঠন ক্ষীণ-পাতল যদিও পোন আৰু দৃঢ়, ভৰি দুখনৰ তুলনাত কঁকালৰপৰা ওপৰৰ অংশ অস্বাভাৱিক ধৰণে দীঘল। তাই প্রিন্স ভাচিলিৰ মুখলৈ পোনে পোনে চালে, শেঁতা পৰা চকুযুৰিত আবেগৰ কোনো চিন নাই। তাৰপিছত

মুৰটো জোকাৰি এটা হুমুনিয়াহ পেলাই দেৱমূৰ্তিটোৰ ফালে ঘূৰি চালে। এয়া দুখ আৰু ভক্তিৰ লক্ষণ হব পাৰে, আকৌ ভাগৰ আৰু তাৰ বাবে জিৰণিৰ কামনাৰ লক্ষণও হব পাৰে। প্ৰিন্স ভাচিলিয়ে ইয়াক ভাগৰ আৰু জিৰণিৰ লক্ষণ বুলিয়েই ভাবি ললে।

তেওঁ কলে, "আৰু মই? মোৰ পক্ষে ঘটনাটো বৰ সহজ বুলি ভাবিছা নেকি? ডাক-গাড়ীৰ ঘোঁৰাৰ দৰে একেবাৰেই ভাগৰি পৰিছো। তথাপি তোমাৰ লগত মই কিছু কথা কবই লাগিব কাটিচে, অতি গুৰুতৰ কথা।"

খীণ হাতখনেৰে সৰু কুকুৰটোক কোলাত তুলি লৈ প্ৰিন্সেচ কাটিচে আগ্ৰহেৰে প্ৰিন্স ভাচিলিৰ মুখলৈ চালে। মনে মনে তাই স্থিৰ কৰি পেলাইছে যে প্ৰথমে তাই কথা নকব, তাৰ কাৰণে লাগিলে তাই গোটেই ৰাতি পাৰ কৰি দি বাক্তিপুৰুষলৈকে অপেক্ষা কৰি থাকিব।

নিজৰ মনৰ লগত কিছুসময় যুঁজ কৰি প্ৰিন্স ভাচিলিয়ে এইবাৰ আচল কথা আৰম্ভ কৰিলে, "বুজিছা, মোৰ মৰমৰ প্ৰিন্সেচ, মোৰ চেনেহৰ ভনীটী কেথাৰিন চেমেনভ্‌না, এনেকুৱা মুহূৰ্তত সকলো কথা ভাবিবই লাগিব। ভৱিষ্যতৰ কথা, তোমালোক সকলোৰে কথা—আটাইবোৰেই ভালদৰে ভাবিব লাগিব। তুমিতো জানা, তোমালোক তিনিও ভনীকেইটী মই নিজৰ ল'ৰা ছোৱালীৰ দৰেই ভালপাওঁ।"

প্ৰিন্সেচে অকণো লৰচৰ নকৰাকৈ একেভাবেই নীৰৱে তেওঁৰ মুখলৈ চাই থাকিল।

প্ৰিন্স ভাচিলিয়ে সমুখৰ সৰু টেবুলখন অলপ ঠেলি আঁতৰাই দি প্ৰিন্সেচৰ ফালে নোচোৱাকৈয়ে আকৌ কবলৈ ধৰিলে, "তাৰপিছত অৱশ্যে মোৰ নিজৰ পৰিয়ালৰ কথাও ভাবিব লাগিব। তুমিতো জানা কাটিচে, আমি—তোমালোক তিনিজনী মামভ্‌ভ ভনী আৰু মোৰ পত্নী—আমিয়েই কাউণ্টৰ একমাত্ৰ প্ৰত্যক্ষ উত্তৰাধিকাৰী। মই জানো, এতিয়া এই সময়ত মনৰ এনেকুৱা উথল-থুথল অৱস্থাত এইবোৰ বিষয়ে আলোচনা বা চিন্তা কৰা যে তোমাৰ পক্ষে কিমান টান সেইকথা মই ভালদৰেই জানো। মোৰ পক্ষেওতো কামটো সহজ নহয়! কিন্তু ভনীটী, মোৰ

বয়সতো যাঠিয়েই হ'ল, মইতো সকলো অৱস্থাৰ কাৰণে সাজু হৈ থাকিব লাগিব। তুমি জানা নে, মই পিয়েৰকো মাতি পঠিয়াইছো? কাউণ্ট," কোঠালীটোত থকা কাউণ্টৰ প্ৰতিকৃতিৰ ফালে আঙুলিয়াই, "তাকো মাতি পঠিওৱাটো নিশ্চয় বিচাৰিব।"

প্ৰিন্স ভাচিলিয়ে কিবা এটা উত্তৰৰ আশাত কৌতূহলেৰে প্ৰিন্সেসচৰ মুখলৈ চালে, কিন্তু তাই তেওঁ কোৱা কথাবোৰ চিন্তা কৰিছে নে এনেয়ে চাই আছে সেইটো বুজিব নোৱাৰিলে।

প্ৰিন্সেসচে কলে, "চোৱা ককাইদেউ, ঈশ্বৰৰ ওচৰত মই মাত্ৰ এটা প্ৰাৰ্থনাকেই কৰিছো, প্ৰভুৱে যেন তেওঁক কৃপা কৰে, তেওঁৰ মহান আত্মা যেন শান্তিৰে এই পৃথিৱী এৰি···"

"নিশ্চয়, নিশ্চয়, ঈশ্বৰে যেন তাকেই কৰে," অধৈৰ্য হৈ তাইৰ কথাত বাধা দি প্ৰিন্স ভাচিলিয়ে কৈ উঠিল। টপা মুৰটোত হাত ফুৰাই ফুৰাই তেওঁ সৰু টেবুলখন আকৌ নিজৰ ওচৰলৈ টানি আনিলে—যিখনক অলপ আগতে তেওঁ খঙেৰে ঠেলি আঁতৰাই দিছিল। "কিন্তু চমু কথাত ঘটনাটো হ'ল এনেকুৱা··· তুমি নিজেও জানা যে যোৱা শীতকালত কাউণ্টে এখন উইল কৰি তেওঁৰ প্ৰত্যক্ষ উত্তৰাধিকাৰ আমাক নকৰি কৰি দিছে পিয়েৰক।"

প্ৰিন্সেসচে শান্তভাৱে উত্তৰ দিলে, "উইল তো তেওঁ বহুতো কৰিছে। কিন্তু পিয়েৰ তেওঁৰ উত্তৰাধিকাৰ কোনোমতেই হব নোৱাৰে। পিয়েৰ হ'ল তেওঁৰ অবৈধ সন্তান।"

সৰু টেবুলখনক দুই হাতেৰে খামুচি ধৰি আৰু উত্তেজিত-ভাৱে প্ৰিন্স ভাচিলিয়ে হঠাৎ উচ্চ কণ্ঠে কবলৈ ধৰিলে, "কিন্তু ভনীটী, সম্ৰাটৰ ওচৰত যদি এনেকুৱা এখন চিঠি লিখি দিয়া থাকে যিখনত কাউণ্টে পিয়েৰক বৈধ সন্তান হিচাপে স্বীকৃতিৰ বাবে আবেদন জনাইছে? কাউণ্টৰ ৰাজসেৱাৰ কথা বিবেচনা কৰি তেওঁৰ সেই অনুৰোধ যে মঞ্জুৰ হব পাৰে সেইকথা বুজিব পাৰিছা নে নাই?···"

প্ৰিন্স ভাচিলিৰ কথাবোৰ শুনি প্ৰিন্সেসচে এনেভাৱে হাঁহি দিলে যেন তাই সকলো কথা আগবপবাই জানে, আনকি প্ৰিন্সতকৈ বহুত বেছি জানে।

তাইৰ হাতখনত ধৰি প্ৰিন্সে এইবাৰ কবলৈ আৰম্ভ কৰিলে, "তোমাক মই আৰু কব পাৰো---চিঠিখন লিখা হৈছিল কিন্তু পঠোৱা হোৱা নাই, কিন্তু সম্ৰাটে সেই চিঠিৰ কথা জানে। এতিয়া কথা হ'ল, সেই চিঠিখন নষ্ট কৰি পেলোৱা হৈছে অথবা হোৱা নাই? যদি চিঠিখন আছে, তেনেহলে যি মুহূৰ্ততে সকলো শেষ হৈ যাব আৰু কাউণ্টৰ কাগজ-পত্ৰ খোলা হব তেতিয়াই উইল আৰু চিঠিখন সম্ৰাটৰ ওচৰলৈ পঠিয়াই দিয়া হব, আৰু তেতিয়া চিঠিৰ আবেদন নিশ্চয় মঞ্জুৰ হব। তাৰ পিছত বৈধ সন্তান হিচাপে পিয়েৰে কাউণ্টৰ সকলো সম্পত্তি অনায়াসে পাব।"

"আৰু আমাৰ অংশ?" এটা বিদ্ৰূপৰ হাঁহি মাৰি প্ৰিন্সেসচে এনেভাৱে প্ৰশ্নটো কৰিলে যেন সেইটোত বাদে যি কোনো ঘটনা ঘটিব পাৰে।

"হায় কাটিচে, এইটো যে দিনৰ পোহৰৰ দৰেই জলজল পটপট! সিয়েই হব সকলো সম্পত্তি, সকলো বিষয়ৰে আইন-সঙ্গত উত্তৰাধিকাৰী, আৰু তোমালোকে একোৱেই নাপাবা। গতিকে তুমি এতিয়া জানি লবই লাগিব ভনীটী, উইল আৰু চিঠিখন লিখা হৈছিল নে নাই, আৰু যদি লিখা হৈছিল তেনে-হলে সেইবোৰ নষ্ট কৰি পেলোৱা হৈছে নে নাই। আৰু সেইবোৰৰ কথা যদি কাৰো মনত নাই, তেনেহলে তুমি জানি লব লাগিব সেইবোৰ ক'ত আছে, সেইবোৰক বিচাৰি উলিয়াবই লাগিব, কাৰণ..."

"তাৰপিছত?" আকৌ বিদ্ৰূপেৰে হাঁহি প্ৰিন্সেসচে তেওঁৰ কথাত বাধা দিলে, কিন্তু তাইৰ চকুৰ ভাব অলপো সলনি নহ'ল। "মই তিৰোতা মানুহ, আৰু তোমাৰ মতেও আমি তিৰোতা মানুহবিলাক সকলো মূৰ্খ। কিন্তু মই এই কথাটো ভালদৰেই জানো: অবৈধ সন্তান সম্পত্তিৰ উত্তৰাধিকাৰী হব নোৱাৰে। জহৰা!" শেষৰ শব্দটো সংযুক্ত কৰি তাই যেন বুজাব খুজিলে যে এই শব্দটোৱে প্ৰিন্স ভাচিলিৰ বক্তব্যৰ অসাৰ-তাক ভালদৰেই প্ৰমাণ কৰি দিব।

"নাই, নহয় কাটিচে! তুমি কথাটো বুজিবই পৰা নাই!

তুমি ইমান বুদ্ধিমতী ছোৱালী, অথচ এই কথাটো কেলেই বুজিব পৰা নাই যে পিয়েৰক বৈধ সন্তান হিচাপে স্বীকৃতিৰ অনুৰোধ জনাই কাউণ্টে যদি সম্রাটলৈ চিঠি লিখে, তেনেহলে পিয়েৰ আৰু পিয়েৰ হৈ নাথাকে, সি হব তেতিয়া কাউণ্ট বেজুখভ, আৰু উইল অনুসৰি সিয়েই হব তেতিয়া সকলো বিষয়-সম্পত্তিৰে একমাত্র উত্তৰাধিকাৰী। এতিয়াই সেই উইল আৰু চিঠি যদি নষ্ট কৰি পেলোৱা নহয় তেনেহলে তোমালোকে কৰ্তব্যপৰায়ণা আছিলা বুলি সান্ত্বনা লাভ কৰাৰ বাহিৰে আন একো নাপাবা! এইটো কিন্তু একেবাৰেই সুনিশ্চিত।"

"উইল কৰা হৈছিল বুলি মই জানো, আৰু ইয়াকো জানো যে সেই উইল অসিদ্ধ। কিন্তু তুমি মোৰ ককাইদেউ হৈও মোক এজনী আঁকৰি বুলিয়েই ভাবা।" প্রিন্সেচে দৃঢ়ভাৱে কথাবোৰ কলে।

অধৈৰ্য হৈ প্রিন্স ভাচিলিয়ে কবলৈ আৰম্ভ কৰিলে, "মৰমৰ প্রিন্সেচ কেথাৰিন চেমেনভ্না, মই তোমাৰ লগত তৰ্ক বা কাজিয়া কৰিবলৈ অহা নাই, মই আহিছো মোৰ এজনী আত্মীয়া, পৰম আত্মীয়াৰ লগত তাইৰেই স্বাৰ্থ সম্বন্ধে কথা কবলৈ। শুনা, মই তোমাক এই দশমবাৰ কওঁ, সম্রাটলৈ লিখা কাউণ্টৰ চিঠি আৰু পিয়েৰৰ অনুকূলে তৈয়াৰ কৰা সেই উইল যদি কাউণ্টৰ কাগজ-পত্ৰৰ মাজত পোৱা যায়, তেনেহলে কিন্তু তুমি আৰু তোমাৰ ভনীহঁতৰ কোনেও উত্তৰাধিকাৰী হব নোৱাৰিবা। মোৰ কথা যদি বিশ্বাস নকৰা, এগৰাকী বিশেষজ্ঞৰ কথা নিশ্চয় বিশ্বাস কৰিবা। এইমাত্র মই দিমিত্রি অনুক্রিচ (পাৰিবাৰিক চলিচিটৰ) -ৰ লগত কথা পাতি আহিছো, তেৱোঁ সেই একে কথাকেই কৈছে।"

এই কথা শুনি প্রিন্সেচৰ মনৰ ভাব হঠাৎ সলনি হৈ গ'ল। তাইৰ পাতল ওঁঠদুটি শেঁতা পৰি গ'ল, আৰু চকুৰ চাৱনিৰ কোনো পৰিবৰ্তন হোৱা নাছিল যদিও কথা কবলৈ লওঁতেই মাতটো এনেভাৱে কঁপি কঁপি উঠিবলৈ ধৰিলে যাৰ কাৰণে তাই নিজেই আচৰিত হৈ গ'ল।

তাই কলে, "সেয়ে হলেতো বৰ ভাল হয়! মই কেতিয়াও একো বিচৰা নাই, আৰু এতিয়াও মোক একো নালাগে।"

কোলাৰপৰা কুকুৰটোক নমাই দি তাই গাউনটোৰ ভাঁজবোৰ ঠিক কৰিবলৈ ধৰিলে।

"আৰু এয়ে হ'ল তেওঁৰ কৃতজ্ঞতা—যিবিলাকে তেওঁৰ কাৰণে সকলো ত্যাগ কৰিছে এয়ে হ'ল সিহঁতৰ স্বীকৃতি।" প্ৰিন্সেচে হঠাৎ চিঞৰি কৈ উঠিল। "সুন্দৰ ব্যৱস্থা! অতি চমৎকাৰ! মোক একো নালাগে প্ৰিন্স।"

"তোমাক নালাগিব পাৰে, কিন্তু তুমি তো একলশৰীয়া নোহোৱা। তোমাৰ ভনীহঁত আছে,..." প্ৰিন্স ভাচিলিয়ে কলে।

তেওঁৰ কথাত কাণ নিদি প্ৰিন্সেচে আপোন মনে কবলৈ ধৰিলে, "মই জানিছিলো, বহুত আগৰপৰাই মই এই সকলো কথা জানিছিলো, কিন্তু মই পাহৰি গৈছিলো। মই জানিছিলো নীচতা, প্ৰবঞ্চনা, ঈৰ্ষা, ষড়যন্ত্ৰ আৰু অকৃতজ্ঞতা—অতি জঘন্য অকৃতজ্ঞতাৰ বাহিৰে এইখন ঘৰত মই আৰু একোৱেই আশা কৰিব নোৱাৰো। ..."

"উইলখন ক'ত ৰখা আছে সেইটো তুমি জানা নে নাই?" প্ৰিন্স ভাচিলিয়ে তথাপি তাইক সুধিলে। তেওঁৰ গাল-মুখ আগতকৈও বেছি কোঁচ খাই গৈছে।

"এৰা, সঁচাকৈয়ে মই আঁকৰী! মই মানুহক বিশ্বাস কৰিছিলো—এতিয়াও বিশ্বাস কৰো, মানুহক ভালপাওঁ, সিহঁতৰ কাৰণে নিজক বিলাই দিওঁ। কিন্তু যিবিলাক নীচ, যিবিলাক পাপী, অৱশেষত সিহঁতৰেই জয় হয়! ষড়যন্ত্ৰ! মই জানো কোনে এই ষড়যন্ত্ৰ চলাইছে।"

প্ৰিন্সেচে ওলাই যাবলৈ খোজ ললে কিন্তু প্ৰিন্স তাইক হাতত ধৰি ৰখালে। প্ৰিন্সেচৰ তেতিয়া মনৰ এনেকুৱা অৱস্থা যে গোটেই মানৱ জাতিটোৰ ওপৰতেই তাই যেন বিশ্বাস হেৰুৱাই পেলাইছে। খঙেৰে তাই প্ৰিন্সৰ মুখলৈ চালে।

"এতিয়াও সময় আছে ভনীটী। তুমি মনত ৰাখিব লাগিব কাটিচে যে এই আটাইবোৰ কাম কৰা হৈছিল নভবা-নিচিন্তাকৈ, এটা খঙৰ মুহূৰ্তত, বেমাৰত অসুস্থ অৱস্থাত, আৰু তাৰপিছত সেই সম্বন্ধে কোনো কথা মনত নাছিল। এতিয়া আমাৰ কৰ্তব্য হ'ল এই ভুলক সংশোধন কৰা, এই অন্যায় কামৰপৰা বিৰত কৰি তেওঁৰ অন্তিম মুহূৰ্তবোৰক শান্তিৰে ভৰপূৰ কৰি তোলা—যাতে এই বেদনাদায়ক অনুভূতি লৈ তেওঁ দেহত্যাগ কৰিবলগীয়া নহয় যে সিহঁতকেই তেওঁ অসুখী কৰি থৈ গ'ল যিবিলাকে ..."

প্ৰিন্সেচে তেওঁৰ কথাৰ লগত সুৰ মিলাই কলে, "মিখিলাকে তেওঁৰ কাৰণে সৰ্বস্ব ত্যাগ কৰিছে, যদিও তেওঁ সেই ত্যাগৰ কোনো মূল্য কেতিয়াও দিয়া নাই। নহয় ককাইদেউ, মই সদায় মনত ৰাখিম যে এই জগতত কোনো মানুহেই কোনো প্ৰকাৰৰ পুৰস্কাৰ আশা কৰা উচিত নহয়, এই জগতত মান-সন্মান বা ন্যায় বুলি কোনো বস্তু নাই। এই জগতত মানুহ অকল ধূৰ্ত আৰু নিষ্ঠুৰ হব লাগিব।"

"শুনা, শুনা ভনীটী, অবুজ নহবা। তোমাৰ অন্তৰ, তোমাৰ হৃদয় মহৎ বুলি মই জানো।"

"নহয়, মোৰ হৃদয় পাপীৰ হৃদয়।"

"তুমি মিছাতেই নোকোৱা, তোমাৰ হৃদয় মই চিনি পাওঁ," প্ৰিন্সে দোহাৰিলে। "তোমাৰ বন্ধুত্বক মই মূল্যও দিওঁ, আৰু মই আশা কৰো যে মোৰ সম্বন্ধেও তোমাৰ সেই একেই অভিমত। এইদৰে নিৰাশ নহবা ভনীটী; এদিন হওক বা এঘণ্টা হওক, এতিয়াও সময় আছে, আহা আমি বুদ্ধি-বিবেচনাৰে আলোচনা কৰোহঁক। উইল সম্পৰ্কে সকলো কথা মোক খোলোচাকৈ কোৱা। সেইখন ক'ত আছে নিশ্চয় তুমি জানা। এই মুহূৰ্তেই সেইখন লৈ গৈ তুমি কাউণ্টক দেখুৱাই দিয়া। উইলখনৰ কথা নিশ্চয় তেওঁ সমূলি পাহৰি গৈছে, এতিয়া দেখিলেই তাক নষ্ট কৰি পেলাব। তুমি বিশ্বাস কৰা, তেওঁৰ মনৰ বাসনাক সঠিকভাৱে পূৰ্ণ কৰাটোৱেই মোৰ কামনা। একমাত্ৰ এই কাৰণেই মই ইয়ালৈ আহিছো। তেওঁক আৰু তোমাক সহায় কৰিবৰ বাবেই মই আহিছো।"

"এতিয়া মই সকলো বুজিব পাৰিছো। মই জানো কোনে ষড়যন্ত্ৰ কৰিছে — এৰা, মই জানো।" প্ৰিন্সেচে চিঞৰি কৈ উঠিল।

"কিন্তু সেইটো আচল কথা নহয় ভনীটী।"

"ষড়যন্ত্ৰকাৰী তোমালোকৰ সেই আশ্ৰিতা, সেই মিঠামুৱা প্ৰিন্সেচ দ্ৰুবেৎস্কায়া, সেই আন্না মিখায়লভ্‌না, যাক মই ঘৰৰ চাকৰণী হিচাপেও ৰাখিবলৈ সন্মত নহওঁ,…কুখ্যাত, নীচ তিৰোতা মানুহ।"

"এতিয়া আমি অলপো সময় নষ্ট কৰা উচিত নহয়⋯"

"আঃ, মোৰ লগত কথা নকব ! যোৱা শীতকালত সেই মিঠামুৱা তিৰোতাজনী ইয়ালৈ আহিছিল। তাই আমাৰ সম্পৰ্কে, বিশেষকৈ চোফিৰ সম্পৰ্কে এনেকুৱা নীচ, লজ্জাজনক কথাবোৰ কৈছিল—যিবোৰ কথা মই উচ্চাৰণ কৰিবও নোৱাৰো—যাৰ ফলত কাউণ্ট অসুস্থ হৈ পৰিছিল। তাৰ পিছত তেওঁ সম্পূৰ্ণ দুসপ্তাহ আমাৰ লগত দেখাও কৰা নাই। মই জানো সেই সময়তেই তেওঁ এই নীচ ঘিণলগা কাগজখন লিখিছিল। কিন্তু তেতিয়া মই ভাবিছিলো এইটো অসিদ্ধ।"

"আমি শেষ মুহূৰ্তলৈ চেষ্টা কৰি চাব লাগিব। এইবোৰ কথা তুমি মোক আগতে কোৱা নাছিলা কেলেই ?"

তেওঁৰ প্ৰশ্নত কাণ নিদি প্ৰিন্সেচে কলে, "সেইখন তেওঁৰ কাৰু-কাৰ্য্য কৰা পোৰ্টফোলিও বাকচটোৰ ভিতৰত আছে যিটো তেওঁ সদায় তেওঁৰ গাৰুৰ তলত সুমুৱাই থয়। এতিয়া মই বুজিব পাৰিছো। এৰা, মোৰ মনত যদি কোনো পাপ থাকে, মহাপাপ, তেন্তে সি হ'ল সেই নীচ তিৰোতা মানুহজনীৰ প্ৰতি তীব্ৰ ঘৃণা।" প্ৰিন্সেচ প্ৰায় আৰ্তনাদ কৰি উঠিল, "এতিয়া তাই একেবাৰেই সলনি হৈ গৈছে। কিহৰ কাৰণে তাই মকৰাৰ দৰে ইয়ালৈ আহিছিল ? কিন্তু মই তাইক চাই লম। এদিন সময় আহিবই।"

## [ উনৈশ ]

অভ্যৰ্থনা-ঘৰ আৰু প্ৰিন্সেচৰ ঘৰত যেতিয়া এইবোৰ কথা চলি আছিল তেতিয়া এখন গাড়ী পিয়েৰক (যাক মাতি পঠোৱা হৈছিল) আৰু আন্না মিখায়লভ্নাক (যি মহিলাগৰাকীয়ে তাৰ লগত অহাটো প্ৰয়োজনীয় বুলি ভাবিছিল)—এই দুজনক লৈ কাউণ্ট বেজুখভৰ ঘৰৰ আগ-চোতালত আহি থিয় হ'ল। গাড়ীৰ ভিতৰত আন্না মিখায়লভ্নাই সান্ত্বনা দিবৰ বাবে মুখ ঘূৰাই দেখিলে পিয়েৰ টোপনি গৈ আছে, মহিলাগৰাকীয়ে তাক মাতি জগালে। গাড়ীৰপৰা নামিয়েই পিয়েৰৰ মনত পৰিল এইবাৰ সি মুমূৰ্ষু দেউতাকৰ লগত দেখা কৰিব লাগিব। ঘৰৰ ভিতৰত সোমাবলৈ

গৈ সি লক্ষ্য কৰিলে সদৰ দুৱাৰৰ সলনি সিহঁতে পাছফালৰ দুৱাৰমুখত আহি থিয় হৈছে। সি গাড়ীৰপৰা নামিবৰ সময়ত কাৰিগৰৰ দৰে দেখাত দুজন মানুহ গেটৰপৰা দৌৰি গৈ ঘৰৰ দুইফালে আৰালত লুকালে। অলপ বৈ পিয়েৰে লক্ষ্য কৰিলে সেই ধৰণৰ আৰু কেইজনমান মানুহ ঘৰটোৰ দুয়োফালে আৰালত লুকাই আছে। কিন্তু সিহঁতক দেখিও আন্না মিখায়লভ্‌না, পৰিচাৰক বা কচোৱান কোনেও সিহঁতৰ ফালে নজৰ নিদিলে। 'দেখিছো ভাল যেনেই লাগিছে,' এইদৰে ভাবি পিয়েৰে মহিলাগৰাকীক অনুসৰণ কৰিলে। মহিলাগৰাকীয়ে বেগাই খটখটীৰে উঠি যাবলৈ ধৰিলে। পিয়েৰ অলপ পাছ পৰাত মহিলাগৰাকীয়ে ঘূৰি তাক বেগাই আহিবলৈ কৈ মাতিলে। কাউণ্টৰ ওচৰলৈ সি কিয় যোৱা প্ৰয়োজন সেই কথা সি বুজিব পৰা নাই, আৰু এইটোও বুজিব পৰা নাই কিয় সি পাছফালৰ দুৱাৰেদি ঘৰৰ ভিতৰলৈ যাব লগা হৈছে; তথাপি আন্না মিখায়লভ্‌নাই দৃঢ়ভাৱে বেগাই যাবলৈ ধৰা লক্ষ্য কৰি সি ধৰি ললে যে তেওঁৰ ওচৰলৈ যোৱাটো তাৰপক্ষে একান্ত প্ৰয়োজনীয়।

খটখটীৰ মাজভাগত ওপৰৰপৰা নামি অহা দুজন লগুৱাক পাই আন্না মিখায়লভ্‌নাই সুধিলে, "হেৰা, এইটো প্ৰিন্সেচহঁতৰ ঘৰলৈ যোৱা বাট হয় নে?"

যেন ঘৰখনত এতিয়া আৰু কোনো নিয়ম, কোনো বাধা নাই, তেনে ভাৱত সিহঁতে উত্তৰ দিলে, "হয়, সৌ বাওঁফালৰ দুৱাৰখনেই ম্যাডামসকলৰ!"

খটখটীৰ শেষ ধাপটোত ভৰি দি পিয়েৰে কলে, "কাউণ্টে হয়তো মোক মাতি পঠোৱা নাই। মই বাৰু মোৰ নিজৰ কোঠালৈকে যাওঁ।"

মহিলাগৰাকীয়ে পিয়েৰক পাছফালৰপৰা এখন হাতেৰে আঁকোৱালি ধৰি কলে, "চোৱা বোপাই, বিশ্বাস কৰা তোমাতকৈ মোৰ দুখ অলপো কম নহয়। কিন্তু তুমি মানুহ হব লাগিব?"

"কিন্তু সঁচাই কৈছো, মই গুচি যোৱাই ভাল।" পিয়েৰে কলে।

"আঃ, তোমাৰ প্ৰতি যদি কিবা অন্যায় কৰা হৈছেও, এতিয়া সেইবোৰ পাহৰি যোৱা। অকল ভাবা যে তেওঁ তোমাৰ দেউতা···

হয়তো এতিয়া তেওঁ মৃত্যু-যন্ত্ৰণাত ভুগিছে।" মহিলাগৰাকীয়ে এটা হুমুনিয়াহ এৰিলে। "প্ৰথমৰপৰাই তোমাক মই নিজৰ ল'ৰাৰ দৰে ভালপাওঁ। মোৰ ওপৰত ভাৰসা ৰাখা পিয়েৰ। তোমাৰ স্বাৰ্থ মই নাপাহৰো।"

পিয়েৰে এইবোৰ কথাৰ কোনো অৰ্থ বুজি নাপালে, কিন্তু এইবোৰ ঘটনা যে ঘটিবলৈ বাধ্য সেই ধাৰণা তাৰ মনত দৃঢ়তৰ হ'ল। বাধ্য ল'ৰাৰ দৰে সি আন্না মিখায়লভনাক অনুসৰণ কৰিলে। মহিলাগৰাকীয়ে ইতিমধ্যে এখন দুৱাৰ খুলি পেলাইছে।

সেই দুৱাৰখনেৰে তেওঁলোকে পাছফালৰ এটা সৰু কোঠালীত গৈ সোমাল। তাত এটা চুকত বহি প্ৰিন্সেসচৰ এজন বুঢ়া লগুৱাই এপাত মোজা গুঁঠি আছিল। ঘৰৰ এইফালটোত পিয়েৰে কেতিয়াও অহা নাই, এইবোৰ ঘৰৰ অস্তিত্বৰ কথাও সি নাজানে। এনেতে এটা পানীৰ জগেৰে সৈতে এখন ট্ৰে হাতত লৈ এজনী লিগিৰী সমুখৰ ফালৰপৰা লৰালৰিকৈ আহিবলৈ ধৰা পাই আন্না মিখায়লভনাই তাইক মৰমৰ মাতেৰে প্ৰিন্সেসচৰ খবৰ সুধিলে। তাৰপিছত তেওঁ পিয়েৰক লগত লৈ সমুখৰ ফালে আগুৱাই গ'ল। বাঁওফালৰ প্ৰথম দুৱাৰখনেৰে প্ৰিন্সেসহঁতৰ মহললৈ যোৱা বাট। লিগিৰিজনীয়ে লৰালৰিকৈ যাওঁতে কোঠালীটোৰ দুৱাৰখন বন্ধ নকৰাকৈ গৈছিল (সেই সময়ত ঘৰখনত সকলো কথাতে এটা অস্থিৰতা, বিশৃংখলা চলিছিল); পিয়েৰ আৰু আন্না মিখায়লভনাই সেই খোলা দুৱাৰখনৰ মাজেৰে দেখিবলৈ পালে প্ৰিন্স ভাচিলি আৰু ডাঙৰ প্ৰিন্সেসচে ঘনিষ্ঠ হৈ কথাপাতি আছে। তেওঁলোকক হঠাৎ তাত দেখিবলৈ পাই প্ৰিন্স ভাচিলি চঁক খাই উঠি অলপ আঁতৰি বহিল। আৰু প্ৰিন্সেসচে এজেঁাপে উঠি গৈ বেপৰোৱাভাৱে গাৰ বলেৰে দুৱাৰখন বন্ধ কৰি দিলে।

এই কামটো প্ৰিন্সেসচৰ স্বভাৱৰ পক্ষে ইমানেই অস্বাভাৱিক, আৰু প্ৰিন্স ভাচিলিৰ মুখত যি ধৰণৰ ভয়ৰ ভাব খেলি গ'ল সিও তেওঁৰ মৰ্যাদাৰ পক্ষে এনেকুৱা খাপ-নোখোৱা যে পিয়েৰে থমকি ৰৈ প্ৰশ্নসূচক চাৱনিৰে মহিলাগৰাকীৰ মুখলৈ চালে। কিন্তু আন্না মিখায়লভনা অলপো আচৰিত নহ'ল, মিচিকিয়াই

হাঁহি মাত্র এটা হুমুনিয়াহ এৰিলে—যেন কব খুজিছে তেওঁ এনেকুৱা কোনো ঘটনাকেই আশা কৰিছিল।

পিয়েৰৰ চাৱনিৰ উত্তৰত তেওঁ কলে, "মানুহ হবলৈ শিকা বাছা। তোমাৰ স্বাৰ্থ মই চাম।"—বুলি কৈয়ে তেওঁ বেগাই খোজ ললে।

পিয়েৰে এইবোৰ কথা একো বুজিব পৰা নাই, 'তাৰ স্বাৰ্থ চোৱা'ৰ অৰ্থ কি তাকো নুবুজিলে। কিন্তু সি ধৰি লৈছে যে যি হব ধৰিছে সেয়া হবলৈ বাধ্য। তেওঁলোক দুয়ো কৰিডোৰটোৰে হাতত সাৰে ভৰিত সাৰে আগবাঢ়ি গৈ কাউণ্টৰ অভ্যৰ্থনা ঘৰটোৰ ভিতৰত সোমাল। এই ঘৰটোও পিয়েৰৰ চিনাকি। বিভিন্ন মনীষীৰ আবক্ষ মূৰ্তি আৰু কেথাৰিন দি গ্ৰেটৰ এটা পূৰ্ণাবয়ৱ প্ৰতিকৃতিৰে সৈতে ঘৰটো সুসজ্জিত। তাত বহি ৰৈ থকা মানুহবিলাকে পৰস্পৰৰ মাজত ফুচফাচকৈ কথা কোৱাকুই কৰিছে। ঘৰৰ ভিতৰত নতুন মানুহ সোমোৱা দেখি সকলোৱে মূৰ দাঙি চালে—দেখিলে তেওঁলোকৰ সমুখত শেঁতা কন্দনামুৱা আন্না মিখায়লভ্না আৰু তলমূৰ কৰি থকা ভীৰু অনুসৰণকাৰী সুস্থ-সবল ডেকা পিয়েৰ।

আন্না মিখায়লভ্নাৰ মুখ দেখিয়েই বুজিব পৰা গ'ল, চৰম মুহূৰ্ত যে নিচেই ওচৰত সেই সম্বন্ধে তেওঁ অত্যন্ত সচেতন। তেওঁ বুজিব পাৰিছে, এনেকুৱা এজন মানুহক তেওঁ লগত লৈ আহিছে যাক চাবলৈ মৃত্যুমুখী মানুহগৰাকী ইচ্ছুক, গতিকে কাউণ্টৰ কোঠালীত প্ৰবেশ সম্পৰ্কে তেওঁ নিশ্চিত। ঘৰৰ চাৰিওফালে লৰালৰিকৈ চাই লৈ কাউণ্টৰ "স্বীকৃতি গ্ৰহণকাৰীক" দেখিবলৈ পাই ততালিকে সেইফালে আগবাঢ়ি গ'ল আৰু প্ৰথমে তেওঁৰ আৰু পিছত আন এজন পুৰোহিতৰ আশীৰ্বাদ গ্ৰহণ কৰিলে।

এজন পুৰোহিতক তেওঁ কলে, "ঈশ্বৰক ধন্যবাদ যে আমি ঠিক সময়ত আহি পাইছোহি। আমি মিতিৰ-কুটুমবিলাকে কি যে উৎকণ্ঠাৰে সময় কটাইছো।" তাৰপিছত তেওঁ মিহি সুৰত কলে, "এই ডেকা-ল'ৰাজন কাউণ্টৰ পুত্ৰেক। উস্ কি ভয়ঙ্কৰ মুহূৰ্ত!"

এই কথা কৈয়েই তেওঁ ডাক্তৰৰ ওচৰলৈ গ'ল।

"শুনক, ডাক্তৰ ডাণ্ডৰীয়া!" তেওঁ ফৰাচী ভাষাত ডাক্তৰক সম্বোধন কৰি পিয়েৰক দেখুৱাই কলে, "এওঁ কাউণ্টৰ পুতেক ···কোনো আশা আছে নে?" ডাক্তৰে অদৃশ্যজনৰ উদ্দেশ্যে ওপৰৰ ফালে চালে তাৰপিছত লাহে লাহে মূৰটো জোকাৰিলে। লগে লগে নিখায়লভ্‌নাৰ চকু দুটা প্ৰায় মুদ খাই আহিল আৰু এটা হুমুনিয়াহ ওলাই আহিল। তেওঁ পিয়েৰৰ কাষ চাপি আহি বিষাদ মনেৰে শ্ৰদ্ধা আৰু পুতৌ মিহলি সুৰত কলেঃ

"ঈশ্বৰৰ করুণাৰ ওপৰত বিশ্বাস ৰাখা, বোপাই!" এখন সৰু চোফা দেখুৱাই দি তাক তাত বহিবলৈ কৈ মহিলাগৰাকী দুৱাৰখনৰ ফালে লাহে লাহে আগুৱাই গ'ল। সকলোৰে স্থিৰ দৃষ্টি তেতিয়া সেই দুৱাৰখনৰ ওপৰত। দুৱাৰখনত ক্যাচ কৰে এটা ক্ষীণ শব্দ হ'ল, লগে লগে মহিলাগৰাকী দুৱাৰৰ সিপাৰে অদৃশ্য হৈ গ'ল।

পিয়েৰে মনে মনে স্থিৰ কৰিলে, তাৰ অভিভাৱিকাৰ সকলো কথা সি মানি চলিব। সেয়ে সি তেওঁ দেখুৱাই দি যোৱা চোফাখনৰ ফালে আগবাঢ়ি গ'ল। আন্না মিখায়লভ্‌না গুচি যোৱাৰ পিছ মুহূৰ্ততেই সি লক্ষ্য কৰিলে, ঘৰৰ ভিতৰৰ আটাই-বিলাক মানুহেই একমাত্ৰ তাকেই চাব ধৰিছে, প্ৰত্যেকৰে চকুত ফুটি উঠিছে কৌতূহল আৰু সহানুভূতি। অৰ্থপূৰ্ণ চাৱনিৰে তাৰ ফালে চাই সকলোৱে ফুচ্‌ ফাচ্‌কৈ কিবা কোৱাকুই কৰিছে। সকলোৱে তাক এনেকুৱা সন্মান দেখুৱাবলৈ আৰম্ভ কৰিছে যিটো ইয়াৰ আগতে সি কেতিয়াও পোৱা নাই। এগৰাকী অচিনাকি মহিলা আসনৰপৰা উঠি সেই আসনত পিয়েৰক সসন্মানে বহিবলৈ দিলে। পিয়েৰৰ এপাত হাত মোজা মাটিত পৰি গৈছিল, এজন এড্‌-ডি-কঙে উঠি আহি মোজাপাত তুলি তাৰ হাতত দিলে। ডাক্তৰে নীৰৱ শ্ৰদ্ধাৰে পিয়েৰক বাট এৰি দি আঁতৰি থিয় হ'ল। পিয়েৰেও এড্‌-ডি-কঙৰ হাতৰপৰা মোজাপাত লৈ মহিলাগৰাকীয়ে বহিবলৈ এৰি দিয়া আসনখনত মিছৰীয় মূৰ্তিৰ দৰে আঁঠুৰ ওপৰত হাত দুখন থৈ বহিল। মনে মনে সি ভাবিলে এই সকলো হ'ল নিয়তি, যি হবলগা সেয়ে হৈ আছে। যাতে এইবোৰ

দেখি-শুনি তাৰ মূৰটো ঘূৰি নাযায় অথবা এঁকবাৰ দৰে কোনো কাম কৰি নেপেলায় তাৰ কাৰণে সি আজি ৰাতি নিজৰ ইচ্ছাত কাম নকৰিব, যিসকলে তাক পৰিচালিত কৰি আছে তেওঁলোকৰ ইচ্ছাৰ ওপৰতেই নিজক সম্পূৰ্ণৰূপে এৰি দিব।

তাৰপিছত দুই মিনিট সময়ো পাৰ হোৱা নাই, এনেতে ৰাজকীয় ভঙ্গিৰে তলমূৰ কৰি অভ্যৰ্থনা-ঘৰত আহি সোমাল বুকুত তিনিটা তৰাৰে সৈতে লং-কোট পিন্ধা প্ৰিন্স ভাচিলি। তেওঁৰ মুখখন শেঁতা পৰি গৈছে। চাৰিওফালে ঘূৰি চাই যেতিয়া পিয়েৰক দেখিবলৈ পালে তেতিয়া তেওঁৰ চকুদুটা স্বাভাৱিকতকৈ অলপ ডাঙৰ হৈ গ'ল। তেওঁ পিয়েৰৰ ওচৰলৈ গৈ তাৰ হাত-খনত ধৰিলে ( এই কাম তেওঁ কেতিয়াও নকৰে ), আৰু হাতখনত জোৰ কিমান আছে বুজিবৰ বাবে তেওঁ তাৰ হাতখনত জোৰে এটা টিপা মাৰিলে।

"সাহস, বন্ধু সাহসৰ দৰকাৰ। তেওঁ তোমাৰ লগত দেখা কৰিব খুজিছে। বৰ ভাল কথা।" তেওঁ গুচি যাবলৈ উভতি থিয় হ'ল।

পিয়েৰৰ সুধিবৰ মন গ'ল : '···কেনে আছে,' কিন্তু সি ইতস্ততঃ কৰিলে, মৃত্যু-মুখী মানুহজনক 'কাউণ্ট' বোলা উচিত হব নে নাই বুজিব নোৱাৰিলে, আকৌ 'দেউতা' বুলিবলৈ তাৰ লাজ লাগিল।

"আধা ঘণ্টা আগত তেওঁৰ আৰু এটা আক্ৰমণ ( স্ট্ৰোক ) হৈছে। আকৌ আক্ৰমণ, বুজিছা। নিৰাশ নহবা বন্ধু, সাহস···"

পিয়েৰৰ মনটো ইমানেই বিচলিত হৈ আছিল যে 'আক্ৰমণ' কথাষাৰ শুনি আন কোনো আঘাত বুলিহে সি প্ৰথমে ভাবিছিল। বিবুদ্ধি হৈ সি প্ৰিন্স ভাচিলিৰ মুখলৈ চালে ; খন্তেক পিছত অৱশ্যে সি বুজিব পাৰিলে যে আক্ৰমণ মানে ৰোগৰ আক্ৰমণ। ভাচিলিয়ে যাবৰ সময়ত ডাঃ লোৰেনক যেন কিবা কৈ ভৰিৰ শব্দ নোহোৱাকৈ গৈ দুৱাৰখন লাহেকৈ মেলি ভিতৰলৈ সোমাই গ'ল। ডাঙৰ প্ৰিন্সেচে তেওঁক অনুসৰণ কৰিলে। পুৰোহিত-বিলাক, যাজকবিলাক আৰু ঘৰৰ কেইজনমান লগুৱাও দুৱাৰৰ ফালে আগবাঢ়ি গ'ল। দুৱাৰৰ ফাঁকেৰে ভিতৰত কিবা এটা আঁতৰাব ধৰা শব্দ ভাহি আহিল। এনেতে আন্না মিখাইলভ্না

মুখত কৰ্ত্তব্য-পালনৰ সেই একেই দৃঢ় ভঙ্গি লৈ বেগেৰে ওলাই আহিল আৰু পিয়েৰৰ কান্ধত লাহেকৈ ধৰি কলে ঃ

"ঈশ্বৰৰ অপাৰ কৰুণা। 'তেল-ঘঁহা অনুষ্ঠান' আৰম্ভ হবৰ হৈছে। ব'লা।"

নৰম কাৰ্পেটৰ ওপৰেদি খোজকাঢ়ি পিয়েৰ দুৱাৰৰ ওচৰলৈ আগুৱাই গ'ল। সেই অচিনাকি মহিলাগৰাকী, এড্-ডি-কং আৰু কেইজনমান লগুৱাও তাৰ পাছে পাছে আগবাঢ়ি গ'ল। পিয়েৰৰ ধাৰণা হ'ল, কাউণ্টৰ ঘৰৰ ভিতৰত সোমাবৰ বাবে এতিয়া আৰু তাৰ অনুমতিৰ আৱশ্যক নাই।

## [ বিছ ]

বহুত স্তম্ভ আৰু দেৱালেৰে বিভক্ত আৰু দেৱালবোৰত পাৰস্য দেশীয় স্কুলাম আঁৰকাপোৰ আৰি ৰখা এই ডাঙৰ ঘৰটো পিয়েৰৰ অতি পৰিচিত। ঘৰটোৰ একাষে আছে আঁঠুৱাতৰা এখন মেহগনি কাঠৰ কাৰুকাৰ্য-কৰা পালেং। আন ফালে বিৰাট আকাৰৰ আলমাৰিৰ ওপৰত দেৱমূৰ্তিবিলাকৰ সমুখত উজ্জ্বল শিখাৰে সৈতে ৰঙা বন্তি জ্বলি আছে, ৰুচ গিৰ্জাত সন্ধ্যা উপাসনাৰ সময়ত জ্বলোৱা বন্তিৰ দৰে। দেৱমূৰ্তিবোৰৰ তলত এখন দীঘল আৰামী-চকী পাৰি ৰখা আছে; তাৰ ওপৰত বৰফ-বগা গাঁৰুত মূৰ থৈ কঁকাললৈকে সেউজীয়া লেপ এখনেৰে ঢাকি আউজি বহি আছে তাৰ দেউতাক কাউণ্ট বেজুখভ, সিংহৰ কেশৰৰ দৰে তেওঁৰ বহল কপালখনৰ ওপৰত আহি পৰিছে পকা চুলিবোৰ, ধুনীয়া তেজ-ৰঙা মুখখনত বহুতো বলিৰেখাৰ আলপনা, শকত হাত দুখন লেপৰ বাহিৰত পোন হৈ পৰি আছে অচেতনভাৱে। সোঁহাতৰ মাজত এডাল জ্বলন্ত মমবাতি দি লগুৱা একনে তেওঁৰ হাত-খনক মুঠি কৰি এনেভাৱে ধৰি আছে যাতে মমবাতি ডাল ঠিকমতে থাকে। পুৰোহিতসকলে ওচৰত থিয় হৈ জ্বলন্ত মমবাতি হাতত লৈ ধীৰ-গম্ভীৰভাৱে অনুষ্ঠান পৰিচালনা কৰিব ধৰিছে। সৰু প্ৰিন্সেচ দুজনীয়ে পাছফালে থিয় হৈ ৰুমালেৰে চকুপানী মচি আছে, আৰু সিহঁতৰ বায়েক কাটিচেই কুটিল চাৱনিৰে ভড়ুপৰি

দেৱমূৰ্তিবিলাকৰ ফালে চাই আছে। মুখত এটা নম্ৰ, বিষণ্ণ, ক্ষমাৰ ভাব ফুটাই আন্না মিখায়লভ্‌না দুৱাৰৰ ওচৰত সেই অচিনাকি মহিলাগৰাকীৰ কাষত থিয় হৈ আছে। প্ৰিন্স ভাচিলিয়ে বাঁও হাতত এডাল জ্বলন্ত মমবাতি লৈ কাউণ্টৰ ওচৰতে থিয় হৈ সোঁহাতেৰে বাৰে বাৰে কপাল আৰু বুকুৰ ওপৰত ক্ৰচ-চিহ্ন আঁকিছে। তেওঁৰ মুখত ফুটি উঠিছে ঈশ্বৰৰ ওচৰত আত্ম-সমৰ্পণৰ এটা বিনীত ভাব।

তেওঁৰ পাছফালে থিয় হৈ আছে এড্‌-ডি-কং, ডাক্তৰ আৰু লগুৱাবিলাক। গিৰ্জাৰ নিচিনাকৈয়ে ইয়াতো পুৰুষ আৰু মহিলা-বিলাক বেলেগ বেলেগ হৈ থিয় হৈছে। সকলোৱে নীৰৱে ক্ৰচ-চিহ্ন আঁকিছে, মাত্ৰ শুনা গৈছে গিৰ্জাৰ অনুষ্ঠান, গহীন অনুচ্চ প্ৰাৰ্থনা, তাৰ মাজে মাজে হুমুনিয়াহ আৰু ভৰি লৰচৰ কৰা শব্দ। আন্না মিখায়লভ্‌নাই পিয়েৰৰ ওচৰলৈ গৈ তাৰ হাতত এডাল মমবাতি দিলে। মমবাতিডাল জ্বলাই লৈ সিও বুকুৰ ওপৰত ক্ৰচ-চিহ্ন আঁকিবলৈ ধৰিলে।

ধেমালি-প্ৰিয় সৰু প্ৰিন্স চোফিয়ে তাৰ ফালে চাই আছিল; হঠাৎ তাইৰ হাঁহি উঠাত ৰুমালেৰে মুখ ঢাকিলে। অলপ সময়ৰ পিছত মূৰ দাঙি পিয়েৰৰ ফালে চালত তাইৰ আকৌ হাঁহি উঠিল। পিয়েৰক দেখিলেই যেন তাইৰ হাঁহি উঠে, আকৌ তাৰ ফালে নোচোৱাকৈও যেন তাই থাকিব নোৱাৰে; সেয়ে আঁতৰি গৈ ওচৰৰে স্তম্ভটোৰ আঁৰত থিয় হ'ল। অনুষ্ঠান চলি থকাৰ মাজতে হঠাৎ পুৰোহিতসকল নিমাত হৈ পৰিল, তাৰপিছত নিজৰ ভিতৰত কিবা যেন কোৱাকুই কৰিলে। কাউণ্টৰ হাতত ধৰি থকা বুঢ়া লগুৱাটোৱে উঠি গৈ মহিলাসকলক কিবা কলে। আন্না মিখায়লভ্‌না লৰালৰিকৈ আগুৱাই গৈ নিচেই ওচৰৰপৰা মৃত্যুমুখী কাউণ্টক চায়েই মুখ ঘূৰাই ইঙ্গিতেৰে ডাক্তৰ লোৰেনক মাতিলে।

ফৰাচী ডাক্তৰজনৰ হাতত মমবাতি নাই, এটা স্তম্ভৰ গাত আঁউজি তেওঁ সসম্মানে চাই আছে, যেন বুজাব খুজিছে বিদেশী হলেও এইবোৰ অনুষ্ঠানৰ গুৰুত্ব তেওঁ বুজে আৰু তাক সমৰ্থনো কৰে। তেওঁ নিঃশব্দে আগুৱাই গৈ ৰোগীৰ খালী হাতখন তুলি

লৈ নাড়ীত হাত দি এক-মুহূৰ্ত কি যেন ভাবিলে। ৰোগীক অলপ পানী খাবলৈ দিয়া হ'ল। সকলোৰে মাজত এটা উত্তেজনা দেখা গ'ল, তাৰপিছত সকলোৱে নিজৰ নিজৰ ঠাইত গৈ থিয় হ'ল, আকৌ আৰম্ভ হ'ল অনুষ্ঠানৰ কাৰ্য। এই বিৰতিৰ সময়কণত পিয়েৰে লক্ষ্য কৰিলে, প্ৰিন্স ভাচিলি ততাতৈয়াকৈ আগবাঢ়িল কিন্তু মৃত্যুমুখী মানুহজনৰ কাষলৈ নগৈ তেওঁ মুৰৰ শিতানেদি পাৰ হৈ গৈ ডাঙৰ প্ৰিন্সেচ কাটিচক লগত লৈ চিন্কৰ আঁঠুৰা তৰা ওখ পালেংখনৰ ওচৰলৈ গ'ল। বিচনাখনৰ মূৰ শিতানেদি ঘূৰি প্ৰিন্স ভাচিলি আৰু ডাঙৰ প্ৰিন্সেচ দুয়োজনেই পাছফালৰ দুৱাৰেদি ওলাই গ'ল আৰু অনুষ্ঠান শেষ হোৱাৰ আগতেই এজন এজনকৈ দুয়ো আকৌ উভতি আহি নিজৰ নিজৰ ঠাইত থিয় হ'ল। কিন্তু পিয়েৰে তাত ঘটি থকা অন্যান্য ঘটনা-বোৰতকৈ এই ঘটনাটোক বেছি মূল্য নিদিলে, কাৰণ সি ধৰি লৈছে যে ইয়াত এই সন্ধিয়াটোত যি যি ঘটি আছে সকলো-বোৰেই একান্ত প্ৰয়োজনীয়।

পুৰোহিতবিলাকৰ মন্ত্ৰ-উচ্চাৰণ শেষ হ'ল, তেওঁলোকে মুমূৰ্ষু মানুহজনৰ শুভ-কামনা কৰিলে। সেই মানুহজনে কিন্তু আগৰ দৰেই নিৰ্জীৱ আৰু নিশ্চল হৈ পৰি থাকিল। চাৰিওফালে সকলোৱে লৰচৰ কৰিবলৈ ধৰিলে, ভৰিৰ শব্দ আৰু ফুচ্‌ফাচ শব্দ শুনিবলৈ পোৱা গ'ল। আটাইতকৈ স্পষ্টভাৱে শুনিবলৈ পোৱা গ'ল আন্না মিখায়লভ্‌নাৰ মাত।

পিয়েৰে তেওঁ কবলৈ ধৰা শুনিলে ঃ

"তেওঁক ইয়াৰপৰা বিচনালৈ নিবই লাগিব। ইয়াত এইদৰে ৰখাটো অসম্ভৱ..."

ডাক্তৰ, প্ৰিন্সেচ আৰু লগুৱাবিলাকে ৰোগীক এনেভাৱে বেৰি ধৰিলে যে পিয়েৰে এতিয়া আৰু তেওঁৰ মুখ বা শৰীৰ একোৱেই দেখিবলৈ নোপোৱা হ'ল। আটায়ে ধৰাধৰি কৰি ৰোগীক দাঙি নি বিচনাত শুৱাই দিলে।

এইবাৰ পিয়েৰে কাউণ্টৰ মুখখন দেখিবলৈ পালে। সি দেখিলে পকা চুলিৰে সৈতে তেওঁৰ মূৰটো, শকত ভ্ৰূযোৰ, বহল ধুনীয়া আৰু আকৰ্ষণীয় মুখখন; সেই মুখৰ নিৰুত্তাপ, বিষণ্ণ

অথচ মহান ভঙ্গিমা -একোৰেই ওপৰত আসন্ন মৃত্যু ছাঁ পৰা নাই। তিনি মাহ আগতে কাউণ্টে যেতিয়া তাক পিটার্চবুৰ্গলৈ মাতি পঠিয়াইছিল তেতিয়া পিয়েৰে তেওঁক যেনেকুৱা দেখিছিল আজিও সকলো তেনেকুৱাই আছে। মাত্র তেওঁৰ অর্থহীন চাৱনি শূন্যত নিবদ্ধ হৈ আছে।

ওখ পালেংখনৰ ওচৰত দুই মিনিটমান হৈ-চৈ হ'ল, তাৰ-পিছত আটাইবিলাক মানুহ ঘৰৰ বাহিৰলৈ ওলাই গুচি গ'ল। পিয়েৰৰ হাতখনত চুই আন্না মিখায়লভ্‌নাই কলে, "আহা।" তেওঁৰ লগত পিয়েৰ বিচনাৰ ওচৰলৈ গ'ল। অনুষ্ঠানটোৰ শেষত ৰোগীক ৰাজকীয় ভঙ্গিত চিত কৰি শুৱাই দিয়া হৈছে। পিয়েৰ তেওঁৰ সমুখত গৈ থিয় হ'লত কাউণ্টে পোনে পোনে তাৰ ফালে চালে, কিন্তু সেই দৃষ্টিৰ ভাষাতো কোনো মৰণশীল মানুহৰ বোধগম্য নহয়। হয় সেই দৃষ্টি নিতান্ত অর্থহীন, চকু আছে কাৰণে কিবা নহয় কিবালৈ চোৱা মাত্র, অথবা সেই দৃষ্টি অতি বেছি অর্থপূর্ণ। এতিয়া সি কি কৰিব ঠিক কৰিব নোৱাৰি পিয়েৰে মহিলাগৰাকীৰ ফালে ঘূৰি চালে। আন্না মিখা-য়লভ্‌নাই লৰালৰিকৈ ৰোগীৰ হাতখনত চুমা খাবলৈ তাক ইঙ্গি-তেৰে বুজাই দিলে। পিয়েৰে কাউণ্টৰ হাতখনত নিজৰ ওঁঠ দুটা হেঁচি ধৰি চুমা খালে। কিন্তু তাৰ ফলত কাউণ্টৰ হাত অথবা মুখৰ এটা পেশীও কঁপি নুঠিল। এইবাৰ কি কৰিব লাগিব নির্দেশৰ বাবে সি আকৌ আন্না মিখায়লভ্‌নাৰ মুখলৈ চালে। মহিলাগৰাকীৰ ইঙ্গিতেৰে দিয়া নির্দেশ অনুসৰণ কৰি পিয়েৰে বিচনাৰ দাঁতিত থকা চকীখনত বহিল, কিন্তু সি বৰ অস্বস্তি বোধ কৰিবলৈ ধৰিলে। সি কাউণ্টৰ চকুৰ ফালে চালে, তেওঁৰ দৃষ্টি আগৰ দৰে একেভাৱে আছে। এইভাৱে দুই মিনিট পাৰ হ'ল, কিন্তু পিয়েৰৰ এঘণ্টা যেন লাগিল। এনেতে হঠাৎ কাউণ্টৰ মুখৰ পেশীবোৰ কঁপি উঠিল কঁপনিটো ক্ৰমে বাঢ়ি গ'ল আৰু মুখখন এফালে বেঁকা হৈ গ'ল (এই প্রথম পিয়েৰে বুজিব পাৰিলে যে তাৰ দেউতাক মৃত্যুৰ কিমান ওচৰ চাপি গৈছে); আৰু সেই বিকৃত মুখৰ ভিতৰৰপৰা এটা অস্পষ্ট, কর্কশ শব্দ ওলাই আহিল। কগ্ন মানুহজনে কি বিচাৰিছে বুজিবৰ বাবে

আন্না মিখায়লভ্‌নাই আগ্ৰহেৰে তেওঁৰ চকুলৈ চালে—তেওঁ প্ৰথমে পিয়েৰক দেখুৱালে, তাৰপিছত পানীৰ পাত্ৰবোৰ দেখুৱালে, ফুচ্‌ ফাচ্‌কৈ প্ৰিন্স ভাচিলিৰ নাম কলে, অৱশেষত লেপখন দেখুৱালে। ৰোগীৰ চকুৰে-মুখে ফুটি উঠিল অস্থিৰতা। মূৰ-শিতানত অবিৰামভাৱে থিয় হৈ থকা লগুৱাটোৰ ফালে তেওঁ চোৱাৰ চেষ্টা কৰিলে।

"কাতি হৈ শুব খুজিছে," বুলি কৈ লগুৱাটোৱে ৰোগীৰ গধুৰ দেহাটো বেৰৰ ফালে কাতি কৰি দিবলৈ আগবাঢ়ি আহিল।

তাক সহায় কৰিবৰ বাবে পিয়েৰো আগবাঢ়ি গ'ল।

কাউণ্টক কাতি কৰি শুৱাই দিবৰ সময়ত তেওঁৰ এখন হাত ওলমি পৰিল। হাতখন টানি তুলিবৰ বাবে ৰোগীয়ে বৃথা চেষ্টা কৰিলে। যেনেকুৱা আতঙ্কিত চাৱনিৰে পিয়েৰে সেই নিস্তেজ হাতখনৰ ফালে চাইছিল সেইটো লক্ষ্য কৰিয়েই হওক, অথবা আন কোনো চিন্তাৰ প্ৰেৰণাতেই হওক, ৰোগীয়ে এবাৰ তেওঁৰ নিশ্চল শিথিল হাতখনৰ ফালে, আৰু এবাৰ পিয়েৰৰ ভয়াৰ্ত্ত মুখৰ ফালে চালে। তাৰপিছত তেওঁৰ দুৰ্বল মুখত এটা শুকান, করুণ হাঁহি বিৰিঙি উঠিল। সেই হাঁহি তেওঁৰ গম্ভীৰ মুখত একেবাৰেই খাপ-নোখোৱা, দেখি ধাৰণা হ'ল তেওঁ যেন নিজৰ অসহায় অৱস্থাকেই বিদ্ৰূপ কৰিছে। সেই হাঁহি দেখি পিয়েৰৰ বুকুৰ ভিতৰখন অপ্ৰত্যাশিতভাৱে কঁপি উঠিল, নাকৰ পাহি দুটা উঠা-নমা কৰিবলৈ ধৰিলে, চকুলোৰে দুই চকু উপচি পৰিল। ৰোগীক বেৰৰ ফালে মুখ কৰি শুৱাই দিয়া হ'ল। পিয়েৰে এটা হুমুনিয়াহ পেলাই তলমূৰ কৰিলে।

এজনী প্ৰিন্সেচক ঘৰৰ ভিতৰলৈ সোমাই অহা দেখি আন্না মিখায়লভ্‌নাই কলে, "তেওঁ অলপ টোপনি মাৰিছে। ব'লা আমি বাহিৰলৈ যাওঁগৈ।"

মহিলাগৰাকী পিয়েৰক লগত লৈ ঘৰৰপৰা ওলাই গ'ল।

[ এঘাৰ ]

প্ৰিন্স ভাচিলি আৰু ডাঙৰ প্ৰিন্সেচ কাটিচেৰ বাহিৰে তেতিয়া অভ্যৰ্থনা ঘৰত আৰু কোনো নাই। মহীয়সী কেথাৰিনৰ প্ৰতিকৃতিটোৰ তলত বহি তেওঁলোকে বৰ আগ্ৰহেৰে কথা পাতি আছে। পিয়েৰ আৰু আন্না মিখায়লভ্‌নাক দেখা মাত্ৰকে তেওঁলোকে

কথা কোৱা বন্ধ কৰি দিলে। পিয়েৰৰ ধাৰণা হ'ল, ডাঙৰ প্ৰিন্সেচে কিবা যেন লুকুৱালে। সি ফুচ-ফাচ কৰে আন্না মিখায়লভ্-নাক কলে, "সৌ ছোৱালীজনীক মই সহ্য কৰিব নোৱাৰো।"

প্ৰিন্স ভাচিলিয়ে আন্না মিখায়লভ্‌নাক কলে, "কাষিচেই সৰু বহা-কোঠাটোত চাহৰ ব্যৱস্থা কৰিছে। তাত গৈ অলপ কিবা খাই লওক আন্না মিখায়লভ্‌না, নহলে যে আপুনি থিৰেৰে থাকিব নোৱাৰিব।"

তেওঁ কিন্তু পিয়েৰক একো নকলে, মাত্ৰ তাৰ হাতখনত সহানুভূতিৰে এটা টিপা মাৰিলে। আন্না মিখায়লভ্‌নাৰ সৈতে পিয়েৰ সৰু বহা-কোঠাত গৈ সোমাল।

সৰু ঘূৰণীয়া কোঠাটোত এখন মেজৰ ওপৰত চাহ আৰু চেঁচা খাদ্য পৰিবেশন কৰা হৈছে। তাৰপৰা এটা ঠেক নথকা ধুনীয়া চীনা পিয়লাত চাহ লৈ লোৰেনে উলাহেৰে কৈ উঠিল, "গোটেই ৰাতিটো উজাগৰে থকাৰ পিছত সুস্বাদু ৰুচীয় চাহৰ নিচিনা তৃপ্তিদায়ক বস্তু আৰু একোৱেই নাই।" সিদিনাখন ৰাতি যিসকল অতিথি কাউণ্ট বেজুখভৰ ঘৰলৈ আহিছিল, তেওঁ-লোক আটায়ে শক্তি সঞ্চয়ৰ কাৰণে সেই মেজৰ চাৰিওফালে গোট খাইছেহি। দাপোণ আৰু সৰু সৰু মেজবোৰেৰে সজোৱা এই সৰু ঘূৰণীয়া বহা-কোঠাটোৰ কথা পিয়েৰৰ ভালদৰেই মনত আছে। খোৱাৰ যথেষ্ট ইচ্ছা থকা সত্ত্বেও পিয়েৰে একো-ৰেই নাখালে। এতিয়া সি কি কৰিব সেই নিৰ্দেশৰ কাৰণে তাৰ অভিভাবিকাৰ ফালে ঘূৰি চালে। সি দেখিলে যি অভ্যৰ্থনা ঘৰটোত সিহঁতে প্ৰিন্স ভাচিলি আৰু ডাঙৰ প্ৰিন্সেচক এৰি থৈ আহিছে মহিলাগৰাকীয়ে এখোজ-দুখোজকৈ নিঃশব্দে সেইফালেই যাব ধৰিছে। পিয়েৰে ধৰি ললে যে এইটোও নিতান্ত প্ৰয়োজনীয়। খন্তেক পিছত সিও সেইফালেই গ'ল। আন্না মিখায়লভ্‌না ডাঙৰ প্ৰিন্সেচৰ কাষত থিয় হৈ আছে, দুয়ো ফুচ্‌ফাচ্‌কৈ উত্তেজিতভাৱে কথা কৈছে।

ডাঙৰ প্ৰিন্সেচে যেনেকুৱা উত্তেজিতভাৱে দুৱাৰখন সশব্দে বন্ধ কৰি দিছিল ঠিক তেনেকুৱা উত্তেজনাৰেই ভাই কৈ উঠিল,

"কোনটো দৰকাৰী আৰু কোনটো দৰকাৰী নহয় সেইটো মই ভালদৰেই জানো প্ৰিন্সেচ।"

শোৱা-ঘৰৰ দুৱাৰখন বন্ধ কৰি দি ডাওৰ প্ৰিন্সেচক তালৈ যাবলৈ নিদি আন্না মিখায়লভ্‌নাই ততালিকে উত্তৰ দিলে, "কিন্তু মৰমৰ প্ৰিন্সেচ, এইটো এতিয়া কৰা জানো উচিত হব? এই মুহূৰ্তত তেওঁৰ আটাইতকৈ প্ৰয়োজন জিৰণিৰ আৰু শান্তিৰ। যেতিয়া তেওঁ বিদায়ৰ বাবে সাজু হৈছে, ঠিক সেই মুহূৰ্তত এইবোৰ পাখিৱ আলোচনা . . ।"

অভ্যস্ত ভঙ্গিত এখন ভৰিৰ ওপৰত আনখন ভৰি তুলি দি প্ৰিন্স ভাচিলি এখন আৰামী-চকীত বহি আছিল। তেওঁৰ চকু আৰু কপাল কোঁচ খাই আহিছিল, কিন্তু মুখত তেওঁ এনেকুৱা ভাব দেখুৱাবলৈ চেষ্টা কৰিলে যেন এই দুই মহিলাৰ কথা-বাৰ্তাৰ প্ৰতি তেওঁৰ কোনো মনোযোগ নাই। তেওঁ কলে:

"চাওক আন্না মিখায়লভ্‌না, কাটিচেই যি কৰিব খোজে কৰিবলৈ দিয়ক। কাউন্টে যে তাইক কিমান ভালপায় সেই-কথা তো আপুনি জানেই।"

হাতৰ কাৰুকাৰ্য কৰা পোৰ্টফোলিওটো (সৰু হাত-বাকচ) প্ৰিন্স ভাচিলিক দেখুৱাই ডাওৰ প্ৰিন্সেচে কলে, "এই কাগজত কি লিখা আছে তাকো মই নাজানো। মই মাত্ৰ ইয়াকে জানো যে আচল উইলখন আছে তেওঁৰ লিখা-মেজখনত। এই কাগজ-খনৰ কথা তো তেওঁ পাহৰিয়েই গৈছে।..."

তাই আন্না মিখায়লভ্‌নাক ফালৰি কাটি যোৱাৰ চেষ্টা কৰিলে, কিন্তু মহিলাগৰাকীয়ে এজেকাঁপে আহি তাইক বাট আগচি ধৰিলে।

তেওঁ যে সহজে এৰি নিদিব তেনেকুৱা ভাব দেখুৱাই পোৰ্ট-ফোলিওটোত জোৰে খামুচি ধৰি আন্না মিখায়লভ্‌নাই কলে, "মই সকলো জানো বুজিছা দয়ালু প্ৰিন্সেচ। তোমাক মই মিনতি কৰিছো, হাত-যোৰ কৰি কাবৌ কৰিছো, তেওঁৰ প্ৰতি সদয় হোৱা, অন্তিম সময়কণ তেওঁক শান্তিত থাকিবলৈ দিয়া।"

প্ৰিন্সেচ কাটিচেয়ে কোনো উত্তৰ নিদিলে। পোৰ্টফোলিও-টোক লৈ দুয়োৰো মাজত টনা-আঁজোৰাৰ শব্দৰ বাহিৰে আৰু কোনো শব্দই নাই।

"পিয়েৰ, এইফালে আহাচোন বোপাই।" পিয়েৰক তেওঁৰ ওচৰলৈ মাতি আন্না মিখায়লভ্‌নাই এইবাৰ প্ৰিন্স ভাচিলিৰ ফালে চাই কলে, "এই পাৰিবাৰিক পৰামৰ্শৰ ক্ষেত্ৰত পিয়েৰৰ যোগদান অবান্তৰ নহব বুলি মই ভাবো ; নহয় জানো প্ৰিন্স ?"

"তুমি একো নোকোৱা কেলেই ককাইদেউ ?" ডাঙৰ প্ৰিন্সেসচে হঠাৎ ইমান জোৰে চিঞৰি উঠিল যে ওচৰ-পাঁজৰৰ সকলো মানুহ চঁক্‌খাই উঠিল। "ঈশ্বৰে জানে কোনে তেওঁক আমাৰ ঘৰুৱা বিষয়ত হস্তক্ষেপ কৰিবলৈ অনুমতি দিছে ? এজন মৃত্যু-মুখী মানুহৰ দুৱাৰমুখত এই ধৰণে হৈ-চৈ কৰিবলৈ কোনে কৈছে ? তুমি মনে মনে আছা কেলেই ককাইদেউ ?" গাৰ বলেৰে পোৰ্টফোলিওটোক টানি ধৰি তাই দাঁত-কৰচি কৈ উঠিল, "ষড়যন্ত্ৰকাৰিণী !"

কিন্তু আন্না মিখায়লভ্‌নাই সেই কথাক গ্ৰাহ্য নকৰি পোৰ্ট-ফোলিওটোক দখলত আনিবৰ বাবে এখোজ আগবাঢ়ি গৈ ইখন হাতেৰেও খামুচি ধৰিলে।

প্ৰিন্স ভাচিলি এইবাৰ উঠি থিয় হ'ল। তিৰস্কাৰৰ সুৰত তেওঁ কৈ উঠিল, "ছিঃ ! এইবোৰ কি আৰম্ভ কৰিছা, এৰি দিয়া বুলি কৈছো।"

প্ৰিন্সেসচে হাতখন এৰি দিলে।

"আপুনিও এৰি দিয়ক।"

কিন্তু আন্না মিখায়লভ্‌নাই তেওঁৰ কথা নুশুনিলে।

"এৰি দিয়ক বুলিছো। মই দায়িত্ব লৈছো। মই নিজে গৈ তেওঁক কম। মই ! তেনেহলে আপুনি সন্তুষ্ট হব তো ?"

আন্না মিখায়লভ্‌নাই কলে, "কিন্তু প্ৰিন্স, এনেকুৱা এটা পবিত্ৰ অনুষ্ঠানৰ পিছত তেওঁক অলপ শান্তিত থাকিবলৈ দিয়া ! হেৰা পিয়েৰ, তোমাৰ মতামতটো এখেতসকলক জনাই দিয়াচোন বোপাই।" ইতিমধ্যে পিয়েৰ তেওঁলোকৰ ওচৰত আহি থিয় হৈছে।

প্ৰিন্স ভাচিলিয়ে কঠোৰ সুৰত কলে, "মনত ৰাখিব যে ইয়াৰ ফলাফলৰ কাৰণে আপুনি কৈফিয়ৎ দিব লাগিব। আপুনি যে কি কৰিব ধৰিছে সেইটো আপুনি নিজেই নাজানে !"

অকস্মাৎ একেজাঁপে আম্না মিখায়লভ্‌নাৰ ওচৰলৈ গৈ পোৰ্ট-ফোলিওটো তেওঁৰ হাতৰপৰা কাঢ়ি লৈ ডাওৰ প্ৰিন্সেচে কলে, 'নীচ তিৰোতা ক'ৰবাৰ !''

প্ৰিন্স ভাচিলিয়ে অলপ কুঁজা হৈ হাত দুখন কাটিচেৰ ফালে আগবঢ়াই দিলে।

ঠিক সেই মুহূৰ্ততে ৰোগীৰ ঘৰৰ বন্ধ দুৱাৰখন সশব্দে খুলি গৈ বেৰত জোৰে খুন্দা খালে, আৰু মাজু প্ৰিন্সেচ হাত দুখন জোকাৰি জোকাৰি দৌৰি ভিতৰৰপৰা ওলাই আহিল।

তীব্ৰভাৱে চিঞৰি তাই কলে, "তোমালোকে ইয়াত কি কৰি আছা ! তেওঁ মৰিবলৈ ওলাইছে, আৰু তোমালোকে মোক অকলে তেওঁৰ ওচৰত থৈ আহিছা।"

ডাওৰ প্ৰিন্সেচে থেকেচা মাৰি পোৰ্টফোলিওটো পেলাই দিলে। আম্না মিখায়লভ্‌নাই লৰালৰিকৈ হাউলি সেইটো তুলি লৈ দৌৰি গৈ শোৱাঘৰত সোমাল। ঘটনাটো উপলব্ধি কৰি ডাওৰ প্ৰিন্সেচ আৰু প্ৰিন্স ভাচিলিও তেওঁৰ পাছে পাছে দৌৰি গ'ল। কেই-মিনিটমান পিছত বিষাদপূৰ্ণ শেঁতা মুখে ওঁঠ কামুৰি কামুৰি ওলাই আহিল ডাওৰ প্ৰিন্সেচ কাটিচে। সন্মুখত পিয়েৰক দেখি-বলৈ পাই তাইৰ মুখত ফুটি উঠিল অদম্য ঘৃণা। তাৰ মুখলৈ চাই তাই কলে ঃ

"এইবাৰ তুমি সুখী হবা ! ইয়াৰ কাৰণেই তুমি অপেক্ষা কৰি আছিলা।'' হঠাৎ কান্দি উঠি ৰুমালেৰে মুখ ঢাকি তাই দৌৰি বাহিৰলৈ ওলাই গ'ল।

তাৰপিছত ওলাই আহিল প্ৰিন্স ভাচিলি। টলং পলংকৈ আগবাঢ়ি গৈ পিয়েৰ বহি থকা চোফাখনতে দুই হাতেৰে মুখ ঢাকি ধুপুহ কৰে বহি পৰিল। পিয়েৰে দেখিলে তেওঁৰ মুখখন ক'লা পৰি গৈছে, তীব্ৰ যন্ত্ৰণাত হাত-ভৰিবোৰ থৰথৰকৈ কঁপিবলৈ ধৰিছে।

পিয়েৰৰ বাহুত ধৰি তেওঁ কলে, "হায় বন্ধু মোৰ !'' এতিয়া তেওঁৰ মাতত এনেকুৱা এক আন্তৰিকতা আৰু দুৰ্বলতাৰ সুৰ ফুটি উঠিছে যিটো পিয়েৰে ইয়াৰ আগতে কেতিয়াও শুনা নাই। প্ৰিন্স ভাচিলিয়ে কবলৈ ধৰিলে, "আমি কিমান পাপ কৰো,

কিমান মানুহক যে ঠগা, কিন্তু কিহৰ বাবে? মোৰ বয়স প্ৰায় ষাঠি বছৰ হ'ল বুজিয়া বন্ধু ··ময়ো ·· মৃত্যুত তো সকলো শেষ হৈ যাব, স-ক-লো! মৃত্যু ভয়াবহ···" বুলি কৈয়ে তেওঁ কান্দি পেলালে।

অৱশেষত ওলাই আহিল আন্না মিখায়লভ্না। ধীৰ, শান্ত-ভাৱে তেওঁ পিয়েৰৰ ওচৰলৈ গ'ল।

গধুৰ সুৰত তেওঁ কলে, "পিয়েৰ!"

পিয়েৰে প্ৰশ্নসূচক চাৱনিৰে মুৰ দাঙি চালে। মহিলাগৰা-কীয়ে তাৰ কপালত লাহেকৈ চুমা খালে, তেওঁৰ দুচকুৰে নিগৰি পৰা চকুপানীৰে পিয়েৰৰ গাল-মুখ তিতি গ'ল। খন্তেক নীৰৱে থাকি তেওঁ কলে, "তেওঁ আৰু ইহজগতত নাই ··"

চচ্‌মাৰ ওপৰেদি পিয়েৰে তেওঁৰ মুখলৈ চালে।

"ব'লা। মই তোমাক লগত লৈ যাওঁ। কান্দিবলৈ চেষ্টা কৰা। চকুৰ পানীৰ নিচিনা সান্ত্বনা আন একোৱেই দিব নোৱাৰে।"

মহিলাগৰাকীয়ে তাক অন্ধকাৰ বহা-কোঠাটোলৈ লৈ গ'ল। এন্ধাৰত কোনেও তাৰ মুখ দেখিবলৈ পোৱা নাই বুলি ভাবি পিয়েৰ সুখী হ'ল। তাক তাত থৈ আন্না মিখায়লভ্না ওলাই গুচি গ'ল। উভতি আহি তেওঁ দেখিলে হাতৰ ওপৰত মুৰ থৈ পিয়েৰ টোপনি গৈছে।

পিছদিনাখন ৰাতিপুৱা আন্না মিখায়লভ্নাই পিয়েৰক কলে:

"এৰা বোপাই, এইটো আমাৰ সকলোৰে কাৰণে এক বিৰাট ক্ষতি, তোমাৰ কথা তো বাদেই। কিন্তু ঈশ্বৰ তোমাৰ সহায় হব: তুমি ডেকা ল'ৰা, আৰু মই আশা কৰো তুমি এতিয়া প্ৰচুৰ সম্পত্তিৰ অধিকাৰী। উইলখন এতিয়াও খোলা হোৱা নাই। তোমাক মই ভালদৰেই জানো, সেয়ে মোৰ দৃঢ়-বিশ্বাস যে সম্পত্তিয়ে তোমাক বিচলিত কৰিব নোৱাৰে। কিন্তু এই সম্পত্তিয়ে তোমাৰ ওপৰত বহুত কৰ্ত্তব্যৰ ভাৰ জাপি দিছে। তুমি প্ৰকৃত মানুহ হব লাগিব বাছা।"

পিয়েৰ নীৰৱ।

"মই বাৰু পিছত তোমাক কম যে যদি মই তাত নাথাকিলো-হেতেন তেনেহলে যে কি ঘটিলেহেতেন তাক অকল ঈশ্বৰেহে

জানে। তুমি তো জানা, মোৰ পৰহিয়েই তেওঁ মোক কথা দিছিল, বৰিচক তেওঁ নাপাহৰে। কিন্তু তেওঁ তো সময় নাপালে। আশাকৰো তোমাৰ দেউতাৰ ইচ্ছা তুমি পূৰণ কৰিবা।"

পিয়েৰে এইবোৰ কথাৰ এক বৰ্ণও বুজি নাপালে, লাজত ৰঙা পৰি সি নীৰৱে আন্না মিখায়লভ্‌নাৰ মুখলৈ চালে। পিয়েৰক কথাবোৰ কৈ-মেলি আন্না মিখায়লভ্‌না বস্তুভহঁতৰ ঘৰলৈ উভতি গ'ল আৰু বিচনাত দীঘল দি শুই থাকিল। ৰাতিপুৱা টোপনিৰপৰা উঠি তেওঁ ৰস্তভ পৰিয়ালক আৰু অন্যান্য চিনাকি মানুহবিলাকক কাউণ্ট বেজুখভৰ মৃত্যুৰ বিৱৰণ বিষদভাৱে কৈ শুনালে। কলে, কাউণ্টৰ যিভাৱে মৃত্যু হৈছে তেনে মৃত্যু তেওঁৰ নিজৰো কাম্য। তাৰ পৰিণতি অকল মৰ্মস্পৰ্শীয়েই নহয়, মহানও। আৰু পিতা-পুত্ৰৰ শেষ দেখাদেখি, সেই দৃশ্য ইমানেই মৰ্মস্পৰ্শী যে সেইকথা ভাবিলেও তেওঁৰ চকুৰ পানী ওলায়। সেই ভয়ংকৰ মুহূৰ্তবোৰত কাৰ ব্যৱহাৰ যে বেছি ভাল হৈছিল, দেউতাকৰ নে পুতেকৰ, সেইটো তেওঁ নাজানে—দেউতাকে শেষ মুহূৰ্ততো সকলো বস্তু আৰু সকলো মানুহকে মনত ৰাখিছিল আৰু পুতেককো কত যে করুণ কথা কৈছিল, আনহাতে পিয়েৰ দুখত এনেকুৱা বিহ্বল হৈ পৰিছিল যে তাক দেখিলেও কষ্ট হৈছিল, অথচ মুমূৰ্ষু দেউতাকক কষ্ট নিদিবৰ বাবে সেই দুখকো সি প্ৰাণপণে চেপি ৰাখিছিল। "মৃত্যু বেদনাদায়ক, তথাপি সি মানুহৰ কল্যাণ কৰে। বৃদ্ধ কাউণ্ট আৰু তেওঁৰ উপযুক্ত পুতেকৰ দৰে মানুহবিলাকক দেখুৱাই দি মৃত্যুৱে আমাৰ মনবোৰক উন্নত কৰে," মহিলাগৰাকীয়ে কলে। ডাঙৰ প্ৰিন্সেচ আৰু প্ৰিন্স ভাচিলিৰ ব্যৱহাৰক তেওঁ সমৰ্থন নকৰিলে, কিন্তু সিহঁতৰ কথা তেওঁ কলে ফুচ্‌ফাচ্‌ কৰে অতি গোপন কথাৰ দৰে।

## [ বাইশ ]

প্ৰিন্স নিকোলাচ আন্দ্ৰিভিচ বল্‌কন্‌স্কিৰ জমিদাৰী 'বল্ডহিলচ'ত ডেকা প্ৰিন্স আনদ্ৰু আৰু তেওঁৰ ঘৈণীয়েকৰ আগমন প্ৰত্যেক দিনেই আশা কৰা হৈছিল, কিন্তু তাৰ কাৰণে বৃদ্ধ

প্ৰিন্সৰ গৃহস্থালীৰ নিয়মিত কাৰ্যসূচীৰ কোনো প্ৰকাৰ ব্যতিক্ৰম ঘটা নাছিল। সম্ৰাট পলে যিদিনাখন তেওঁক তেওঁৰ গাঁৱৰ জমিদাৰীত নিৰ্বাসিত কৰিছিল সিদিনাখনৰপৰাই প্ৰধান সেনাপতি প্ৰিন্স নিকোলাচ আন্দ্ৰিভিচ ( সমাজত তেওঁৰ উপ-নাম "প্ৰাচিয়াৰ ৰজা" ), জীয়েক প্ৰিন্সেচ মাৰিয়া আৰু তাইৰ বান্ধৱী মাদ্‌ময়জেল বুৰিয়েঁৰ সৈতে তাতেই একেৰাহে বাস কৰি আছে। যদিও নতুন শাসন-ব্যৱস্থাত তেওঁ ইচ্ছা কৰিলেই ৰাজধানীলৈ উভতি যাব পাৰে, তথাপি তেওঁ এতিয়াও গাওঁতেই বাস কৰি আছে। তেওঁৰ বক্তব্য হ'ল: কোনোবাই যদি তেওঁক দেখা কৰিব খোজে তেনেহলে তেওঁ তো মস্কোৰপৰা এশ মাইল পাৰ হৈ বল্ড হিললৈ আহিব পাৰে। তেওঁৰ নিজৰ কাৰণে কোনো মানুহৰেই আৱশ্যক নাই, কোনো বস্তুৰো প্ৰয়োজন নাই। তেওঁৰ মতে, মানুহৰ পাপৰ উৎস দুটা—এলাহ আৰু কুসংস্কাৰ; আকৌ সৎগুণো দুটা—কৰ্ম আৰু বুদ্ধি। জীয়েকৰ শিক্ষাৰ ভাৰ তেওঁ নিজেই লৈছে—তাইৰ অন্তৰত এই দুটা প্ৰধান গুণ গঢ়ি তুলিবৰ বাবে তাইৰ বিশ বছৰ বয়সলৈকে প্ৰিন্সে তাইক বীজগণিত আৰু জ্যামিতি শিক্ষা দিছে, আৰু এনেভাৱে জীয়েকৰ জীৱন গঢ়ি তুলিছে যাতে তাই সকলো সময়তে কৰ্মব্যস্ত থাকিব পাৰে। প্ৰিন্স নিজেও সকলো সময়তেই কৰ্মব্যস্ত: স্মৃতিকথা লিখা, উচ্চতৰ গণিতৰ সমস্যাসমূহৰ সমাধান, যন্ত্ৰৰ সহায়ত নাচগুৰিৰ টেমা তৈয়াৰ কৰা, বাগিচাৰ কাম, আৰু জমিদাৰীত সদায় যিবোৰ ঘৰ সজা হয় তাৰ তদাৰক কৰা ইত্যাদি। যিহেতু নিয়মানুবৰ্তিতাই কৰ্ম-সাধনৰ প্ৰধান চৰ্ত, সেয়ে তেওঁৰ গৃহস্থালিত নিয়মানুবৰ্তিতাক অতি নিষ্ঠাৰে পালন কৰা হয়। তেওঁ সদায় একেভাৱে আৰু একে সময়তে খোৱা-টেবুলত আহি বহে। কেতিয়াও ঘণ্টাৰ ইফাল সিফাল হোৱা দূৰৰ কথা, মিনিটৰো হেৰ-ফেৰ নহয়। জীয়েকৰপৰা আৰম্ভ কৰি ক্ৰীতদাসলৈকে তেওঁৰ সংস্পৰ্শত থকা প্ৰত্যেকৰে প্ৰতি তেওঁ অতি কঠোৰ আৰু অনমনীয়। সকলোৰে তেওঁক ভয় আৰু শ্ৰদ্ধা কৰে। যদিও এতিয়া তেওঁ অৱসৰ জীৱন যাপন কৰিছে আৰু ৰাজনীতিৰ ক্ষেত্ৰত তেওঁৰ কোনো প্ৰভাৱ-প্ৰতিপত্তি নাই, তথাপি তেওঁৰ

জমিদাৰী এলেকাৰ ভিতৰত নিযুক্ত যি কোনো উচ্চ-পদস্থ ৰাজ-কৰ্মচাৰীয়েই আহি তেওঁৰ লগত দেখা-সাক্ষাৎ কৰাটো তেওঁ-লোকৰ কৰ্তব্য বুলি ভাবে, আৰু পূৰ্ব-নিৰ্ধাৰিত নিৰ্দিষ্ট সময়ত প্ৰিন্সে স্বয়ং আহি উপস্থিত নোহোৱালৈকে আৰ্কিটেক্ট ( স্থপতি ), মালী, অথবা প্ৰিন্সেচ মাৰিয়াৰ দৰেই তাঙৰ দৰবাৰ-কক্ষটোত অপেক্ষা কৰি থাকে।

ডেকা প্ৰিন্স আনদ্ৰু ঘৈণীয়েকৰে সৈতে যিদিনাখন অহাৰ কথা সিদিনাখন ৰাতিপুৱা প্ৰিন্সেচ মাৰিয়াই ক্ৰচ-চিন আঁকি নীৰৱে প্ৰাৰ্থনা কৰি উঠি যথানিয়মে নিৰ্দিষ্ট সময়ত ৰাতিপুৱাৰ দেখা-সাক্ষাতৰ বাবে ভয়ে ভয়ে দৰবাৰ-কক্ষত সোমাল। প্ৰত্যেক দিন ৰাতিপুৱাই তাই এইভাবেই প্ৰাৰ্থনা জনাই আহে যাতে দেউতাকৰ লগত দিনটোৰ প্ৰথম দেখা-সাক্ষাৎটো ভালভাৱে সমাধা হয়।

তাত বহি থকা বুঢ়া লগুৱাজনে উঠি আহি প্ৰিন্সেচ মাৰিয়াক অভিবাদন জনাই ফুচ্ফুচাই কলে, "দয়া কৰি ভিতৰলৈ আহক।"

এটা লেদ-মেচিনৰ গুণ্গুণ্ শব্দ দুৱাৰৰ ফাকেৰে ভাহি আহিছিল। প্ৰিন্সেচে ভয় ভয় কৰি দুৱাৰখন খুলিলে। তাই থিয় হ'ল। প্ৰিন্সে লেদ-মেচিনত কাম কৰি আছিল, এবাৰ মূৰ দাঙি চাৰিওফালে চাই লৈ আকৌ কাম কৰিবলৈ ধৰিলে।

কোঠালীটো নানা ধৰণৰ বস্তু-বাহানিৰে ভৰপূৰ। সকলো বস্তু সদায় ব্যৱহাৰ কৰা হয়। তাঙৰ মেজখনৰ ওপৰত কিতাপ আৰু নক্সা সিঁচৰিত হৈ পৰি আছে, তলা-চাবি লগোৱা কাঁচৰ আল-মাৰিবোৰ, থিয় হৈ লিখিব পৰা ওখ ডেস্কখনত এখন বহী মেলা অৱস্থাত পৰি আছে, যন্ত্ৰপাতিৰে সৈতে এটা লেদ-মেচিন, দাড়ি কটা সৰঞ্জাম — মুঠতে কোঠালীটোৰ প্ৰত্যেকবিধ বস্তুৰ মাজতেই অবিৰামভাৱে আৰু সুশৃংখলভাৱে কাম কৰি থকাৰ চিন স্পষ্ট। বুটজোতা পিন্ধা সৰু ভৰি দুখনৰ কৰ্ম চাঞ্চল্য আৰু পেশীবহুল সৰু হাত দুখনৰ দৃঢ় চাপ দেখিলেই বুজিব পৰা যায় এই বুঢ়া বয়সতো প্ৰিন্সে তেওঁৰ কামৰ ধৈৰ্য আৰু উৎসাহ অক্ষুণ্ণ ৰাখিছে। জীয়েকক দুৱাৰমুখত দেখিবলৈ পাই তেওঁ লেদ-মেচিন বন্ধ কৰিলে, বটালিটো মুচি চাময়াৰ মোনাটোত সুমাই

থলে, তাৰপিছত মেজৰখনৰ ফালে আগবাঢ়ি আহি জীয়েকক মাতিলে। তেওঁ কেতিয়াও ল'ৰা-ছোৱালীবিলাকক আশীৰ্বাদ নিদিয়ে, মাত্ৰ তেওঁৰ গালখন আগবঢ়াই দি চেনেহৰ চাৱনিৰে তাইৰ মুখলৈ চাই কঠিন সুৰত কলে:

"ভালে আছা তো? বাৰু, তেনেহলে বহা।" নিজৰ লিখা জ্যামিতিৰ পাঠৰ অনুশীলন বহীটো হাতত লৈ প্ৰিন্সেস চকী এখনত বহিলে।

বহীটো মেলি পৃষ্ঠাটো উলিয়াই লৈ এটা অনুচ্ছেদত চিন দি কলে, "এয়া কালিলৈৰ কাৰণে!"

প্ৰিন্সেসচে মেজৰ ওপৰৰ অনুশীলন বহীটোত মনোনিবেশ কৰিলে।

"অলপ ৰ'বা, তোমাৰ এখন চিঠি আছে," হঠাৎ এটা মোনাৰ ভিতৰৰপৰা ছোৱালীৰ হাতৰ ঠিকনা লিখা এখন চিঠি উলিয়াই লৈ প্ৰিন্সে কলে।

চিঠিখন হাতত লৈয়ে প্ৰিন্সেসচৰ গাল-মুখ ৰঙা-চিঙা পৰিল। লৰালৰিকৈ চিঠিখন খুলি পঢ়িবলৈ আৰম্ভ কৰিলে।

"হেলোচৰ চিঠি নেকি?" প্ৰিন্সে হাঁহি সুধিলে।

মুখত শুকান হাঁহি এটা বিৰিঙাই প্ৰিন্সেসচে ভয় ভয় কৰি উত্তৰ দিলে, "হয়, জুলিৰ চিঠি।"

কঠিন সুৰত প্ৰিন্সে কলে, "আৰু দুখন চিঠি মই এৰি দিম, কিন্তু তৃতীয়খন মই পঢ়ি চাম। মোৰ সন্দেহ হৈছে তোমালোকে বহুত বাজে কথা লিখা-লিখি কৰা। তৃতীয় চিঠিখন মই পঢ়িমেই।"

"লাগিলে এইখন চিঠিও তুমি পঢ়িব পৰা দেউতা।" প্ৰিন্সেসচে হাতৰ চিঠিখন দেউতাকৰ ফালে আগবঢ়াই দিলে।

চিঠিখন হাতেৰে ঠেলি দি প্ৰিন্সে চিঞৰি কৈ উঠিল, "ওহোঁ, এইখন নহয়, তৃতীয়খন—তৃতীয়খন পঢ়িম বুলি কলো দেখোন!" তাৰপিছত তেওঁ জ্যামিতিৰ নক্সা অঁকা অনুশীলনৰ বহীটো প্ৰিন্সেসচৰ সমুখত ধৰি কলে, "এতিয়া, তেনেহলে ম্যাডাম, এয়া চোৱা, এই ত্ৰিভুজবোৰ সমান, মনত ৰাখিবা যে ত্ৰিভুজ ক, খ, গ ..."

প্ৰিন্সেসচে ভয় ভয় কৰি দেউতাকৰ চকুৰ ফালে চালে, তাইৰ

মুখখন শেঁতা পৰি গৈছে, স্পষ্ট বুজিব পৰা গ'ল তাই একো বুজি পোৱা নাই। তাই ইমান বেছি ভয় খাইছে যে দেউতাকে যিমান ভালকৈয়ে নুবুজাওক লাগে এই ভয়ৰ কাৰণে তাই একো বুজিব নোৱাৰিব। দোষটো শিক্ষকৰ নে ছাত্ৰীৰ সেইটো জানিব পৰা নগলেও, আচলতে প্ৰত্যেক দিনেই এই একেই ঘটনা ঘটে: প্ৰিন্সেচৰ চকু চলচলীয়া হৈ আছে, তাই একো নেদেখা হয়, একো নুশুনা হয়। মাত্ৰ বুজিব পাৰে যে দেউতাকৰ কঠিন নিৰস মুখখন তাইৰ মূৰৰ নিচেই কাষতেই আছে, তেওঁৰ নিশ্বাস আৰু মুখৰ ধঁপাতৰ গোন্ধ তাই পাব ধৰিছে। তেতিয়া তাই মাত্ৰ ভাবিছে কেতিয়া নিজৰ কোঠালীলৈ গৈ শান্তিৰে পাঠটো পঢ়িব পাৰিব। বুঢ়া মানুহজনৰ খং উঠে। খংটো দমন কৰিবৰ বাবে চকীখনকে এবাৰ আগলৈ এবাৰ পাছলৈ টনাটনি কৰে, নিজক সংযত কৰাৰ চেষ্টা কৰে, কিন্তু নোৱাৰে। খণ্ডত চিঞৰ-বাখৰ কৰে, গালি পাৰে, কেতিয়াবা আকৌ কিতাপ-বহীবোৰো দলি মাৰি পেলাই দিয়ে।

প্ৰিন্সেচে এটা ভুল উত্তৰ দিলে।

"এয়া দেখিছা নে, কি মূৰ্খ ছোৱালী!" প্ৰিন্স চিঞৰি উঠিল, বহীটো ঠেলি দি মুখ ঘূৰাই ললে, থিয় হৈ অলপ পায়চাৰি কৰিলে। তাৰপিছত জীয়েকৰ মূৰত হাত বুলাই আকৌ তাইৰ কাষত বহিল। বহীটো টান মাৰি আনি তাইৰ আগত মেলি ধৰি আকৌ তাইক বুজাবলৈ আৰম্ভ কৰিলে।

প্ৰিন্সেচ মাৰিয়াই যেতিয়া বহীটো জপাই লৈ গুচি যাবলৈ উঠি থিয় হ'ল তেতিয়া প্ৰিন্স কৈ উঠিল, "সেইটো নহব প্ৰিন্সেচ, সেইটো নচলিব। গণিতেই হৈছে আচল বস্তু বুজিছা। মই নিবিচাৰো যে তুমিও সেই মূৰ্খ মহিলাবিলাকৰ দৰে হৈ থাকা। অভ্যাস কৰা, তেতিয়া চাবা সকলো বুজিব পাৰিবা।" জীয়েকৰ গালত হাত বুলাই মৰম কৰি কলে, "তেতিয়া চাবা গণিতে তোমাৰ মূৰৰপৰা সকলো অজ্ঞান ঠেলি আঁতৰাই পেলাইছে।"

জীয়েকে যাবলৈ খোজ আগবঢ়াওঁতেই প্ৰিন্স ইঙ্গিতেৰে তাইক ৰখালে কৈ ওখ মেজখনৰ ওপৰৰপৰা এখন নতুন কিতাপ তুলি লৈ তাইৰ হাতে আগবঢ়াই দি কলে:

এই 'ৰহস্যৰ চাবিকাঠি' কিতাপখন তোমাৰ হেলোচে তোমাৰ বাবে পঠিয়াইছে। ধৰ্মপুথি। কাৰো ধৰ্মবিশ্বাসত মই হাত নিদিওঁ। ...কিতাপখন মই চাইছো। এইখন লোৱা, বাৰু এতিয়া যোৱা। যোৱা—" বুলি জীয়েকক মূৰত হাত বুলাই মৰম কৰি যাবলৈ কলে।

জীয়েক ওলাই যোৱাৰ পিছত প্ৰিন্সে নিজেই দুৱাৰখন বন্ধ কৰি দিলে।

বিষাদ মনেৰে প্ৰিন্সেচ মাৰিয়া তাইৰ কোঠালীলৈ উভতি গ'ল। তাইৰ এনেকুৱা অৱস্থা প্ৰায় সদায় হয়। শেঁতা মুখেৰে তাই পঢ়াৰ মেজত বহিলে। মেজৰ ওপৰত বহুত সৰু সৰু প্ৰতিকৃতি। কিতাপ আৰু কাগজ-বহী সিচৰতি হৈ পৰি আছে। দেউতাক যিমান পৰিষ্কাৰ পৰিপাটি, জীয়েক সিমানেই বিশৃঙ্খল। তাই জ্যামিতিৰ বহীটো মেজৰ ওপৰত থৈ দি চিঠিখন খামৰ-পৰা উলিয়াই ললে। তাইৰ সৰুকালৰপৰাই আটাইতকৈ ঘনিষ্ঠ বন্ধু জুলিৰ চিঠি। ৰস্তভ পৰিয়ালৰ নামকৰণ অনুষ্ঠানত যি জুলি কাৰাগিন উপস্থিত আছিল সেই জুলি।

জুলিয়ে ফৰাচী ভাষাত লিখিছে ঃ

"মোৰ অতি চেনেহৰ বান্ধৱী,

বিৰহ যে কি ভয়ানক বস্তু! যদিও মই নিজকে কওঁ, মোৰ আধা জীৱন আৰু আধা সুখ তোমাক আঁকোৱালি লৈ আছে, আমাৰ দুয়োৰে মাজত যিমানেই দূৰত্ব নাথাকক কিয়, আমাৰ দুখন হিয়া এক অবিচ্ছেদ্য বন্ধনত বন্ধা আছে, তথাপি মোৰ মনে ভাগ্যৰ বিৰুদ্ধে বিদ্ৰোহ কৰে, চাৰিওফালৰ ইমান সুখ, আৰু আমাৰ এনেদৰে হোৱাৰ পিছৰপৰাই যি গোপন দুখ মোৰ মনত বাহ লৈছে তাক মই কোনোমতেই পাহৰিব পৰা নাই। যোৱা গৰমকালত তোমাৰ ডাঙৰ পঢ়াকোঠাত, নীলা চোফাখনত দুয়ো অন্তৰঙ্গভাৱে বহি সময় কটোৱাৰ দৰে সুযোগ এতিয়া আৰু নাপাওঁ কেলেই? তোমাৰ শান্ত, স্নিগ্ধ, তীক্ষ্ণ দৃষ্টিক মই যে ইমান ভালপাওঁ, চিঠি লিখিবলৈ বহি এতিয়াও তোমাৰ চকুৰ সেই দৃষ্টিক মই যেন দেখিবলৈ পাইছো।

তিনি মাহ আগৰ দৰে এতিয়াও কিয় মই তোমাৰ সেই দৃষ্টিৰ-পৰা নতুনকৈ নৈতিক শক্তি গোটাব পৰা নাই?"

চিঠিখনৰ ইমানলৈকে পঢ়ি প্ৰিন্সেচ মাৰিয়াই এটা হুমুনিয়াহ এৰি সোঁহাতে মুখ ঘূৰাই ডাঙৰ আইনাখনৰ ফালে চালে। দেখিলে এটা দুৰ্বল সাধাৰণ দেহা আৰু শেঁতা পৰা মুখৰ তাইৰ প্ৰতিবিম্বটো। তাইৰ বিষাদভৰা চকুৰ চাৱনিৰে একান্ত হতাশভাৱে আইনাৰ সেই প্ৰতিবিম্বটোলৈ খন্তেকপৰ চাই ৰ'ল। 'তাই মোক ভালৰি বোলাই মন ভুলাবলৈ যত্ন কৰিছে,' এই কথা ভাবি মুখ ঘূৰাই আকৌ চিঠিখনৰ বাকী অংশ পঢ়াত লাগিল। আচলতে জুলিয়ে কিন্তু বান্ধৱীক ভালৰি বোলাবলৈ তোষামোদ কৰা নাই: প্ৰিন্সেচৰ ডাঙৰ ডাঙৰ, গভীৰ, উজ্জ্বল চকুযুৰি ইমান ধুনীয়া যে, যাৰ ফলত তাইৰ সাধাৰণ মুখখনো অইন যি কোনো ধুনীয়া মুখতকৈ অধিক আকৰ্ষণীয় হৈ উঠে। কিন্তু নিজৰ অজানিতে তাইৰ চকুত যি সুন্দৰ ভাবটো ফুটি উঠে প্ৰিন্সেচে নিজে তো কেতিয়াও সেইটো দেখিবলৈ নাপায়। আন সকলোৰে দৰে আইনাৰ ফালে চাবলৈ গলেই তাইৰ মুখত নিজে কৰ নোৱাৰাকৈয়ে ফুটি উঠে এটা অস্বাভাৱিক ভঙ্গি। তাই চিঠি পঢ়িবলৈ ধৰিলে:

"গোটেই মস্কোতে এতিয়া যুদ্ধৰ বাহিৰে আন কোনো কথা নাই। মোৰ ককাইদেউ দুজনৰ এজন ইতিমধ্যে যুদ্ধৰ নামতে মস্কোৰ বাহিৰলৈ গুচি গৈছে, আৰু ইজনো ৰক্ষীবাহিনীত আছে। অতি সোনকালে সিহঁতেও সীমান্ত অভিমুখে ৰাওনা হব হেনো। আমাৰ দয়ালু সম্ৰাট পিটাৰ্চবুৰ্গ এৰি গুচি গৈছে। সকলোৰে ধাৰণা, তেওঁৰ বহুমূলীয়া জীৱনটো লৈ তেওঁ বিপদসংকুল ৰণক্ষেত্ৰ দৰ্শন কৰিব। ঈশ্বৰে কৰক, সৰ্ব-শক্তিমানে কৃপা কৰি যি দেৱদূতক আমাৰ সম্ৰাট কৰি পঠিয়াইছে তেওঁৰ হাতত যেন ইউৰোপৰ শান্তি-বিনষ্টকাৰী কৰ্চিকাৰ সেই ৰাক্ষসটো পৰাভূত হয়। এই যুদ্ধই মোৰ ককাইদেউ দুজনকতো মোৰ ওচৰৰপৰা আঁতৰাই নিছেই, আনকি মোৰ এজন অতি অন্তৰঙ্গ বন্ধুৰ লগতো মোৰ বিচ্ছেদ ঘটাইছে। মানে, মই নিকোলাচ ৰস্তভৰ কথা কৈছো। অন্তৰৰ উৎসাহে তাক নিষ্কৰ্মা হৈ থাকিব

দিয়া নাই ; কিন্তু বিশ্ববিদ্যালয় এৰি দি সি সেনাবাহিনীত যোগ দিয়া বাবে মই অত্যন্ত দুখ পাইছো। যোৱা গ্ৰীষ্মকালত মই তোমাক এই যৌৱনদীপ্ত ডেকাল'ৰাজনৰ কথা কৈছিলো। সি অত্যন্ত প্ৰাণচঞ্চল, আজিকালিৰ বিশ বছৰ বয়সতেই বুঢ়া হৈ পৰা ডেকা‌ বিলাকৰ দৰে সি মুঠেই নহয়। তদুপৰি সি অত্যন্ত সৰল আৰু মৰমিয়াল। তাৰ লগত মোৰ সম্পৰ্ক অলপ দিনৰ হলেও, সেই সম্পৰ্কৰ স্মৃতি মোৰ অন্তৰত সজীৱ হৈ আছে। তাৰ বিদায়ৰ সময়ত আমাৰ মাজত যিবোৰ কথা হৈছিল, সকলো এদিন তোমাৰ আগত কম। মৰমৰ মাৰিয়া, সঁচাকৈয়ে তুমি কিমান সুখী যে এই তীব্ৰ আনন্দ আৰু দুখৰ কথা তুমি জানিবলগা হোৱা নাই। তুমি ভাগ্যৱতী, কাৰণ এইবোৰ ক্ষেত্ৰত দুখৰ মাত্ৰাই আটাইতকৈ বেছি হয়। মই ভালদৰেই জানো কাউণ্ট নিকোলাচৰ বয়স ইমান কম যে তাৰ লগত বন্ধুত্বৰ বাহিৰে আন কোনো সম্পৰ্ক মোৰ হোৱা নাই; কিন্তু এই মধুৰ বন্ধুত্ব, এই কাব্যময় পবিত্ৰ ঘনিষ্ঠতা— ইয়াৰ যে মোৰ কাৰণে অতি প্ৰয়োজন আছিল। কিন্তু এতিয়া এইবোৰ কথা থাওক! যি প্ৰধান সংবাদটো এতিয়া মস্কোৰ প্ৰত্যেকৰে মুখে মুখে একমাত্ৰ আলোচনাৰ বিষয়, সেইটো হ'ল বৃদ্ধ কাউণ্ট বেজুখভৰ মৃত্যু আৰু তেওঁৰ সম্পত্তিৰ উত্তৰাধিকাৰ। ভাবিব পাৰা নে! প্ৰিন্সেচ তিনিজনীয়ে পাইছে যৎসামান্য, প্ৰিন্স ভাচিলিয়ে একোৱেই পোৱা নাই আৰু মঁচিয়ে পিয়েৰ কাউণ্টৰ সকলো সম্পত্তিৰ উত্তৰাধিকাৰী তো হৈছেই, তাৰ উপৰি তেওঁ কাউণ্টৰ বৈধ সন্তান হিচাপেও স্বীকৃতি লাভ কৰিছে; ফলত তেৱেঁই এতিয়া কাউণ্ট বেজুখভ আৰু ৰাচিয়াৰ শ্ৰেষ্ঠ সম্পত্তিৰ গৰাকী। সকলোৱে কোৱা-কুই কৰা শুনা গৈছে যে এই বিষয়ে প্ৰিন্স ভাচিজিয়ে এক ঘৃণনীয় ষড়যন্ত্ৰত লিপ্ত হৈছিল, কিন্তু অৱশেষত হতাশ হৈ পিটাৰ্চবুৰ্গলৈ উভতি গৈছে।

এইবোৰ উইল-চুইল আৰু উত্তৰাধিকাৰ আদিৰ বিষয়ে মই বিশেষ একো নুবুজো সেইটো সঁচা, কিন্তু এই কথা ভালদৰেই বুজিব পাৰিছো, যি ডেকা-ল'ৰাজনক আমি ইমান দিনে অকল সহজ-সৰল মঁচিয়ে পিয়েৰ বুলিহে জানিছিলো সি আজি হঠাতে

কাউণ্ট বেজুখভ হৈ পৰাত আৰু ৰাছিয়াৰ অন্যতম বৃহৎ সম্প-ত্তিৰ গৰাকী হৈ উঠাত তাৰ প্ৰতি বিবাহযোগ্যা ছোৱালীবোৰৰ আৰু সিহঁতৰ মাকবিলাকৰ আচাৰ-ব্যৱহাৰ আৰু কথা-বাৰ্ত্তাৰ যি পৰিবৰ্ত্তন দেখা গৈছে তাক দেখি মই বৰ আমোদ উপভোগ কৰিছো। অৱশ্যে তোমাৰ মোৰ মাজত কওঁ, মোৰ কিন্তু প্ৰথমৰপৰাই তাক এজন নিৰীহ প্ৰকৃতিৰ ল'ৰা বুলিয়েই ধাৰণা হৈছে। যোৱা দুবছৰৰপৰা ইয়াৰ মানুহবিলাকে যেনেকৈ মোৰ কাৰণে দৰা বিচাৰি হাবাথুৰি খাইছে (যিবিলাকৰ বহুতকে মই আনকি চিনিও নাপাওঁ), তেনেকৈ এতিয়া আকৌ মস্কোৰ ঘটক মহলত ভীষণ জনৰৱ যে মস্কোই হেনো ভাবী কাউণ্টেচ বেজুখভা। কিন্তু তুমি নিশ্চয় বুজিব পাৰিছা যে সেই পদটোৰ কাৰণে মোৰ কোনো বাসনা নাই। অৱশ্যে বিয়াৰ প্ৰসঙ্গত কওঁ : তুমি জানা নে যে এই কিছু সময়ৰ আগতে সেই সাৰ্বজনীন মাহী আন্না মিখায়লভ্‌না মোৰ ওচৰলৈ আহি একেবাৰেই গোপনে ৰখাৰ চৰ্ত্তত তোমাৰ বিয়াৰ এটা প্ৰস্তাৱৰ কথা কৈ গৈছে! পাত্ৰজন কোন জানা নে—প্ৰিন্স ভাচিলিৰ পুতেক আনাতোল। কোনো বিশিষ্ট ধনবান লোকৰ জীয়াৰীৰ লগত তাৰ বিয়া দি তেওঁৰ ল'ৰাৰ চৰিত্ৰক সংশোধন কৰাৰ ইচ্ছা, আৰু সেই কাৰণে তেওঁৰ আত্মীয়-স্বজনসকলে তোমাকে পচন্দ কৰিছে। এই বিষয়ে তুমি কি ভাবিবা মই নাজানো, কিন্তু কথাষাৰ তোমাক জনোৱাটো মোৰ কৰ্তব্য বুলি ভাবিয়েই জনালো। শুনিছো ল'ৰাজন দেখাত অতি ধুনীয়া আৰু ভয়ানক দুৰন্ত। তাৰ সম্বন্ধে মই মাত্ৰ ইমানেই জানিব পাৰিছো।

"যি হওঁক বহুত আজে-বাজে কথাৰে চিঠি ভৰাই পেলালো, দুই নম্বৰ পাতটোও প্ৰায় শেষ। আপ্ৰাক্সিনহঁতৰ ঘৰলৈ নিমন্ত্ৰণ খাবলৈ যাবৰ বাবে মায়ে মাতি আছে। অতীন্দ্ৰিয়বাদ সম্বন্ধে লিখা কিতাপখন পঠিয়ালো, পঢ়ি চাবা। ইয়াত কিতাপখনৰ খুব সুনাম। দুৰ্বল মানুহৰ পক্ষে বহুত কথাই বুজিবলৈ টান, তথাপি এই চমৎকাৰ কিতাপখনে মনক শান্ত কৰে, উন্নত কৰে। বিদায়! তোমাৰ দেউতা মঁচিয়েক মোৰ শ্ৰদ্ধা জনাবা, আৰু মদ্‌মৱজেল বুৰিয়েঁক জনাবা মোৰ প্ৰীতি। তোমালৈ থাকিল বহুত বহুত আন্তৰিক ভালপোৱা।

—জুলি

পুনশ্চ। তোমাৰ ককাইদেউ আৰু তেওঁৰ মনোৰমা ঘৈণীয়েকৰ খবৰ জনাবা।"

চিঠিখন পঢ়ি উঠি প্ৰিন্সেচে মিচিকিয়াই হাঁহি যেন কিবা অলপ ভাবিলে। সেই হাঁহিত তাইৰ উজ্জ্বল চকুযুৰি এনেভাবে তিৰ্‌বিৰ কৰি উঠিল যে তাইৰ মুখৰ চেহেৰাই সলনি হৈ গ'ল। তাৰপিছত হঠাৎ তাই উঠি গৈ টেবুলৰ সন্মুখত বহিল আৰু এখিলা কাগজ উলিয়াই লৈ লিখিবলৈ আৰম্ভ কৰিলে। চিঠিৰ উত্তৰ লিখি পেলালে ফৰাচী ভাষাতেই :

"মোৰ চেনেহী বান্ধৱী,—তোমাৰ ১৩ তাৰিখৰ চিঠিখনে মোক প্ৰচুৰ আনন্দ দিছে। ৰোমাণ্টিক জুলি মোৰ, তেনেহলে তুমি এতিয়াও মোক ভালপোৱা? যি বিৰহক তুমি ইমান বেয়া বুলি উল্লেখ কৰিছা তাৰ স্বাভাৱিক প্ৰভাৱ তো তোমাৰ ওপৰত পৰিছে যেন নালাগে। তুমি আমাৰ বিৰহৰ বাবে অভিযোগ কৰিছা। মই যদি অভিযোগ কৰিব পাৰিলোহেতেন তেনেহলেতো কথাই নাছিল? মইতো আটাইবিলাক মোৰ মৰমৰ মানুহৰ সঙ্গসুখৰপৰা বঞ্চিত হৈ আছো। হায়, ধৰ্মৰ ফালৰপৰা যদি মই সন্তুনা নাপালোহেতেন, তেনেহলে দুখ-বেদনাৰে মোৰ জীৱন অতিষ্ঠ হৈ উঠিলহেতেন। সেই ডেকাজনৰ প্ৰতি তোমাৰ অনুৰাগক মই বেয়া চকুৰে চাম বুলি তুমি ভাবিলা কেনেকৈ? এইবোৰ বিষয়ত মই অকল নিজৰ ওপৰতহে বিৰূপ হওঁ। কিন্তু আনৰ ক্ষেত্ৰত এই ধৰণৰ মনোভাৱ, মই বুজিব পাৰো—নিজৰ সেই অভিজ্ঞতা নথকা বাবে মই তাক সমৰ্থন কৰিব নোৱাৰো, কিন্তু সেইবুলি তাক নিন্দাও তো কৰিব নোৱাৰো। মোৰ মাত্ৰ ভাব হয়, এজন যুৱকৰ ধুনীয়া দুটি চকুৱে তোমাৰ নিচিনা এজনী ৰোমাণ্টিক প্ৰেমময়ী যুৱতীৰ অন্তৰত যি অনুভূতিক জগাই তোলে তাৰ তুলনাত খৃষ্টীয় ভালপোৱা, প্ৰতিবেশীক ভাল পোৱা, শত্ৰুক ভালপোৱা বহুত বেছি মহৎ, মধুৰ, শ্ৰেষ্ঠ।

"তোমাৰ চিঠি অহাৰ আগতেই কাউণ্ট বেজুখভৰ মৃত্যু-সংবাদ আমি পাইছো। খবৰটো পায়েই দেউতা অত্যন্ত বিচলিত হৈ পৰিছে। তেওঁ কৈছে, কাউণ্ট আছিল এটা মহান শতিকাৰ এজনৰ বাহিৰে শেষ প্ৰতিনিধি। এইবাৰ তেওঁৰ পাল, কিন্তু

সেই পাপ যাতে যথাসম্ভৱ পলমকৈ আহে তাৰ কাৰণে তেওঁ সাধ্য অনুসৰি চেষ্টা কৰিব। সেই ভয়ংকৰ দুৰ্ভাগ্যৰ হাতৰ-পৰা ঈশ্বৰে আমাক ৰক্ষা কৰক।

"পিয়েৰ সম্পৰ্কে তোমাৰ লগত মই একেমত হব পৰা নাই। সৰুকালৰপৰাই তাক মই জানো। চিৰদিনেই তাৰ প্ৰতি মোৰ ধাৰণা সি এক মহৎ হৃদয়ৰ অধিকাৰী, আৰু মানুহৰ এই গুণটোকেই মই আটাইতকৈ বেছি মূল্য দিওঁ। তাৰ উত্তৰাধিকাৰ আৰু প্ৰিন্স ভাচিলিৰ কাৰ্যকলাপ সম্পৰ্কে কওঁ, দুয়োৰে পক্ষে ঘটনাটো দুখ লগা। জানা নে মোৰ মৰমৰ বান্ধৱী, আমাৰ স্বৰ্গীয় উদ্ধাৰকৰ্তাৰ সেই বাণী—যদিও বা উটে কেনেবাকৈ এটা বেজিৰ বিন্ধাটোৰে সৰকি যাব পাৰে, কোনো ধনী লোকে কাহানিও ঈশ্বৰৰ ৰাজ্যত প্ৰবেশ কৰিব নোৱাৰে—যিটো ভয়ানকভাৱে সত্য। প্ৰিন্স ভাচিলিৰ কাৰণে মোৰ দুখ লাগে, কিন্তু তাতকৈও বেছি দুখ লাগে পিয়েৰৰ কাৰণে। তাৰ ইমান কম বয়স আৰু ইমান বেছি সম্পদৰ বোজা—কিমান যে প্ৰলোভন তাৰ সমুখত আহি উপস্থিত নহব! মোক যদি কোনোবাই সোধে, জগতত আটাইতকৈ বেছি মই কি বিচাৰো তেনেহলে মই বিচাৰিম—জগতৰ আটাইতকৈ দুখীয়া ভিখাৰীজনতকৈও মই বেছি দুখীয়া হবলৈ! মৰমৰ সখী, মক্কোত ইমান সাফল্যমণ্ডিত যি কিতাপখন তুমি মোলৈ পঠিয়াইছা তাৰ কাৰণে তোমাক বহুত বহুত ধন্যবাদ। তথাপি কথা এষাৰ কওঁ, যিহেতু তুমি লিখিছা যে বহুত ভাল ভাল কথাৰ মাজত কিতাপখনত এনেকুৱা কিছুমান কথা আছে যাক আমাৰ দুৰ্বল মানৱিক বুদ্ধিয়ে চুকি নাপায়, সেইহেতুকে মোৰ বোধেৰে, যিটো দুৰ্বোধ্য সেইটো ফলপ্ৰসূও হব নোৱাৰে, তাক পঢ়ি সময় নষ্ট কৰাও বৃথা। অতীন্দ্ৰিয়বাদ সংক্ৰান্ত কিতাপবোৰে মানুহৰ মনক কেৱল সন্দেহগ্ৰস্ত কৰি তোলে, সিহঁতৰ কল্পনাক উত্তেজিত কৰে; ফলত খৃষ্টীয় সৰলতাৰ পৰিৱৰ্তে সিহঁতৰ মনত সকলো কথাকে তাৰ স্বৰূপতকৈ বৰ্ধিত ৰূপত চোৱাৰ প্ৰৱণতা জাগে। এইভাৱে কিছুমান মানুহে কিয় যে সিহঁতৰ চিন্তাশক্তিক বিভ্ৰান্ত কৰিবলৈ ভালপায় মই তাৰ কাৰণ বিচাৰি নাপাওঁ। ভাতকৈ বৰং আমি 'পত্ৰাৱলী আৰু খৃষ্টীয়

প্ৰত্যাদেশবোৰ' পঢ়া বেছি ভাল। কিন্তু সেইবোৰৰ ভিতৰত যদি কিবা ৰহস্যময় কথা থাকে তাৰ ভিতৰত সোমোৱাৰ চেষ্টা যেন আমি নকৰো। আমি তো শোচনীয় পাপীৰ দল; যি তেজ-মঙহৰ দেহাই চিৰশাশ্বত আৰু আমাৰ মাজত এক দুৰ্ভেদ্য যৱনিকা ৰচনা ক'ৰি আছে আৰু যিমান দিন আমি তাৰ মাজত বাস কৰি আছো সিমান দিন ঈশ্বৰৰ সকলো ভয়ংকৰ আৰু পবিত্ৰ গোপন কথাক আমি কেনেকৈ জানিম? তাতকৈ এই মৰ-জগতত আমাক বাট দেখুৱাবৰ বাবে স্বৰ্গীয় উদ্ধাৰকৰ্তা যীশুখৃষ্টই যিবোৰ মহৎ বিধান আমাৰ কাৰণে এৰি থৈ গৈছে তাৰেই অধ্যয়ন আৰু অনুশীলন কৰাৰ মাজত আমি নিজক সীমিত ৰখাটোৱেই আমাৰ পক্ষে বাঞ্ছনীয়। আমি চেষ্টা কৰিব লাগিব যাতে সেইবোৰ বিধান মানি তাক অনুসৰণ কৰি চলিব পাৰো। আমি বুজিব লাগিব যে মানুহৰ দুৰ্বল মনক আমি যিমান কম প্ৰশ্ৰয় দিম সিমানে আমি ঈশ্বৰক সন্তুষ্ট কৰিব পাৰিম। যি জ্ঞান ঈশ্বৰৰপৰা উদ্ভূত নহয় তাক তেওঁ সম্পূৰ্ণৰূপে অগ্ৰাহ্য কৰে। আৰু যি ৰহস্যক তেওঁ কৃপা কৰি আমাৰ ওচৰৰপৰা লুকাই ৰাখিছে তাক পৰিমাপ কৰিবলৈ আমি যিমান কম চেষ্টা কৰিম সিমানেই তেওঁ তেওঁৰ ঐশ্বৰিক আৱিৰ্ভাৱৰ মাজেৰে সেই ৰহস্যক উন্মোচন কৰিব।

"দেউতাই মোৰ কোনো পাণি-প্ৰাৰ্থীৰ কথা মোক কোৱা নাই। অৱশ্যে তেওঁ প্ৰিন্স ভাচিলিৰ এখন চিঠি পোৱা বুলি কৈছে, আৰু প্ৰিন্স আমাৰ ইয়ালৈ এবাৰ আহিব বুলিও তেওঁ আশা কৰিছে। মোৰ বিয়াৰ এই প্ৰস্তাৱ সম্পৰ্কে তোমাক কৈ থওঁ যে 'বিয়া'ক মই এনেকুৱা এটা ঐশ্বৰিক অনুষ্ঠান বুলি ভাবো যাক মানি চলাটো কৰ্তব্য। ঈশ্বৰে যদি মই পত্নী আৰু মাতৃ হোৱা কৰ্তব্য মোৰ ওপৰত অৰ্পণ কৰে তেনেহলে মোৰ পক্ষে সি যিমানেই যন্ত্ৰণাদায়ক নহওক লাগিলে তথাপি মই সেই কৰ্তব্যক যথাযথভাৱে পালন কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিম। পতি হিচাপে তেওঁ যাকেই মোৰ ওচৰলৈ পঠিয়াব তেওঁৰ প্ৰতি মোৰ মনোভাৱৰ কথা বিচাৰ কৰি নিজক মূৰ্চ্ছেই বিচলিত কৰি নুতুলিম।

"ককাইদেউৰপৰা এখন চিঠি পাইছো, লিখিছে অতি সোন-কালেই ঘৈণীয়েকক লগত লৈ বন্ড হিল্‌চলৈ আহিব। অৱশ্যে এই আনন্দ নিচেই অলপ দিনৰ কাৰণেহে, কাৰণ এই ধ্বংস-কাৰী যুদ্ধত যোগ দিবলৈ তেওঁ আকৌ গুচি যাবগৈ। এই যুদ্ধত কিভাৱে আৰু কি কাৰণে যে আমি জড়িত হৈ পৰিছো তাক ভগৱানেহে জানে। যি কৰ্মব্যস্ত জগতৰ একেবাৰে মাজভাগত তোমালোকে আছা অকল যে তাতেই যুদ্ধৰ কথা কোৱাকুই চলিছে সেইটো নহয়, ইয়াত এই খেতি-পথাৰেৰে ভৰা গাওঁ-অঞ্চলৰ শান্ত প্ৰকৃতিৰ মাজত—চহৰৰ মানুহবিলাকে যাক দেশৰ মূল বৈশিষ্ট্য বুলি ভাবে—ইয়াতো কৃষকবিলাকৰ মুখে মুখে এই যুদ্ধৰেই নানা ধৰণৰ উৰা বাতৰি বিয়পি পৰিছে। দেউতাইতো অকল অভিযান আৰু প্ৰতি অভিযানৰ দিনে-নিশাই কৈ থাকে, মই কিন্তু সেইবোৰ কথাৰ আগ-গুৰি একোৱেই নুবুজো। মোৰা পৰহি দিনাখন এইবেলৰ বাট্‌ দৈনন্দিন ভ্ৰমণৰ সময়ত এটা অতি মৰ্মান্তিক দৃশ্য দেখিছো...আমাৰ এই অঞ্চলৰপৰা বলেৰে সংগ্ৰহ কৰা এদল সৈন্য যুদ্ধত যোগ দিবৰ বাবে যাবলৈ ওলাইছে। যিবিলাকে যাবলৈ ওলাইছে সিহঁতৰ মাকবিলাক, ঘৈণীয়েকবিলাক আৰু ল'ৰা-ছোৱালী-বিলাকৰ অৱস্থা যদি দেখিলাহেঁতেন, সিহঁতে ফেকুৰি ফেকুৰি কন্দা যদি শুনিলাহেঁতেন। সেইবোৰ দেখি-শুনি মোৰ ধাৰণা হ'ল, স্বৰ্গীয় পৰিত্ৰাণকৰ্তাই প্ৰেম আৰু ক্ষমাৰ যি বাণী প্ৰচাৰ কৰিছে তেওঁৰ সেই বিধানবোৰ মানুহে বোধহয় পাহৰি গৈছে—মাত্ৰ পৰস্পৰৰ মাজত মৰামৰি কটা-কটিৰ কৌশলকেই আটাইতকৈ বেছি মূল্য দিছে।

"বিদায়, মৰমৰ বান্ধৱী মোৰ! আমাৰ স্বৰ্গীয় ত্ৰাণকৰ্তা যীশু আৰু তেওঁৰ পৰম পবিত্ৰ মাতৃয়ে তোমাৰ মঙ্গল কৰক!

—মাৰি।"

মাৰিয়াই চিঠিখন লিখি শেষ কৰাৰ লগে লগে মাদময়জেল বুৰিএ আহি হাঁহি হাঁহি মাত লগালে, "তুমিও চিঠি লিখিছা প্ৰিন্সেচ? ময়ো মোৰ মালৈ এখন চিঠি লিখি পঠিয়াই দিলো।"

হঠাৎ ভাই গহীন হৈ সক মাতেৰে আকৌ কলে, "তোমাক

সাৱধান কৰি দিওঁ প্ৰিন্সেচ, প্ৰিন্সে কিন্তু মাইকেল আইভান-ভিচক গালি পাৰি আছে। তেওঁৰ মেজাজ কিন্তু বৰ বেয়া হৈ আছে। তুমিও সাজু হৈ থকা ভাল, বুজিছা।”

প্ৰিন্সেচ মাৰিয়াই কলে, “চোৱা বন্ধু, তোমাক তো মই আগতেই কৈছো মোৰ দেউতাৰ মেজাজ সম্বন্ধে মোক কেতিয়াও সাৱধান কৰি নিদিবা। মই নিজে কেতিয়াও তেওঁৰ বিচাৰ নকৰো, আৰু আন কোনোৱে কৰাটোও মই নিবিচাৰো।”

প্ৰিন্সেচে মূৰ দাঙি ঘড়ীৰ ফালে চালে, ক্লাভিয়েৰ লৈ অনুশীলন আৰম্ভ কৰাৰ সময় পাঁচ মিনিট পাৰ হৈ গৈছে দেখি ভয়ে ভয়ে তেওঁ বহা-ঘৰত গৈ সোমাল। বাৰ বজাৰপৰা দুই বজালৈ প্ৰিন্সে জিৰণি লয়, আৰু প্ৰিন্সেচে তেতিয়া ক্লাভিয়েৰ বজায়।

## [ তেইশ ]

ডাওৰ পড়া কোঠালীটোত প্ৰিন্স শুই আছে। দুৱাৰৰ ওচৰত বহি তিখন নামৰ বুঢ়া চাকৰটোৱে টোপনিয়াই আছে। ঘৰৰ সিটো মূৰৰপৰা ভাহি আহি আছে ঘন ঘন কবিতা আবৃত্তিৰ সুৰ।

ঠিক সেই সময়তে দুখন ঘোঁৰা-বগী আহি আগ-চোতালত থিয় হ'ল। প্ৰিন্স আন্দ্ৰু আৰু তেওঁৰ ঘৈণীয়েক গাড়ীৰপৰা নামিল। বুঢ়া তিখনে দুৱাৰৰ ফালেৰে মূৰটো উলিয়াই ইঙ্গিতেৰে প্ৰিন্স আন্দ্ৰুক জনাই দিলে যে দেউতাক শুই আছে, তাৰ-পিছত লৰালৰিকৈ দুৱাৰখন বন্ধ কৰি দিলে। তিখনে জানে, পুত্ৰেকেই আহক নাইবা কোনো অসাধাৰণ ঘটনাই ঘটক, কোনো কাৰণতেই গৰাকীৰ নিৰ্দিষ্ট দৈনন্দিন কাৰ্যসূচীৰ কোনো ব্যতিক্ৰম ঘটোৱা নচলিব। তিখনৰ নিচিনাকৈ প্ৰিন্স আন্দ্ৰুৱেও সেই কথা জানে। সেয়ে তেওঁ ইয়াৰপৰা ঘূচি যোৱাৰ পিছত দেউতাকৰ অভ্যাসবোৰৰ কোনো পৰিবৰ্তন হৈছে নে নাই সেইটো বুজিবৰ বাবে এবাৰ ঘড়ীটো চালে। যেতিয়া তেওঁ বুজিলে যে কোনো পৰিবৰ্তন হোৱা নাই তেতিয়া তেওঁ মুখ ঘূৰাই ঘৈণীয়েকৰ ফালে চাই কলেঃ

"দেউতা বিশ মিনিটৰ ভিতৰতেই উঠিব। ব'লা আমি এতিয়া নাবিৰ কোঠালীলৈ যাওঁ।"

তেওঁৰ ঘৈণীয়েক সৰু প্ৰিন্সেচে চাৰিওফালে চকু ঘূৰাই চাই বিস্মিতভাৱে গিৰিয়েকক কলে, "এয়াচোন ৰাজপ্ৰাসাদ! ব'লা, সোনকালে ব'লা।" চাৰিওফালে চাই লৈ তেওঁ এবাৰ তিখনৰ ফালে, এবাৰ গিৰিয়েকৰ মুখলৈ, তাৰপিছত পৰিচাৰকৰ ফালে চাই মিচিকিয়াই হাঁহিলে।

"সেয়া নাৰিয়ে বাজনা বজাব ধৰিছে নহয়? ব'লা মনে মনে গৈ তাইক আচৰিত কৰি দিওঁ।"

প্ৰিন্স আন্‌দ্ৰুৱে নীৰৱে ঘৈণীয়েকক অনুসৰণ কৰিলে।

তিখনে আগুৱাই আহি তেওঁৰ হাতত চুমা খালে। প্ৰিন্সেস কলে, "তুমি একেবাৰেই বুঢ়া হৈ গৈছা তিখন।"

যিটো কোঠালীৰপৰা ক্লাভিকৰ্ডৰ শব্দ ভাহি আহিছিল তেওঁলোকে তাত গৈ পোৱাৰ আগতে ফৰাচী সুন্দৰী মাদ্‌মৱজেল বুৰিএঁ আনন্দত হাঁহি হাঁহি দৌৰি আহিল।

তাই চিঞৰি কৈ উঠিল, "প্ৰিন্সেচৰ কি আনন্দৰ দিন! অৱশেষত তেনেহলে ! তাইক মই এতিয়াই খবৰ দিওঁগৈ।"

সৰু প্ৰিন্সেচে তাইক বাধা দি কলে, "নাই, নাই, তাইক নকৰা। ···তুমিতো মাদ্‌মৱজেল বুৰিএঁ, নহয় জানো। তোমাৰ লগত মোৰ ননদৰ বন্ধুত্বৰ সূত্ৰে তোমাক মই আগতেই চিনি পাইছো। কেনেই, আমি আহিম বুলি নাৰিয়াই নাজানে নেকি?"

যিটো কোঠালীৰপৰা বাজনাৰ সুৰ ভাহি আহিছিল তেওঁলোক আটায়ে তাৰ দুৱাৰমুখত আহি উপস্থিত হ'ল।

সৰু প্ৰিন্সেচ ঘৰৰ ভিতৰত সোমাল। লগে লগে বাজনা বন্ধ হৈ গ'ল, তাৰ সলনি শুনা গ'ল এটা আনন্দৰ চিঞৰ। তাৰপিছতেই প্ৰিন্সেচ নাৰিয়ে দৌৰি আহি নবৌৱেকক সাৱটি ধৰি চুমা খালে। প্ৰিন্স আন্‌দ্ৰুৰ বিয়াৰ সময়ত মাত্ৰ অলপ দিনৰ কাৰণে এই দুই প্ৰিন্সেচৰ দেখা হৈছিল। তথাপি এতিয়া তেওঁলোকে দুয়ো দুয়োকে আঁকোৱালি ধৰি যেয়ে য'তে ইচ্ছা চুমা খাবলৈ ধৰিলে। মাদ্‌মৱজেল বুৰিয়েঁই আচৰিত হৈ দুই প্ৰিন্সেচৰ কাৰ্যকলাপ নীৰৱে চাই থাকিল, মুখত তাইৰ

অপাৰ্থিৱ হাঁহি, দেখি ভাব হয় যি কোনো মুহূৰ্তত তাই কান্দি পেলাব বা হাঁহি উঠিব। ভুল বাজনা শুনিলে সঙ্গীত ৰসিকসকলে যেনেকুৱা কৰে, প্ৰিন্স আনদ্ৰুৱেও সেইদৰে কান্ধ জোকাৰি ভ্ৰূ কোঁচালে। প্ৰিন্সেচ দুজনীয়ে পৰস্পৰক এৰি দিলে, দুয়ো দুয়োৰে হাতত চুমা খালে তাৰপিছত হঠাৎ দুয়ো কান্দিবলৈ আৰু উভয়ে উভয়ৰ মুখত চুমা খাবলৈ ধৰিলে। লগে লগে মাদময়জেল বুৰিয়েঁও ফেকুৰি ফেকুৰি কান্দি উঠিল। এই দৃশ্য দেখি প্ৰিন্স আনদ্ৰু প্ৰথমে আচৰিত হলেও পিছত অস্বস্তি বোধ কৰিলে। কিন্তু প্ৰিন্সেচ দুজনীৰ ওচৰত এই কান্দোনেই সিহঁতৰ কাৰণে একান্ত স্বাভাৱিক যেন লাগিল, সিহঁতৰ এই সাক্ষাতৰ সময়ত ইয়াৰ বাহিৰে সিহঁতৰ আন কোনো ব্যৱহাৰৰ কথা সিহঁতে ভাবিবই নোৱাৰে।

"অ মোৰ সোণজনী ! মোৰ চেনেহৰ মাৰিজনী ? ⋯" "কথাবোৰ কোৱাৰ লগে লগে সিহঁতে হাঃ হাঃকৈ হাঁহি উঠিল। "যোৱা ৰাতিয়েই মই তোমাক সপোনত দেখিছো ⋯"—"আমি আহিম বুলি তুমি বাৰু আশা কৰা নাছিলা নে ?⋯"—মাৰি ! তুমি বৰকৈ খীণাই গৈছা !" —"তুমি কিন্তু খুব শকত হৈছা !⋯"

"মই কিন্তু দেখিয়েই প্ৰিন্সেচক চিনি পাইছো," মাদময়জেল বুৰিয়েঁই হাঁহি হাঁহি কলে।

"মইতো ভাবিবই পৰা নাছিলো !⋯" প্ৰিন্সেচ মাৰিয়ে চিঞৰি কৈ উঠিল। "আনদ্ৰু ককাইদেউ, তোমাক তো মই দেখিবলৈয়ে পোৱা নাছিলো।"

প্ৰিন্স আনদ্ৰু আৰু তেওঁৰ ভনীয়েকে উভয়ৰ হাতত ধৰাধৰি কৰি পৰস্পৰক চুমা খালে। ভনীয়েকক মৰম কৰি আনদ্ৰুৱে কলে যে তাই এতিয়াও সৰু ছোৱালীৰ দৰে কান্দুৰী হৈয়ে আছে। মাৰিয়াই ককায়েকৰ মুখলৈ মূৰ দাঙি চালে, তাইৰ চকুমুৰি চলচলীয়া হৈ আছিল।

ইফালে সৰু প্ৰিন্সেচে অবিৰামভাৱে বলকি যাবলৈ ধৰিলে : স্পাস্কি পাহাৰত তেওঁলোকে এটা দুৰ্ঘটনাৰ মুখত পৰিছিল, তেওঁৰ এই অৱস্থাত কোনো বিপজ্জনক ঘটনা ঘটিব পাৰিলেহেতেন ; আটাইবিলাক পোছাক-পাতি তেওঁ পিটাৰ্চবুৰ্গত এৰি থৈ আহিছে,

সেয়ে ইয়াত যে কি পিন্ধিব তেওঁ নাজানে; আনন্দ বহুত সলনি হৈ গৈছে; কিটি আদিত্ত চভাই এজন বুঢ়াক বিয়া কৰাইছে; মাৰিক বিয়া কৰাবলৈ আগ্ৰহী এজন পাত্ৰ পোৱা গৈছে, সেই সম্বন্ধে আমি পিছত কথা পাতিম বাৰু। প্ৰিন্সেচ মাৰিয়ে তেতিয়াও তাইৰ ককায়েকৰ মুখৰ ফালেই চাই আছে, তাইৰ ধুনীয়া চকুযুৰি ভালপোৱা আৰু বিষণ্ণতাৰে ভৰা। তাইক দেখিলে স্পষ্ট বুজিব পৰা যায়, বৌয়েকে যিয়েই নকওক লাগে, তেতিয়া তাইৰ মনত এটা সম্পূৰ্ণ বেলেগ চিন্তাধাৰা বৈ গৈ আছে। পিটাৰ্চবুৰ্গৰ যোৱা উৎসৱৰ বৰ্ণনাৰ মাজতেই তাই ককায়েকক কলে ঃ

"তেনেহলে তুমি সঁচাকৈয়ে যুদ্ধলৈ যাবলৈ ওলাইছা নহয় ককাইদেউ?" তাই এটা হুমুনিয়াহ এৰিলে।

লিজায়ো এটা হুমুনিয়াহ পেলালে।

"এৰা, মই কাইলৈয়েই ৰাওনা হম," ককায়েকে কলে।

"তেওঁ মোক ইয়াত এৰি থৈ যাবগৈ। খুব সম্ভৱ তেওঁ প্ৰমোচন পাব, তথাপি কিয় যে তেওঁ মোক লগত নিনিয়াকৈ ইয়াতে এৰি থৈ যাবলৈ ওলাইছে তাক ঈশ্বৰেহে জানে..."

ন-বৌৱেকৰ কথাৰ মাজতে মাৰিয়াই সুধিলে, "সেইটো নিশ্চিত নে?"

সৰু প্ৰিন্সেচৰ মুখৰ ভাব সলনি হৈ গ'ল। তেওঁ আকৌ এটা হুমুনিয়াহ এৰি কলে, "একেবাৰেই সঠিক। উস্, মোৰ কি যে ভয় লাগিছে..."

তেওঁৰ ওঁঠ দুটা কঁপি উঠিল। মাৰিয়াই ন-বৌৱেকৰ মুখৰ ওচৰলৈ নিজৰ মুখখন আগবঢ়াই নি হঠাৎ ফেকুৰি ফেকুৰি কান্দিবলৈ আৰম্ভ কৰিলে।

প্ৰিন্স আন্দ্ৰুৱে কলে, "বুজিছা মাৰিয়া তেওঁৰ জিৰণি লোৱা দৰকাৰ। তুমি তেওঁক তোমাৰ কোঠালৈ লৈ যোৱাগৈ। মই দেউতাৰ ওচৰলৈ যাওঁ। দেউতা কেনে আছে? সেই একেদৰেই নে?"

"অঁ ঠিক আগৰ দৰেই। অৱশ্যে তোমাৰ চকুত অলপ বেলেগ যেন লাগিব পাৰে।" ককায়েকৰ মুখৰ ফালে চাই মাৰিয়াই কলে।

"সেই একেদৰেই ঘড়ী চাই এতিয়াও চলে? একেদৰেই বাগিচাত খোজকাঢ়ি ফুৰে? আৰু সেই লেদ-মেচিন?" প্ৰশ্নবোৰ কৰিবৰ সময়ত প্ৰিন্স আনদ্ৰুৰ মুখত এটা পাতল মিচিকিয়া হাঁহি ফুটি উঠিল, বুজিব পৰা গ'ল দেউতাকৰ প্ৰতি যথেষ্ট ভালপোৱা আৰু শ্ৰদ্ধা সত্ত্বেও তেওঁৰ দুৰ্বলতা সম্পৰ্কে তেওঁ সচেতন।

ঘণ্টাৰ হিচাপ ঠিকেই আছে, লেদ-মেচিনো, মোৰ গণিত আৰু জ্যামিতিৰ অনুশীলনো একেভাবেই চলিছে," এনেকুৱা সহজভাৱে হাঁহি হাঁহি প্ৰিন্সেচ মাৰিয়ে কথাবোৰ কলে যেন জ্যামিতিয়েই তাইৰ জীৱনৰ আটাইতকৈ আনন্দদায়ক বস্তু।

বিছ মিনিট পিছত যেতিয়া বুঢ়া প্ৰিন্সৰ শুই উঠাৰ সময় হ'ল তেতিয়া তিখন আহিল সৰু প্ৰিন্সক তেওঁৰ দেউতাকৰ ওচৰলৈ লৈ যাবৰ বাবে। পুতেকৰ আগমনৰ সন্মানাৰ্থে বুঢ়া ভদ্ৰলোকগৰাকীয়ে তেওঁৰ দৈনন্দিন কাৰ্যসূচীৰ অলপ পৰিবৰ্তন ঘটালে: ডিনাৰৰ পোছাক পিন্ধাৰ সময়তেই তেওঁ পুতেকক তেওঁৰ ঘৰলৈ লৈ অহাৰ অনুমতি দিলে। বুঢ়া প্ৰিন্সে সদায় পুৰণি ধৰণৰ পোছাক পিন্ধে—এটা পুৰণিকলীয়া কোট আৰু চুলিত সদা থাকে পাউডাৰ। প্ৰিন্স আনদ্ৰু যেতিয়া দেউতাকৰ ঘৰত গৈ সোমাল তেতিয়া বুঢ়া ভদ্ৰলোকগৰাকী এখন ডাঙৰ আৰামী চকীত বহি আছিল আৰু তিখনে তেওঁৰ চুলিত পাউডাৰ সানি দিব ধৰিছিল।

পাউডাৰ সনা মূৰটো জোৰে জোকাৰি জোকাৰি বুঢ়া প্ৰিন্সে কৈ উঠিল, "আহা, আহা মহাবীৰ! বোনাপাৰ্টক পৰাজিত কৰিব খুজিছা, নহয় জানো? কৰা, কৰা, খিপ্ৰ পাৰা সোনকালে কৰা, নহলে সি যদি এইভাৱে আগবাঢ়ি আহি থাকে তেতিয়া হলে অতি সোনকালেই সি আমাক আটাইবিলাককে তাৰ প্ৰজা কৰিহে এৰিব। তুমি কেনে আছা?" এইবুলি তেওঁ নিজৰ গালখন পুতেকৰ ফালে আগবঢ়াই দিলে।

খোৱাৰ আগতে শুই উঠাৰ বাবে বুঢ়া মানুহগৰাকীৰ মেজাজ বেছ ভালে আছে। (বুঢ়া প্ৰিন্সে প্ৰায়ে কয়, 'খোৱাৰ পিছৰ টোপনি ৰূপ,—খোৱাৰ আগৰ টোপনি হ'ল সোণ।') তেওঁ কেৰাহিকৈ পুতেকৰ মুখলৈ চালে। আনদ্ৰুৱে আগবাঢ়ি গৈ

দেউতাকৰ গালত চুমা খালে। সামৰিক বিভাগৰ মানুহবিলাকক লৈ, বিশেষকৈ বোনাপাৰ্টক লৈ ঠাট্টা-মস্কৰা কৰাটো তেওঁৰ দেউতাকৰ এটা প্ৰিয় বিষয়। সেয়ে আনন্দ্ৰুৱে দেউতাকৰ কথাৰ কোনো উত্তৰ নিদিলে।

বিনীতভাৱে তেওঁ মাত্ৰ কলে, "হয় দেউতা, মই আপোনাৰ ওচৰলৈ আহিছো, মোৰ গৰ্ভৱতী পত্নীকো মোৰ লগত লৈ আহিছো। আপোনাৰ স্বাস্থ্য কেনে আছে ?

"চোৱা আনন্দ্ৰু, অকল মূৰ্খ আৰু লম্পটবিলাকেহে অসুখত ভোগে। তুমি তো মোক জানা ঃ ৰাতিপুৱাৰপৰা ৰাতিলৈকে মই কামত ব্যস্ত থাকো। তদুপৰি মই মিতাচাৰীও, গতিকে মই ভালেই আছো।"

"ঈশ্বৰক ধন্যবাদ," পুতেকে হাঁহি কলে।

"এই ক্ষেত্ৰত ঈশ্বৰৰ কৰিবলগীয়া একোৱেই নাই!" বুলি কৈয়েই তেওঁ তেওঁৰ প্ৰিয় বিষয়বস্তুলৈ উভতি গ'ল ঃ "যি নতুন বিজ্ঞানক তোমালোকে 'ৰণকৌশল' বুলি কোৱা তাৰ সহায়ত বোনাপাৰ্টৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ জাৰ্মানবিলাকে তোমালোকক কিভাৱে শিকাইছে কোৱাচোন ?"

দেউতাকৰ কথা শুনি প্ৰিন্স আনন্দ্ৰুৱে হাঁহবলৈ ধৰিলে, তাৰ পিছত হাঁহি হাঁহিয়েই কলে, "গোটেই বিষয়টো ভালদৰে বুজি লবলৈ মোক সময় দিয়ক দেউতা।" তেওঁৰ কথাৰপৰা বুজিব পৰা গ'ল, দেউতাকৰ চৰিত্ৰৰ দুৰ্বলতা সত্ত্বেও আনন্দ্ৰুৱে দেউতাকক ভালপায়, সন্মান কৰে। "কৰবলৈ গলে মইতো এতিয়াও থিতাপি লাগি বহিবই পৰা নাই!"

বুঢ়া মানুহগৰাকীয়ে পুতেকৰ হাতত জোৰে চেপি ধৰি মুৰটো জোকাৰি জোকাৰি কলে, ' বাজে কথা, একেবাৰেই বাজে কথা। অ', বোৱাৰীৰ থকা-ঘৰ ঠিক কৰি ৰখা আছে। মাৰিয়ে তেওঁক তালৈ লৈ গৈ সকলো বুজাই দিবহি। সিহঁতে তো এটা কথাৰ ঠাইত দহটা কথা কব। তিৰোতা মানুহৰ স্বভাৱেই তেনেকুৱা। বোৱাৰী অহাত মই বৰ ভাল পাইছো। বাৰু তুমি বহাচোন, ভালকৈ কথা পাতো। মাইকেলচনৰ বাহিনীক মই বুজিব পাৰো,

—১১

টলষ্টয়কো বুজো সমান্তৰাল অভিযান কিন্তু দক্ষিণী বাহিনীয়ে কি কৰিব? প্ৰুচিয়া নিৰপেক্ষ সেইটো মই জানো। কিন্তু অষ্ট্ৰিয়াৰ খবৰ কি?" হঠাৎ থিয় হৈ তেওঁ ঘৰৰ ভিতৰত চিন্তিতভাৱে পায়চাৰি কৰিবলৈ ধৰিলে, আৰু তিখনে যেতিয়া যিটো পোছাক তেওঁৰ দৰকাৰ সেইটো হাতত তুলি দিবলৈ তেওঁৰ পাছে পাছে ঘূৰি ফুৰিবলৈ ধৰিলে। "আৰু চুইডেনৰেইবা খবৰ কি? সিহঁতে পোমেৰানিয়া পাৰ হব কেনেকৈ?"

দেউতাকে জানিবৰ বাবে ইমান বেছি আগ্ৰহ কৰা কাৰণে প্ৰিন্স আন্দ্ৰুৱে প্ৰথমে অনিচ্ছাসত্ত্বেও আসন্ন অভিযানৰ কাৰ্যক্ৰম বুজাই কবলৈ আৰম্ভ কৰিলে, কিন্তু কওঁতে কওঁতে নিজৰেই কোৱাৰ আগ্ৰহ বাঢ়ি যোৱাত আৰু অভ্যাসবশতঃ নিজৰ অজানিতে ৰাচিয়াৰ কথাৰপৰা ফ্ৰান্সৰ কথালৈ গুচি গ'ল। তেওঁ দেউতাকক বুজাবলৈ ধৰিলে, নব্বৈ হাজাৰ সৈন্যৰ এটা বাহিনীয়ে প্ৰুচিয়াক এনেকুৱা ভয় দেখুৱাব যে সিহঁতে নিৰপেক্ষতা ভঙ্গ কৰি যুদ্ধত যোগ দিবলৈ বাধ্য হব। সেই বিৰাট বাহিনীৰ এটা অংশই ষ্ট্ৰালচুণ্ডত চুইডিচ বাহিনীৰ লগত যোগ দিব। এক লক্ষ ৰুচ সৈন্যৰ সৈতে দুই লক্ষ বিশ হাজাৰ অষ্ট্ৰীয় সৈন্য ইটালীত আৰু ৰাইন নদীৰ পাৰত সমবেত হব। পঞ্চাশ হাজাৰ ৰুচ আৰু সমসংখ্যক ইংৰাজ সৈন্য নেপল্‌চত অৱতৰণ কৰিব; আৰু মুঠ পাঁচ লক্ষ সৈন্যই বিভিন্ন ফালৰপৰা ফৰাচী বাহিনীক আক্ৰমণ কৰিব। বুঢ়া প্ৰিন্স কিন্তু এইবোৰ বিবৰণ শুনি অলপো উৎসাহ নেদেখুৱালে, বৰঞ্চ যেন একোৱেই শুনা নাই তেনে ভাবত পায়চাৰি কৰি কৰিয়ে পোছাক পিন্ধিবলৈ ধৰিলে আৰু অপ্ৰত্যাশিতভাৱে তিনিবাৰ পুতেকৰ কথাৰ মাজতে বাধাৰ সৃষ্টি কৰিলে। এবাৰ হঠাৎ চিঞৰি কৈ উঠিল, "বগা পোছাকটো, বগা পোছাকটো!"

তাৰ মানে তেওঁ বিচৰা ওৱেষ্ট-কোটটো নিদিয়া বাবে তিখনৰ ওপৰত তেওঁৰ খং উঠিছিল। তাৰ পিছত পুতেকৰ ফালে চাই তেওঁ কলে, "হুঁ, তুমি কোৱা, কৈ যোৱা।"

প্ৰিন্স আন্দ্ৰুৱে তেওঁৰ কবলগীয়া কথা প্ৰায় শেষ কৰি আনিছে এনে সময়তে আহিল তৃতীয় বাধা। হঠাৎ বুঢ়া মানুহৰ

ভঙা মাতেৰে দেউতাকে গাই উঠিল ঃ "মালবৰো যুদ্ধলৈ হ'ল ৰাওণা, উভতি অহাৰ নাই ঠিকনা।" ( এটা অনাজাত ফৰাচী গান।)

পুতেকে মিচিকিয়াই হাঁহিলে। তাৰপিছত কলে, "এই ৰণ-কৌশল মই সমৰ্থন কৰো বুলি কোৱা নাই। মই মাত্ৰ সঁচা কথাটোহে কৈছো। ইমান দিনে নেপোলিয়নেও নিশ্চয় কিবা এটা ৰণ-কৌশল তৈয়াৰ কৰিছে, আৰু যিটো সম্ভৱতঃ আমাৰ-টোতকৈ বেয়া নহয়।"

"চোৱা, তুমি নতুন কথা একো কোৱা নাই," এইবুলি কৈ বুঢ়াই গৰ্‌গৰীয়া মাতেৰে আওৰাবলৈ ধৰিলে ঃ "মালবৰো যুদ্ধলৈ হ'ল ৰাওণা, উভতি অহাৰ নাই ঠিকনা। ...বাৰু এতিয়া খোৱা-ঘৰলৈ যোৱাগৈ।"

## [ চৌবিশ ]

দাড়ি খুৰাই পাউডাৰ সানি বুঢ়া প্ৰিন্সে নিৰ্দিষ্ট সময়ত খোৱা-ঘৰত গৈ উপস্থিত হ'ল। তাত তেওঁৰ বোৱাৰীয়েক, জীয়েক মাৰি আৰু মাদ্‌ময়জেল বুৰিয়েঁই তেওঁৰ কাৰণেই অপেক্ষা কৰিছিল। বুঢ়াৰ স্থপতিজনো সিহঁতৰ লগতেই আছিল। এই সাধাৰণ কৰ্মচাৰীজনেতো এই সন্মান কোনোমতেই আশা কৰিব নোৱাৰে, তথাপি তাৰ গৰাকীৰ এটা অদ্ভুত খেয়ালৰ ফলত এই টেবুলত তাৰ স্থান হৈছে। প্ৰিন্স নিকোলাচ বল্‌কন্‌স্কিয়ে সাধাৰণতে সমাজিক মৰ্যাদাক কঠোৰভাৱে মানি চলে, আৰু আনকি উচ্চপদস্থ চৰকাৰী কৰ্মচাৰীকো তেওঁৰ খোৱা-টেবুললৈ নিমন্ত্ৰণ নকৰে, অথচ একান্ত অপ্ৰত্যাশিতভাৱে তেওঁ মাইকেল আইভানভিচক এই টেবুলত একেলগে বহি খোৱাৰ বাবে মাতিছে। তেওঁ ইয়াৰ দ্বাৰা ইয়াকে বুজাব খোজে যে সকলো মানুহেই সমান, আৰু জীয়েকক তেওঁ বহুতবাৰ বুজাবলৈ চেষ্টা কৰিছে যে মাইকেল আইভানভিচ মানুহ হিচাপে তোমাতকৈ বা মোতকৈ কোনো গুণে সৰু নহয়। খাবলৈ বহি প্ৰিন্সে সাধাৰণতে কম কথা কোৱা আইভানভিচৰ লগতেই বেছিকৈ কথা কৈছিল।

খোৱা-ঘৰৰ বেৰত আৰি থোৱা আছে সোণালী ফ্ৰেমেৰে বন্ধোৱা বল্‌কন্‌স্কি জমিদাৰ-পৰিয়ালৰ এখন বংশাৱলী, এই

বস্তুটো আন্দ্রেৰ কাৰণে নতুন। বিপৰীত ফালৰ বেৰত আৰি থোৱা আছে অনুৰূপ ফ্ৰেমেৰে বন্ধোৱা এখন হাতে আঁকা ছবি —মুকুট পিন্ধা কোনো প্ৰিন্সৰ অত্যন্ত বেয়াকৈ অঁকা এখন প্ৰতিকৃতি ( সম্ভৱতঃ জমিদাৰৰেই অধীনস্থ কোনো চিত্ৰকৰৰ অঁকা ) জানিব পৰা মতে, এই প্ৰিন্সগৰাকী আছিল ৰুৰিক বংশধৰ আৰু বল্কন্স্কি পৰিয়ালৰ পূৰ্বপুৰুষ।

দীঘল বংশাৱলী আৰু বিকৃত প্ৰতিকৃতিখনৰ ফালে চাই প্ৰিন্স আন্দ্রেৰ মুখত ফুটি উঠিল এটা বিদ্রূপৰ হাঁহি।

তেওঁৰ ওচৰতে থিয় হৈ থকা মাৰিয়ে ককায়েকৰ মুখৰ ফালে চাই আচৰিত হ'ল। তেওঁৰ হাঁহিৰ কাৰণ তাই একো বুজিব নোৱাৰিলে। দেউতাকৰ সকলো কাম তাই শ্ৰদ্ধাৰ চকুৰে চায়, মনত কোনো প্ৰশ্ন নাৰাখে।

মাৰিয়ে ককায়েকক কিবা এষাৰ কব খুজিছিল এনেতে দেউতাক আহি ওলালত তাই মনে মনে থাকিল।

হাঁহি মুখে বুঢ়া প্ৰিন্স বেগেৰে আহি খোৱা-ঘৰত সোমোৱাৰ লগে লগে ঘড়ীত দুই বজাৰ শব্দ শুনিবলৈ পোৱা গ'ল, ই যেন তেওঁৰ কঠোৰ নিয়মানুবৰ্তিতাৰেই প্ৰমাণ।

বুঢ়া প্ৰিন্সে এবাৰ চাৰিওফালে চকু ঘূৰাই চাই লৈ সৰু প্ৰিন্সেচৰ ওচৰত গৈ থিয় হ'ল, বোৱাৰীয়েকৰ মূৰত হাত বুলাই কলে, "তোমাক দেখি মই বৰ আনন্দিত হৈছো।" তাৰপিছত নিজৰ আসনত বহি কলে, "বহা, বহা! মাইকেল আইভানবিচ, তুমিও বহা!" বোৱাৰীয়েকক তেওঁৰ কাষৰ চকীখনত বহিবলৈ হাতৰ ইঙ্গিতেৰে কলে।

বোৱাৰীয়েকৰ গা-ভাৰী শৰীৰটোলৈ লক্ষ্য কৰি তেওঁ কলে, "আই, তুমি খোজকাঢ়িবা, যিমান পাৰা খোজকাঢ়িবা।" তাৰপিছত তেওঁ সৰু প্ৰিন্সেচৰ দেউতাক আৰু অন্যান্য পৰিচিত লোকসকলৰ খবৰাখবৰ লৈ হঠাৎ মুখ ঘূৰাই আইভানভিচক কলে, "বুজিছা আইভানভিচ, আমাৰ বোনাপাৰ্টৰ অৱস্থা কিন্তু কাহিল। তেওঁৰ বিৰুদ্ধে কতভাৱে যে সৈন্য সমাবেশ কৰা হব ধৰিছে সেই কথা প্ৰিন্স আন্দ্রুই ( পুতেকক তেওঁ ঘৰত এইবুলিয়েই মাতে ) মোক কৈছিল। অথচ তুমি আৰু মই তেওঁক অলপো গুৰুত্ব দিয়া নাই।"

বুঢ়া প্ৰিন্সে কিন্তু আগেয়ে কেতিয়াও বোনাপাৰ্ট সম্পৰ্কে আইভানভিচৰ লগত আলোচনা কৰা নাছিল। অৱশ্যে সি বুজিব পাৰিলে যে তাৰ গৰাকীয়ে তাক এই আলোচনাত সাক্ষীগোপাল হিচাপে থিয় কৰাব খুজিছে। গতিকে সি সম্মতিসূচক ভঙ্গিৰে ভেকা প্ৰিন্সৰ মুখলৈ চালে।

স্থপতিজনক দেখুৱাই প্ৰিন্সে পুতেকক কলে, "বুজিছা নে বোপাই, আমাৰ এওঁ হ'ল এজন বৰ ডাঙৰ ৰাজনীতিবিদ।" আকৌ আৰম্ভ হ'ল যুদ্ধ, বোনাপাৰ্ট, সেনাপতি আৰু কূটনীতিক-সকলক লৈ আলোচনা। বুঢ়া প্ৰিন্সৰ তো বদ্ধমূল ধাৰণা আজিকালিৰ মানুহবিলাক হ'ল সক ল'ৰাৰ দল, ৰাজনীতিৰ অ-আ-ক-খও সিহঁতে নাজানে। আজি বোনাপাৰ্টৰ বিৰুদ্ধে থিয় হব পৰা কোনো পটেম্‌কিন চুভৰভৰ নিচিনা প্ৰকৃত বীৰ আৰু ৰাজনীতিক নাই কাৰণেই তাৰ ইমান জয়জয় ময়ময়। তদুপৰি, তেওঁৰ ধাৰণা ইউৰোপত আচলতে কোনো ৰাজনৈতিক সংকট হোৱা নাই, কোনো প্ৰকৃত যুদ্ধও নাই; যিটো আছে সেইটো হ'ল পুতলা খেলা মাত্ৰ; আৰু সেই পুতলা খেলাকে খেলিবলৈ আৰম্ভ কৰি আজিৰ মানুহে এনেকুৱা ভাব দেখুৱাইছে যেন সিহঁতে আচল যুদ্ধই কৰিব ধৰিছে। নতুন যুগৰ মানুহক লৈ দেউতাকৰ এই ধৰণৰ বিদ্ৰূপক প্ৰিন্স আন্দ্ৰুৱে সহজভাৱেই সহ্য কৰি কথাবোৰ মন দি শুনি গ'ল।

তেওঁ বিনীতভাৱে দেউতাকক কলে, "অতীত চিৰদিনেই মধুৰ, কিন্তু দেউতা, স্বয়ং 'চুভৰভ'ও জানো 'মৰো'ৰ ফান্দত পৰা নাছিল? আৰু সেই ফান্দৰপৰা ওলাই অহা পথটোও তেওঁ বিচাৰি পোৱা নাছিল?"

বুঢ়া প্ৰিন্সে চিঞৰি কৈ উঠিল, "কোনে কৈছে তোমাক এই কথা? কোনে? চুভৰভে!" এইবুলি খঙৰ কোবত তেওঁ খোৱা প্লেটখনকে দলি মাৰি দিলে, আৰু সমুখত থিয় হৈ থকা তিখনে খাপমাৰি প্লেটখন ধৰি পেলালে। "মৰো! চুভৰভৰ লগত মৰোৰ তুলনা? আচলতে চুভৰভে যদি নিজৰ ইচ্ছাত চলিব পাৰিলেহেঁতেন তেনেহলে মৰোই বন্দী হ'বলগা হ'লহেঁতেন। কিন্তু তেতিয়া চুভৰভৰ হাত-ভৰি বন্ধা আছিল অষ্ট্ৰীয়

যুদ্ধ পৰিষদৰ ওচৰত। আৰু এই অষ্ট্ৰীয় যুদ্ধ পৰিষদখন যে কি বস্তু তালৈ গলেহে বুজিব পাৰিবা। সিহঁতৰ মূৰত মগজুৰ সলনি আছে গোবৰ। চুভৰভৰ নিচিনা সুচতুৰ সেনাপতিয়েই সিহঁতৰ লগত খোজ মিলাই চলিব নোৱাৰিলে, আৰু তোমালোকৰ কুতুজভ নো কোন কুটা! বুজিছা বোপাই, তুমি আৰু তোমাৰ সেনাপতিবিলাকে বোনাপাৰ্টৰ লগত বলে নোৱাৰিবা। তাক পৰাস্ত কৰিবলৈ হলে তোমালোকে মাতি আনিব লাগিব ফৰাচীবিলাকক, যাতে চোৰে চোৰে যুদ্ধ লাগি যায়।" ফৰাচী মৰোক মাতি আনিবৰ বাবে জাৰ্মান পাহ্‌লেন (পিটাৰ্চবুৰ্গৰ সেইসময়ৰ গভৰ্ণৰ জেনেৰেল পি. এ. পাহ্‌লেন)-ক পঠিওৱা হৈছিল আমেৰিকাৰ নিউ ইয়ৰ্কলৈ। সেই বছৰ ৰাচিয়াত চাকৰি গ্ৰহণ কৰিবৰ বাবে যি ফৰাচী বীৰ মৰোক মতা হৈছিল প্ৰিন্সে সেই ঘটনাৰেই উল্লেখ কৰিলে। "সুন্দৰ! পোটেম্‌কিন, চুভৰভ আৰু অৰ্লভ্‌হঁত জানো জাৰ্মান আছিল? নহয়, নহয়।··· ঈশ্বৰে তোমালোকৰ মঙ্গল কৰক! কিন্তু আমি সকলো চাইহে মৰিম, বুজিছা। বোনাপাৰ্ট তো এজন বিৰাট সেনাপতি হৈ উঠিছে! হুঁ!··"

প্ৰিন্স আনদ্ৰুৱে কলে, "আমাৰ আটাইবোৰ পৰিকল্পনা ভাল বুলি মই নকওঁ, কিন্তু দেউতা, বোনাপাৰ্ট সম্পৰ্কে আপোনাৰ মতামত শুনি মই আচৰিত হৈছো। আপুনি যিয়ে নকওক, বোনাপাৰ্ট আচলতে এজন বীৰ্যবান ৰণনিপুণ সেনাপতি!"

পুতেকৰ কথা শুনি বুঢ়া প্ৰিন্সে চিঞৰি কৈ উঠিল, "শুনিছা মাইকেল আইভানভিচ। মই তোমাক কৈছিলো নহয় যে বোনাপাৰ্ট এজন বিৰাট ৰণকুশলী? চোৱা আমাৰ আনদ্ৰুৱেও সেই একে কথাকে কৈছে।" এইবুলি তেওঁ হাঃ হাঃকৈ হাঁহি দিলে।

"বৰ ভাগ্য লৈ জন্মিছিল বোনাপাৰ্টে।" বুঢ়া প্ৰিন্সে কবলৈ ধৰিলে। "বৰ ভাল ভাল সৈন্যবোৰ সি সংগ্ৰহ কৰিছে। তাৰোপৰি জাৰ্মানবিলাকৰ ওপৰত আক্ৰমণৰ জৰিয়তেই সি তাৰ আক্ৰমণৰ হাত পকাই লৈছে। একমাত্ৰ খোদবিলাকেহে জাৰ্মানবিলাকক যুদ্ধত পৰাজিত কৰিব নোৱাৰে। আৰম্ভণিৰপৰাই তো জগতৰ

সকলোৰে জাৰ্মানী-অষ্ট্ৰিয়ক একা থেকেচা দিছে। সিহঁতে কিন্তু নিজক বাদে আন কাকো একা কৰিব নোৱাৰা নাই। সিহঁতৰ লগত যুদ্ধ কৰিয়েই তো বোনাপাৰ্টৰ ইমান নাম।"

তাৰপিছত তেওঁৰ মতে বোনাপাৰ্টে নানা অভিযানত, আনকি ৰাজনীতিৰ ক্ষেত্ৰতো যিবোৰ ডাঙৰ ডাঙৰ ভুল কৰিছে প্ৰিন্সে সেইবোৰ এটা এটাকৈ ব্যাখ্যা কৰিবলৈ ধৰিলে? প্ৰিন্স আন-দ্ৰুৱে দেউতাকৰ কথাবোৰ নীৰৱে শুনি গ'ল, কোনো প্ৰতিবাদ নকৰিলে; কিন্তু দেউতাকৰ দৰেই তেৱোঁ নিজৰ মতত অবিচল থাকিল। আনহাতে এটা কথা ভাবি তেওঁ বৰ আচৰিত হ'ল যে এই বুঢ়া মানুহগৰাকীয়ে ইমান বছৰ একেৰাহে পাৰ্বত অঞ্চলে বাস কৰি সাম্প্ৰতিক ইউৰোপৰ সকলো সামৰিক আৰু ৰাজনৈতিক ঘটনাৰ খবৰ ৰাখে আৰু সেইবোৰৰ ইমান সূক্ষ্ম আৰু তীব্ৰ সমালোচনা কৰিব পাৰে কেনেকৈ?

"তোমালোকে ভাবা যে মই বুঢ়া মানুহ, বৰ্তমানৰ কোনো খবৰেই নাৰাখো," দেউতাকে গহীনভাৱে কলে। "কিন্তু জানা নে এই আটাইবোৰ কথাই মোক বিব্ৰত কৰে। কথাবোৰ ভাবি ৰাতি মোৰ টোপনি নহয়। বাৰু এতিয়া কোৱাচোন, তোমালোকৰ এই অপৰাজেয় সেনাপতিজনৰ আচল বাহাদুৰি কোনখিনিত?"

"সেই কথা কবলৈ বহুত সময় লাগিব," পুতেকে কলে।

"বাৰু, বাৰু, তুমি তোমাৰ বোনাপাৰ্টক লৈ থাকা।" এই বুলি বুঢ়া প্ৰিন্সে খোৱা শেষ কৰি উঠি গুচি গ'লগৈ।

খোৱা-টেবুলত এইবোৰ আলোচনাৰ সময়ত সৰু প্ৰিন্সেচে ভয়ে ভয়ে এবাৰ শহুৰেকৰ আৰু এবাৰ প্ৰিন্সেচ মাৰিয়াৰ মুখলৈ চাইছিল নীৰৱে। সকলোৱে উঠি গুচি যোৱাৰ পিছত সৰু প্ৰিন্সেচে মাৰিয়াক কলে, "তোমাৰ দেউতা ইমান বুদ্ধিমান, হয়তো সেই কাৰণেই তেওঁক মই ইমান ভয় কৰো।"

"ধেৎ, ভয় কিহৰ। দেউতা বৰ ভাল মানুহ।" মাৰিয়াই কলে।

## [ পঁচিশ ]

পিছদিনাখন সন্ধিয়া প্ৰিন্স আনদ্ৰু গুচি যোৱাৰ কথা। তিনাৰৰ পিছত বুঢ়া প্ৰিন্স শুবলৈ গৈছে। সৰু প্ৰিন্সেচ ননদৰ কোঠালীত। প্ৰিন্স আনদ্ৰুৱে নিজৰ বস্তু-বাহানিবোৰ চাই-মেলি ঠিকঠাক কৰি লব ধৰিছে। গাড়ীখন নিজে গৈ পৰীক্ষা কৰি চাই ট্ৰাঙ্ক-বেডিংবোৰ তাত তুলিবলৈ আৰু গাড়ীত ঘোঁৰা জুৰিবলৈ লগুৱাটোক নিৰ্দেশ দিলে। নিজৰ লগত নিয়া বস্তু কেইবিধমান হে অকল তেওঁৰ কোঠালীত পৰি আছেঃ এটা সৰু বাকচ, ৰূপৰ প্লেটসহ এটা ডাঙৰ খোৱা-বাচনৰ বাকচ, দুটা তুৰ্কী পিস্তল আৰু এখন তৰোৱাল—ওচাকভ অৱৰোধৰ সময়ত তেওঁৰ দেউতাকে এইবোৰ আনিছিল; পিছত পুতেকক উপহাৰ দিছে। প্ৰিন্স আনদ্ৰুৰ এই ভ্ৰমণ-সঙ্গী বস্তুবোৰ বৰ পৰিপাটি আৰু নতুন পৰিষ্কাৰ কাপোৰেৰে মেৰিয়াই ফিতাৰে বান্ধি ৰখা আছে।

ক'ৰবালৈ ৰাওনা হোৱাৰ আগতে অথবা জীৱন যাত্ৰাৰ পৰিবৰ্তন ঘটাবৰ সময়ত চিন্তাশীল লোকসকল সাধাৰণতে গহীন হৈ পৰে। সেই সময়ত তেওঁলোকে অতীতৰ পৰ্যালোচনা আৰু ভৱিষ্যতৰ পৰিকল্পনা কৰে। প্ৰিন্স আনদ্ৰুৰ মুখখনো এই সময়ত বৰ চিন্তিত দেখা গৈছে। হাত দুখন পাছফালে ৰাখি কোঠালীৰ ভিতৰত পায়চাৰি কৰিব ধৰিছে, একোবাৰ থিয় হৈ সমুখৰ ফালে চাই চিন্তিতভাৱে মূৰটো জোকাৰিছে। তেওঁ যুদ্ধলৈ যাবলৈ ভয় কৰিছে নেকি? নে ঘৈণীয়েকক এৰি থৈ যাবলৈ মনে মনে বেদনা অনুভৱ কৰিছে? –হয়তো দুয়োটাই। এনেতে বাহিৰত কাৰোবাৰ ভৰিৰ শব্দ শুনি তেওঁ মনৰ ভাব লুকুৱাই মুখত তেওঁৰ স্বাভাৱিক গাম্ভীৰ্য ফুটাই থিয় হ'ল।

প্ৰিন্সেচ মাৰিয়া দৌৰি আহি ককায়েকৰ সমুখত থিয় হ'ল আৰু হেঁকাই-ফোঁপাই কলে, "তুমি বোলে গাড়ীত ঘোঁৰা জুৰিবলৈ কৈছা? অথচ মই যে তোমাৰ লগত অকলে কত কথা পাতিম বুলি ভাবি আছিলোঁ! ঈশ্বৰে হে জানে আমি যে আৰু কিমান দিন দূৰে দূৰে থাকিম। মই তোমাৰ ওচৰলৈ আহিছো কাৰণে তুমি খং কৰা নাই তো? তুমি কিমান সলনি হৈ গৈছা আনদ্ৰুচা।"

প্ৰিন্সৰ প্ৰিয় নাম 'আনুক্ৰচা' বুলি মাতিয়েই হাঁহিবলৈ ধৰিলে। এই ধুনীয়া মহীন মানুহজন যে তাইৰ সককালৰ খেলাৰ সঙ্গী সেই সক দুন্ত ল'ৰাজন হব পাৰে সেই কথা ভাবি তাই আচৰিত হৈ গ'ল।

প্ৰিন্স আনুক্ৰকে মাত্ৰ মুখত অলপ হাঁহি বিৰিঙাই ভনীয়েকৰ কথাৰ নীৰৱ উত্তৰ দি সুধিলে, "লিজা ক'ত?"

"তেওঁ ইমান ক্লান্ত যে মোৰ কোঠালীত চোফাতেই শুই টোপনি গৈছে। উস্ ককাইটি! ইমান মৰম লগা ঘৈণীজনী তুমি পাইছা," এখন চোফাত বহি লৈ মাৰিয়াই কলে। "যেন এজনী ধুনীয়া পুতলা, যেন উলাহতে নাচি নাচি উৰি ফুৰা এজনী বচকী পখিলা। তেওঁক মোৰ খুউব ভাল লাগিছে।"

প্ৰিন্স আনুক্ৰয়ে একো নকৈ মনে মনে থাকিল। কিন্তু তেওঁৰ মুখত বিদ্ৰূপ আৰু ঘৃণাৰ যি ভাব ফুটি উঠিল সেয়া প্ৰি: চকুত নপৰাকৈ নাথাকিল।

"সক-সুৰা দোষ-ত্ৰুটিবোৰ ধৰিব নাপায়, তাক মানি লাগে; সেইৰূপ দোষ কাৰ নাই ককাইদেউ? পাহৰি নাযাব যে তেওঁ এখন ওপৰ খাপৰ সমাজত ডাঙৰ-দীঘল হৈছে, লিখা-পঢ়া শিকিছে। ইয়াত এই গাওঁ অঞ্চলত তেওঁৰ ভাল নলগাটো অতি স্বাভাৱিক। প্ৰত্যেকৰে অৱস্থা আমি বুজা দৰকাৰ। প্ৰত্যেকৰে প্ৰকৃত অৱস্থাটো বুজিব পাৰিলে প্ৰত্যেককেই ক্ষমা কৰিব পাৰি। বেচেৰীৰ কথাটো এবাৰ ভাবি চোৱাচোন ককাইটি! ইমান দিনৰ অভ্যস্ত জীৱন-যাপনৰ ধাৰা এৰি, জীৱনসঙ্গী মৰমৰ গিৰিয়েকক এৰি অকলে এই গাৱঁত থাকিব লাগিব! ই যে কি কষ্টকৰ, কিমান বেদনাদায়ক।"

প্ৰিন্সে ভনীয়েকৰ এই সহানুভূতিপূৰ্ণ কথা শুনি হাঁহিলে। মৰমেৰে কলে, "তুমিও তো গাৱঁত থাকা, তোমালোকে তো জীৱনক ভয়াবহ বুলি নাভাবা।"

"মই....মোৰ কথা সুকীয়া। মোৰ কথা কেলেই কৈছা? আৰু কোনো জীৱন মই নিবিচাৰো, বিচাৰিবও নোৱাৰো, কাৰণ আৰু কোনো জীৱনৰ কথা মই নাজানো। কিন্তু ককাইদেউ ভাবি চোৱাচোন: অভিজাত সমাজৰ এজনী ডাঙৰ ছোৱালীয়ে

তেওঁৰ জীৱনৰ আটাইতকৈ মধুৰ দিনবোৰ অকলে কটাব লাগিব এই গাঁৱৰ মাটিত মূৰ গুঁজি—দেউতা তো সদায় ব্যস্ত, আৰু মই তুমি তো জানা, অভিজাত সমাজৰ জীৱন যাপনত অভ্যস্ত এজনী ছোৱালীৰ মনোৰঞ্জন কৰিব পৰা কোনো বিদ্যা মোৰ নাই। ইয়াত আৰু আছে মাত্ৰ মাদময়জেল বুৰিয়ে…”

“তোমালোকৰ এই মাদময়জেল বুৰিয়েঁক মোৰ অলপো ভাল নালাগে।” —প্ৰিন্স আন্দ্ৰুৱে কলে।

“ভাল নালাগে? কিন্তু তাই তো বৰ ভাল ছোৱালী, বৰ মৰমিয়াল। তাৰ উপৰি তাইও তো করুণাৰ পাত্ৰী। তাইৰ ক'তো কোনো নাই। সঁচা কথা কবলৈ হলে, তাইক মোৰ কোনো দৰকাৰ নাই; বৰঞ্চ তাই মোৰ বাটৰ বাধা। তুমি তো জানা ককাইদেউ, চিৰকালেই মই নিৰলে নিসংগে থাকি আহোঁ, এতিয়া অকলশৰীয়া জীৱন আৰু বেছি ভালপোৱা হৈছো।… দেউতাই তাইক বৰ ভালপায়। তাইক আৰু মাই-আইভানভিচক—এই দুয়োজনৰ প্ৰতিয়েই সদয় আৰু সন্তুষ্ট, কাৰণ তেওঁ দুয়োজনৰেই আশ্ৰয়দাতা। ষ্টাৰ্নে কৈছে: 'আমাক মানুহে উপকাৰ কৰিলে আমি যিমান ভালপাওঁ, তাতকৈ বহুত বেছি ভালপাওঁ আমি মানুহক উপকাৰ কৰাৰ কথা ভাবি।' দেউতাকক হেৰুৱাই তাই যেতিয়া নিঠৰুৱা হৈ পৰিছিল তেতিয়াই আমাৰ দেউতাই তাইক আমাৰ ঘৰলৈ লৈ আহে। তাইৰ স্বভাৱটো বৰ ভাল; তাইৰ কিতাপ পঢ়াৰ ধৰণটো দেউতাই বৰ ভাল পায়। সন্ধিয়া সময়ত তাই দেউতাক কিতাপ পঢ়ি শুনায়। তাই বৰ বঢ়িয়াকৈ পঢ়ে।”

“সঁচা কথা কবলৈ হলে মাৰিয়া, দেউতাৰ স্বভাৱে বহুত সময়ত তোমাক বিপদত পেলায়, নহয় জানো?” প্ৰিন্স আন্দ্ৰুৱে হঠাৎ ভনীয়েকক সুধিলে।

ককায়েকৰ এই প্ৰশ্নত মাৰিয়া প্ৰথমে আচৰিত হ'ল; পিছত ভীষণ ভয় খালে। তাই কলে “মোক? ··মোক? ·· মোক বিপদত পেলায়?…”

“দেউতা চিৰকালেই অলপ কঠোৰ প্ৰকৃতিৰ; কিন্তু মোৰ ধাৰণা হৈছে এতিয়া তেওঁ অতি বিপজ্জনক হৈ উঠিছে।”

ভনীয়েকৰ মন বুজিবৰ বাবেই তেওঁ দেউতাকৰ সম্পৰ্কে এই লঘু উক্তি কৰিলে।

এই প্ৰসঙ্গ লৈ আলোচনাৰ মাজতে নগে নিজৰ চিন্তাধাৰাক অনুসৰণ কৰিয়েই মাৰিয়াই কলে, "তুমি সকলো কালৰপৰাই ভাল ককাইদেউ, কিন্তু তোমাৰ মনত বুদ্ধিৰ এটা অহংকাৰ আছে,—আৰু সেইটো এটা ডাঙৰ পাপ। দেউতাকক জানো কোনোবাই বিচাৰ কৰিব পাৰে? আৰু পাৰিলেও, মোৰ দেউতাৰ নিচিনা মানুহৰ প্ৰতি শ্ৰদ্ধাৰ বাহিৰে আন কোনো প্ৰকাৰৰ অনুভূতিয়েই মনত উদয় নহয়। তেওঁক লৈ মই বৰ সন্তুষ্ট, অত্যন্ত সুখী। তুমিও মোৰ দৰে সুখী হোৱা, সেইটোৱেই মোৰ একমাত্ৰ কামনা।"

ককায়েকে অবিশ্বাসৰ ভঙ্গিত মুখ জোকাবিলে। তালৈ লক্ষ্য নকৰি মাৰিয়াই কৈ গ'ল :

"মাত্ৰ এটা কাম মোৰ পক্ষে মানি লোৱা টান।... তোমাৰ ওচৰত মই নুলুকাও ককাইদেউ,—সেইটো হ'ল ধৰ্মবিষয়ত দেউতাৰ আচৰণ। যি বস্তু দিনৰ পোহৰৰ দৰে জল্‌জল্-পট্‌পট্ সেয়া কিয় যে দেউতাৰ নিচিনা ইমান বুদ্ধিমান মানুহৰ চকুত নপৰে, কেনেকৈ যে তেওঁ বিপথে যাব পাৰে, সেইকথা মই ভাবিয়েই নাপাওঁ। মাত্ৰ এই এটা বিষয়ত মই অসুখী। কিন্তু এই বিষয়তো আজিকালি মই দেউতাৰ কিছু উন্নতি দেখিবলৈ পাইছো। বৰ্তমানে তেওঁৰ ধৰ্মৰ বিষয়ে ব্যঙ্গ-বিদ্ৰূপৰ তীক্ষ্ণতা বহুত কমি গৈছে। অলপতে এজন সন্ন্যাসীক তেওঁ ঘৰলৈ মাতি আনিছিল। তেওঁৰ লগত বহুত সময় কিবা বিষয়ে আলোচনা কৰিছিল।"

"হায়! মোৰ মৰমৰ ভনীজনী, মোৰ তো ভয় হৈছে তুমি আৰু তোমাৰ এই সন্ন্যাসীৰ সকলো চেষ্টা হয়তো অথলে যাব।" মৰমসনা ঠাট্টাৰ সুৰত প্ৰিন্স আন্‌দ্ৰুৱে কলে।

কন্তেক পৰ মনে মনে থাকিল মাৰিয়া, ভাবলিহত তাই ককায়েকৰ মুখলৈ আগ্ৰহেৰে চাই কলে, "তোমাৰ ওচৰত মোৰ এটা প্ৰাৰ্থনা আছে ককাইদেউ, তুমি কিন্তু প্ৰাৰ্থনাটো ৰাখিব লাগিব।"

"কি প্ৰাৰ্থনা ?

"আগেয়ে কথা দিয়া যে ৰাখিবা ?"

"আগেয়ে কোৱাচোন শুনো।"

"নাই, আগেয়ে কথা দিব লাগিব—"

"বাৰু কথা দিলো, ৰাখিম। তোমাৰ প্ৰাৰ্থনা কহিয়াব নোৱাৰা গধুৰ হ'লেও মই ৰাখিম। এতিয়া কোৱা।"

মাৰিয়াই এটা সোনাৰ ভিতৰৰপৰা এটি সৰু দেৱমূৰ্ত্তি উলিয়ালে; ডিঙিত পিন্ধি লব পৰাকৈ মূৰ্ত্তিটোত ৰূপৰ চেইন লগোৱা আছে।

ককায়েকৰ ফালে হাতখন আগবঢ়াই দি মাৰিয়াই ক'লে, "ককাইদেউ, এই মূৰ্ত্তিটো তোমাক দি মই তোমাৰ মঙ্গল প্ৰাৰ্থনা কৰিছো; কিন্তু তুমি মোক কথা দিব লাগিব যে কেতিয়াও তুমি এইটোক ডিঙিৰপৰা খুলি নাৰাখিবা। দেউতাৰ দেউতাক, মানে আমাৰ ককাদেউতাই সকলো যুদ্ধতে যাবৰ সময়ত এইটো পিন্ধি ৰাখিছিল—" এই বুলি মাৰিয়াই আন্দ্ৰুৰ ডিঙিত দেৱ-মূৰ্ত্তিটো পিন্ধাই দিলে।

ভনীয়েকক মৰম কৰি আনদ্ৰুৱে কলে, "মোৰ সোণামুৱা ভনীজনী, তোমাক মই কথা দিলো, তোমাৰ সন্তুষ্টিৰ কাৰণে এই দেৱমূৰ্ত্তিটো মই সদায় পিন্ধি থাকিম। আজি মই অতি আনন্দিত হৈছো মাৰিয়া, খুব আনন্দিত হৈছো।"

"এই দেৱমূৰ্ত্তিয়ে, পৰম দেৱতাই তোমাক সদায় সকলো বিপদতে ৰক্ষা কৰিব। আনকি তোমাৰ ইচ্ছাৰ বিৰুদ্ধেও তেওঁ তোমাক কৰুণা কৰিব," গভীৰ আবেগেৰে প্ৰিন্সেচ মাৰিয়াই কথাবোৰ ককায়েকক কলে।

ভনীয়েকৰ নীৰৱ ইঙ্গিত আৰু প্ৰাৰ্থনা ৰক্ষা কৰি প্ৰিন্স আনদ্ৰুৱে বুকুৰ ওপৰত হাতেৰে ক্ৰুচ-চিহ্ন আঁকি দেৱমূৰ্ত্তিটোক চুমা খালে।

"ধন্যবাদ, মোৰ লক্ষ্মী ককাইটি।" ককায়েকৰ কপালত চুমা খাই প্ৰিন্সেচ মাৰিয়া সন্তুষ্ট মনে চোফাত পৈ ৰহিল। কিছুসময় দুয়ো মনে মনে থাকিল।

নীৰৱতা ভঙ্গ কৰি মাৰিয়াই কলে, "তোমাক মই আগতেই কৈছো ককাইদেউ, তুমি যেনেকুৱা দয়ালু আৰু উদাৰ আছিলা তেনেকুৱাই হৈ থাকা। শিজাৰ প্ৰতি কঠোৰ নহবা। তেওঁ বৰ ভাল ছোৱালী, আৰু ইয়াত তেওঁৰ অৱস্থা বৰ শোচনীয়।"

"মোৰ ঘৈণীজনীৰ সম্পৰ্কে তোমাৰ ওচৰত মই কোনো অভিযোগ কৰিছো, বা তেওঁক দোষ দিছো বুলি তো মনত নপৰে মাচা (মাৰিয়াৰ ঘৰত মতা চমু নাম)। তেনেহলে তুমি মোক এইবোৰ কথা কেলেই কৈছা?"

মাৰিয়াৰ গাল-মুখ ৰঙা পৰি উঠিল, অপৰাধীৰ দৰে তাই মনে মনে থাকিল।

প্ৰিন্স আন্দ্ৰুৱে আকৌ কলে, "মই তোমাক একোৱেই কোৱা নাই, কিন্তু তুমি আনৰ মুখত বহুত কথাই শুনিছা। তাৰ কাৰণে মই দুঃখিত।'

মাৰিয়াৰ মুখখন এইবাৰ আৰু বেছি ৰঙা পৰি উঠিল, চকুৰে-মুখে ফুটি উঠিল উত্তেজনা। তাই মুৰ দাঙি ককায়েকৰ মুখলৈ চালে, কিবা কব খুজিলে, কিন্তু কব নোৱাৰিলে। তাইৰ ককায়েকে ঠিকেই অনুমান কৰিছে: সৰু প্ৰিন্সেচে ডিনাৰৰ পিছত কান্দিছে, আসন্ন প্ৰসৱৰ সম্বন্ধে তেওঁৰ মনত যে ভয় সোমাইছে সেই কথা তেওঁ তাইক কৈছে, নিজৰ ভাগ্য, শহুৰ আৰু গিৰিয়েকৰ বিৰুদ্ধে অভিযোগ কৰিছে। কান্দি কান্দি তেওঁ শুই টোপনি গৈছে। ভনীয়েকৰ কাৰণে প্ৰিন্স আন্দ্ৰুৱে দুখ বোধ কৰিলে।

"এটা কথা জানি থোৱা মাচা: কোনো কাৰণতে মই মোৰ ঘৈণীক গালি-শপনি দিব নোৱাৰো, কেতিয়াও গালি পাৰা নাই, ভৱিষ্যতেও নাপাৰো; তেওঁৰ সম্পৰ্কিত কোনো বিষয় লৈ মই নিজকো দোষী কৰিব নোৱাৰো। মই যি অৱস্থাতেই নাথাকো লাগে, এইভাৱেই চলি থাকিব। কিন্তু তুমি যদি প্ৰকৃত সঁচা কথাটো জানিব খোজা ··যদি জানিব খোজা মই সুখী নেকি? নহয়! তেওঁ সুখী নে? নহয়! কিন্তু কিয় আমি দুয়ো সুখী নহওঁ, সেইটো মই নাজানো "

কথাৰ লগে লগে তেওঁ ভনীয়েকৰ ওচৰলৈ আগবাঢ়ি গ'ল, কুঁজা হৈ তাইৰ কপালত চুমা খালে। হঠাৎ তেওঁৰ চকু দুটা

চল্‌চলীয়া হৈ উঠিল ; তৎক্ষণাৎ তেওঁ মুখ ঘূৰাই ভনীয়েকৰ ফালে পাছ-মুখ দিলে, খোলা দুৱাৰৰ মাজেৰে বাহিৰৰ অন্ধকাৰৰ ফালে ক্ষন্তেকপৰ চাই থাকিল।

"ব'লা, তোমাৰ ন-বৌৱেৰাৰ ওচৰলৈ যাওঁ। মই তো তেওঁৰপৰা বিদায় লবই লাগিব। বাৰু তুমি গৈ তেওঁক জগোৱা, মই অলপ পিছতেই গৈ আছো। পেক্রচা!" তেওঁ খানচামাজনক মাতিলে ঃ "ইয়ালৈ আহা। এইবোৰ লৈ যোৱা। এইবোৰ গাড়ীৰ আসনৰ ওপৰত থবা, আৰু এইবোৰ থবা সোঁফালে।"

প্ৰিন্সেচ মাৰিয়া উঠি গৈ দুৱাৰৰ ওচৰত উভতি থিয় হৈ কলে, "ককাইদেউ, তোমাৰ যদি ঈশ্বৰত বিশ্বাস থাকিলহেঁতেন, তেন্তে তুমি বিচৰা ভালপোৱা তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰিব পাৰিলাহেঁতেন, আৰু তোমাৰ সেই প্ৰাৰ্থনা পূৰণো হ'লহেঁতেন।"

"নাজানো, হয়তো হ'লহেঁতেন!" প্ৰিন্স আন্দ্ৰুৱে কলে। তুমি যোৱা মাচা, মই এতিয়াই আহি আছো।"

অলপ সময়ৰ পিছত ভনীয়েকৰ কোঠালীলৈ যাবৰ সময়ত প্ৰিন্স আন্দ্ৰুৰ মাদ্‌ময়জেল বুৰিয়েঁৰ লগত বাৰাণ্ডাত দেখা হৈ গ'ল। মুখত মিঠা হাঁহি বিৰিঙাই তাই প্ৰিন্সৰ মুখলৈ চালে। একে দিনাই এই তৃতীয়বাৰ নিৰ্জন বাৰাণ্ডাত মুখত সবল বিমুগ্ধ হাঁহি বিৰিঙাই প্ৰিন্স আন্দ্ৰুৰ মুখামুখি হ'ল।

যি কাৰণতেই হওক তাইৰ মুখখন ৰঙা পৰি উঠিল। তলমূৰ কৰি তাই কলে, "অ', মই ভাবিছিলো আপুনি আপোনাৰ কোঠালীতেই আছে।"

প্ৰিন্স আন্দ্ৰুৱে কঠোৰ চাৱনিৰে তাইৰ মুখলৈ চালে। তেওঁৰ মুখত ফুটি উঠিল খঙৰ আভাস। মুখেৰে কোনো কথা নকৈ তেওঁ ছোৱালীজনীৰ চকুৰ সলনি তাইৰ কপাল আৰু চুলিৰ ফালে এনেকুৱা ঘৃণাৰে চালে যে ফৰাচিনীয়ে ৰঙা-চিঙা পৰি ততালিকে তাৰপৰা গুচি গ'ল। প্ৰিন্স আন্দ্ৰুৱে ভনীয়েকৰ কোঠালীৰ দুৱাৰমুখৰপৰাই শুনিবলৈ পালে তেওঁৰ ঘৈণীয়েকে ইতিমধ্যেই উঠি হাঁহি-মাতি অনৰ্গলভাৱে কথা কৈ আছে। সচৰাচৰ কোৱাৰ দৰে তেওঁ ফৰাচী ভাষাতেই কথা কৈছে। দীৰ্ঘ সংযমৰ ক্ষতিপূৰণ হিচাপে যেন তেওঁৰ মুখত আখৈহে ফুটিছে।

"নহয় অ, কিন্তু ভাবাচোন, বুঢ়ী কাউণ্টেচ জুবোভাৰ মুৰত

নকল চুলি, আৰু মুখভৰা নকল দাঁত, যেন বুঢ়া বয়সক ফাকি দিয়াৰ চেষ্টা ..হাঃ হাঃ হাঃ, মাৰি!"

এখোজ-দুখোজকৈ প্ৰিন্স আন্দ্ৰু কোঠালীৰ ভিতৰলৈ সোমাই আহিল। হাতত এটা চিন্নাইৰ কান লৈ এখন আৰামী চকীত বহি সৰু প্ৰিন্সেচে অবিৰামভাৱে গাই যাব ধৰিছে পিটাৰ্চবুৰ্গৰ স্মৃতিকথা; যিবোৰ কথা ঘৈণীয়েকে আন বহুতৰ আগত কোৱা প্ৰিন্স আন্দ্ৰুৱে আগতে বহুতবাৰ শুনিছে। ঘৈণীয়েকৰ ওচৰলৈ গৈ মূৰত হাত বুলাই প্ৰিন্স আন্দ্ৰুৱে তেওঁৰ গা কেনে সুধিলে। গিৰিয়েকৰ কথাৰ উত্তৰ দি সৰু প্ৰিন্সেচে আকৌ নিজৰ কথাত ব্যস্ত হৈ পৰিল।"

ছয়-ঘোঁৰাৰ গাড়ীখন ঘৰৰ সমুখত থিয় হৈ আছে। হেমন্ত-কালৰ ৰাতি, চাৰিওফালে ঘিট্‌মিটীয়া এন্ধাৰ। হাতত হাৰিকেন লৈ চাকৰবিলাকে ব্যস্তভাৱে ইফালে সিফালে ঘূৰা-ঘূৰি কৰিব ধৰিছে। প্ৰজা আৰু প্ৰতিবেশীবিলাকৰ বহুতেই আহিছে সৰু প্ৰিন্সক বিদায় সম্বৰ্ধনা জনাবৰ বাবে। ঘৰৰ মানুহবিলাক গোটখাইছেহি অভ্যৰ্থনা ঘৰত ঃ মাইকেল আইভানভিচ, মাদমুজেল বুৰিন্নঁ, প্ৰিন্সেচ মাৰি আৰু সৰু প্ৰিন্সেচ। প্ৰিন্স আন্দ্ৰুক দেউতাকে মাতি পঠিয়াইছে তেওঁৰ পঢ়া কোঠাত, কাৰণ দেউতাকে তেওঁক নিজাকৈ বেলেগে বিদায় দিব খোজে।

প্ৰিন্স আন্দ্ৰু যেতিয়া দেউতাকৰ পঢ়া-কোঠাত গৈ সোমাল তেতিয়া তেওঁ বুঢ়া বয়সৰ চচমাযোৰ আৰু বগা ড্ৰেচিংগাউন পিন্ধি লিখা-টেবুলৰ কাষত বহি আছিল। এই পোছাকত তেওঁ একমাত্ৰ পুতেকৰ বাহিৰে কাৰো লগত দেখা নকৰে। মূৰ দাঙি পুতেকৰ ফালে চাই তেওঁ কলে, "যাবলৈ ওলাইছা?" আকৌ লিখিবলৈ আৰম্ভ কৰিলে।

"আপোনাৰ ওচৰত বিদায় লবলৈ আহিছো, দেউতা।"

"ইয়াত চুমা খোৱা," তেওঁ নিজৰ গালখন দেখুৱালে ঃ "ধন্যবাদ, ধন্যবাদ!"

"ধন্যবাদ দিছে কেলেই দেউতা?"

"যাওঁ-নাযাওঁ নকৰাৰ বাবে, আৰু তিৰোতাৰ আঁচলত ধৰি ডাকৰা হৈ নথকাৰ বাবে। আটাইতকৈ ওপৰত কৰ্ত্তব্য। ধন্যবাদ, ধন্যবাদ!" তেওঁ আকৌ লিখিবলৈ আৰম্ভ কৰিলে। "তোমাৰ

কিবা কবলগীয়া থাকিলে কৈ পেলোৱা। এই দুয়োটা কাম একেলগে চালিব পাৰে।” লিখি থাকিয়েই তেওঁ কলে।

“মোৰ ঘৈণীৰ বিষয়ে কব খুজিছো ...এইভাৱে তেওঁক আপোনাৰ ওচৰত থৈ যাব লগা হোৱা বাবে মই লজ্জিত...”

“কি বাজে কথাবোৰ কৈছা? তোমাৰ কি দৰকাৰ তাকে কোৱা।”

“তেওঁৰ প্ৰসৱৰ সময় হলে তেওঁক মস্কোৰ কোনো ধাত্ৰী-বিদ্যাবিশাৰদ ডাক্তৰৰ ওচৰলৈ পঠিয়াই দিব। তাৰ আগলৈকে তেওঁ ইয়াতেই থাকিব...”

বুঢ়া প্ৰিন্স লিখা বন্ধ কৰি চকু থিয় কৰি পুতেকৰ ফালে এনেভাৱে চালে যেন তেওঁ পুতেকৰ কথাবোৰ বুজিব পৰা নাই।

অলপ বিচলিত হৈ প্ৰিন্স আন্দ্ৰুৱে কলে, “প্ৰকৃতিয়ে তাৰ কাম নিজে নকৰিলে কোনেও একো কৰিব নোৱাৰে সেইটো মই জানো। মই ইয়াকো জানো যে লক্ষজনৰ ভিতৰত এজনৰ হে গোলমাল হব পাৰে; কিন্তু এইটো তেওঁৰো ইচ্ছা, মোৰো ইচ্ছা। সকলোৱে তেওঁক নানা কথা কৈছে। তদুপৰি তেওঁৰ এটা সপোন আছে, ভয়ো আছে।”

লিখা শেষ কৰি দেউতাকে কলে, “হব বাৰু. তাকেই কৰিম।”

তেওঁ এটা দীঘল হুমুনিয়াহ পেলালে, তাৰপিছত হঠাৎ পুতেকৰ মুখলৈ চাই হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহিয়েই কলে:

“বৰ আচহুৱা ঘটনা, নহয় নে?”

“কি আচহুৱা দেউতা?”

“এই ঘৈণী!” সংক্ষেপে অৰ্থপূৰ্ণভাৱে দেউতাকে কলে।

“মই বুজা নাই, দেউতা!”

“জানিছো, কিন্তু কোনো উপায় নাই বোপাই, সিহঁত সকলোৱে একে। সেইবুলি বিয়া তো আৰু ওভোটাই দিব নোৱাৰি। ভয় নাই, মই কাকো নকওঁ; কিন্তু তুমি নিজে তো বুজিছা।”

তেওঁৰ টান হাতখনৰ মুঠিটোৰে পুতেকৰ হাতত চেপি ধৰি জোকাৰি দি তীক্ষ্ণ চাৱনিৰে চকুৰ ফালে চাই মিচিকিয়াই হাঁহিবলৈ ধৰিলে।

প্ৰিন্স আন্দ্ৰুৱে এটা হুমুনিয়াহ এৰি ভলমুৰ কৰিলে, যেন স্বীকাৰ কৰিলে যে দেউতাকে তেওঁক ঠিকেই বুজিছে।

বুঢ়া প্ৰিন্স চিঠিখন লিখি শেষ কৰিলে, তাৰপিছত ভাজ কৰি খামত ভৰাব ধৰি কলে, "কি কৰিব লাগিব? তাই তো সৰু ছোৱালী। যি কৰিব লাগে সকলো ময়েই ব্যৱস্থা কৰিম। তুমি কোনো চিন্তা নকৰিবা।"

আন্দ্ৰুৱে কোনো কথা নকলে, দেউতাকে যে তেওঁৰ কথা বুজিব পাৰিছে তাৰ কাৰণে তেওঁ মনে মনে খুব আনন্দিত হৈছে।

বুঢ়া প্ৰিন্স চিঠিখন খামত ভৰাই আঠা-চিল-মোহৰ লগাই পুতেকক দি কলে, "শুনা! তোমাৰ ঘৈণীয়েৰাৰ কাৰণে চিন্তা নকৰিবা; সাধ্য অনুসৰি সকলো কৰা হব। এতিয়া আচল কথাটো শুনা। এই চিঠিখন মাইকেল ইলাৰিয়নভিচক (কুতুভজ) দিবা। তালৈ মই লিখি দিলো, সি যেন তোমাক উপযুক্ত ঠাইত বহুৱাই কামত লগায়, যেন দীৰ্ঘদিন, এড্‌জুটাণ্ট কৰি তোমাক নাৰাখে: সেইটো অতি বাজে চাকৰি। তাক কবা, তাৰ কথা মোৰ মনত আছে; তাক মই ভালপাওঁ। সি তোমাক কিভাৱে গ্ৰহণ কৰে সেইটো মোক লিখি জনাবা। যদি ভাল ব্যৱহাৰ কৰে—মনযোগ দি কাম কৰিবা। সেয়ে নহলে⋯ নিকলাচ বল্‌কন্‌স্কিৰ ল'ৰাই কাৰো অপ্ৰীতিভাজন হৈ তাৰ অধীনত চাকৰি কৰাৰ কোনো আৱশ্যক নাই। বাৰু এতিয়া এইফালে আহা।"

তেওঁ ইমান খৰকৈ কথা কৈছিল যে তেওঁৰ আধা কথা প্ৰায় মুখৰ ভিতৰতে থাকি গৈছিল। কিন্তু পুতেকে তেওঁৰ এই ধৰণৰ কথা বুজি পোৱাত অভ্যস্ত। বুঢ়া প্ৰিন্স পুতেকক ডেস্কৰ ওচৰলৈ লৈ গ'ল, ঢলাখন দাঙি তুলিলে, তাৰ ভিতৰৰপৰা এটা দেৰাজ টানি উলিয়ালে, আৰু তাৰপৰা ডাঙৰ ডাঙৰ আখৰেৰে গোট গোটকৈ লিখা হাতৰ লেখাৰে ভৰা এটা বহী হাতত তুলি ললে।

"মৃত্যুৱে হয়তো মোক তোমাতকৈ আগতেই আঁকোৱালি লব। গতিকে, মনত ৰাখিবা যে এইবোৰ মোৰ স্মৃতিকথা। মোৰ মৃত্যুৰ পিছত এইবোৰ সম্ৰাটৰ হাতত দিবা। আৰু এইখন এখন 'লোম্বাৰ্ড-বণ্ড' (কোম্পানিৰ কাগজ) আৰু এয়া এখন চিঠি; চুভৰভ্‌ সকলৰ যুদ্ধৰ ইতিহাস যি মানুহে লিখিব এই সম্মানজনক-বঁটা তেওঁৰেই প্ৰাপ্য হব। এইটো একাডেমিলৈ পঠিয়াই

দিবা। আৰু ইয়াত কিছুমান চমুটোকা লিখা আছে; মোৰ মৃত্যুৰ পিছত তুমি এইবোৰ পঢ়ি চাবা। এইবোৰ তোমাৰ কামত আহিব।"

দেউতাক যে আৰু বহুত বছৰ জীয়াই থাকিব এই কথাষাৰ আন্দ্ৰুৰে তেওঁক নকলে। তেওঁ ভাবিলে এই কথা দেউতাকক কোৱাটো ভাল নহব।

"আপুনি কোৱা এই আটাইবোৰ কাম মই কৰিম দেউতা," আন্দ্ৰুৰে কলে।

"মই নিশ্চিন্ত। এইবাৰ তেনেহলে বিদায়!" চুমা খাবৰ বাবে হাতখন পুতেকৰ ফালে আগবঢ়াই দি বুঢ়া প্ৰিন্সে তেওঁক আলিঙ্গন কৰিলে। "এষাৰ কথা মনত ৰাখিবা প্ৰিন্স আনদ্ৰু, সিহঁতে যদি তোমাক হত্যা কৰে তেনেহলে তোমাৰ এই বুঢ়া দেউতাৰাই মনত আঘাত পাব।" ক্ষন্তেক বৈ হঠাৎ কথাৰ সুৰ সলনি কৰি তীক্ষ্ণকণ্ঠে তেওঁ কৈ উঠিল, "কিন্তু যদি শুনো যে নিকলাচ বল্‌কন্‌স্কিৰ পুত্ৰৰ উপযুক্ত আচৰণ তুমি কৰা নাই, তেনেহলে মই বৰ লাজ পাম!"

পুতেকে হাঁহি উত্তৰ দিলে, "এইষাৰ কথা আপুনি মোক নকলেও পাৰিলেহেতন, দেউতা।"

বুঢ়া প্ৰিন্স মনে মনে থাকিল।

প্ৰিন্স আনদ্ৰুৱে আকৌ কলে, "আৰু এষাৰ কথা আপোনাক কব খুজিছিলো দেউতা; যুদ্ধত যদি মোৰ মৃত্যু হয়, আৰু মোৰ যদি ল'ৰা জন্ম হয়, তেনেহলে আপুনি তাক আপোনাৰ ওচৰৰপৰা নিবলৈ নিদিব—সেই কথা মই কালিও কৈছো··· সি যেন আপোনাৰ তত্ত্বাৱধানতেই মানুহ হয়··· আপুনি চাব।"

"তোমাৰ ঘৈণীয়েৰাইও যাতে তাক লৈ যাব নোৱাৰে?" বুলি কৈয়ে বুঢ়া মানুহগৰাকীয়ে হাঁহি দিলে।

পৰস্পৰৰ মুখৰ ফালে চাই দুয়ো বাপেক-পুতেক মনে মনে থিয় হৈ থাকিল। বুঢ়া মানুহগৰাকীয়ে পুতেকৰ চকুলৈ তত্ পৰি চাই আছে। তেওঁৰ মুখখন বিকৃত হৈ কঁপি উঠিল।

তাৰপিছত দুৱাৰখন নিজে মেলি দি হঠাৎ তেওঁ চিঞৰি কৈ উঠিল, "বিদায় লোৱা তো হৈ গ'ল। এইবাৰ গুচি যোৱা!"

দুৱাৰমুখত প্ৰিন্স আনদ্ৰুক আৰু বগা ড্ৰেচিং-গাউন পিন্ধা, চকুত চচমা, পৰচুলা নিপিন্ধা উকা মূৰেৰে বুঢ়া প্ৰিন্সক কক্ষ

কণ্ঠে চিঞৰি উঠিবলৈ দেখি মুহূৰ্তৰ বাবে তেওঁলোকৰ ফালে ঘূৰি চাই দুই প্ৰিন্সেচে উৎকণ্ঠিত হৈ কৈ উঠিল, "কি হ'ল? কি হ'ল?"

প্ৰিন্স আনদ্ৰুৱে মাত্ৰ এটা দীঘল হুমুনিয়াহ এৰিলে। তাৰপিছত ঘৈণীয়েকৰ ফালে চাই কলে, "বাৰু!"

এই "বাৰু" শব্দটো প্ৰিন্স আনদ্ৰুৰ মুখত একেবাৰেই আবেগহীন আৰু ব্যঙ্গাত্মক যেন শুনা গ'ল, যেন তেওঁ কব খুজিছে: 'এইবাৰ তোমাৰ নাটক আৰম্ভ কৰি দিয়া।'

"আনদ্ৰু, এতিয়াই!" মুখ ক'লা কৰি কৰুণ চাৱনিৰে গিৰিয়েকৰ মুখলৈ চাই সৰু প্ৰিন্সেচে কলে।

প্ৰিন্স আনদ্ৰুৱে ঘৈণীয়েকক সাৱটি ধৰাৰ লগে লগে সৰু প্ৰিন্সেচে আৰ্তনাদ কৰি উঠি গিৰিয়েকৰ কান্ধত মূৰটো থৈ অচেতন হৈ গ'ল। আনদ্ৰুৱে লাহেকৈ তেওঁৰ কান্ধৰপৰা ঘৈণীয়েকৰ মূৰটো আঁতৰাই আনি মুখখনলৈ চালে—চকু মুদখাই আছে, অচেতন। তেওঁ সযতনে দাঙি নি ঘৈণীয়েকক এখন চোফাত শুৱাই দিলে।

"বিদায় মাৰি," প্ৰিন্স আনদ্ৰুৱে মিহি সুৰত কথাষাৰ কৈ ভনীয়েকৰ হাতখনত ধৰি চুমা খালে, তাৰপিছত উভতি বেগেৰে খোজ পেলাই ঘৰৰপৰা ওলাই গ'ল।

সৰু প্ৰিন্সেচ চোফাৰ ওপৰত একেভাৱেই শুই থাকিল। মাদময়জেল বুৰিয়েঁই তেওঁৰ কপালত হাত বুলাই দিব ধৰিলে। যিখন দুৱাৰেদি প্ৰিন্স আনদ্ৰু ওলাই গ'ল, চলচলীয়া চকুৰে সেইফালে চাই থাকিয়েই প্ৰিন্সেচে ক্ৰুচ-চিহ্ন আঁকিলে।

পঢ়া-কোঠালীৰ ভিতৰৰপৰা বুঢ়া প্ৰিন্সৰ খঙেৰে নাক চাফা কৰাৰ শব্দ ভাহি আহিবলৈ ধৰিছিল পিষ্টলৰ গুলীৰ শব্দৰ দৰে। প্ৰিন্স আনদ্ৰু গুচি যোৱাৰ লগে লগে পঢ়া-কোঠালীৰ দুৱাৰখন মেল খাই গ'ল, বুঢ়া মানুহগৰাকীয়ে বগা ড্ৰেচিং-গাউন পিন্ধা আঁটিল শৰীৰটোৰে সৈতে দুৱাৰমুখত থিয় হৈ মুখবঢ়ালে।

কৰুণ চাৱনিৰে কৰ্কভাৱে তেওঁ কৈ উঠিল, "গুচি গৈছে? বৰ ভাল হৈছে!" অচেতন হৈ চোফাত শুই থকা সৰু প্ৰিন্সেচৰ ফালে খঙেৰে চাই ভৰ্ৎসনাৰ ভঙ্গিৰে মূৰটো জোকাৰিলে। তাৰপিছত সশব্দে দুৱাৰখন বন্ধ কৰি দিলে।

[ প্ৰথম পৰ্ব সমাপ্ত ]

# যুদ্ধ আৰু শান্তি

## দ্বিতীয় পৰ্ব

### [ এক ]

১৮০৫ চনৰ অক্টোবৰ মাহত এটা ৰুচ বাহিনীয়ে অষ্ট্ৰিয়াৰ এটা অঞ্চলৰ গাওঁ আৰু চহৰ দখল কৰিছিল। আৰু কেইবা ৰেজিমেণ্ট সৈন্য নতুনকৈ ৰাচিয়াৰপৰা আহি ব্ৰাউনাউ দুৰ্গৰ ওচৰতে চাউনি পাতিছেহি। এই ব্ৰাউনাউ প্ৰধান সেনাপতি কুতুজভৰ মূল ঘাঁটি।

১৮০৫ চনৰ ১১ অক্টোবৰত এটা পদাতিক ৰেজিমেণ্ট ব্ৰাউনাউ আহি পাই চহৰৰ আধামাইল দূৰৈত প্ৰধান সেনাপতিৰ পৰিদৰ্শনৰ বাবে অপেক্ষা কৰিছিল। ঠাইখন আৰু তাৰ পৰিবেশ—ফলৰ বাগান, শিলৰ বেৰ, টালিৰ চাল, দূৰৈত পাহাৰৰ শাৰী—এই আটাইবিলাকেই দেখিবলৈ অ-ৰুচীয়, যি স্থানীয় অধিবাসীবিলাকে কৌতূহলেৰে সৈন্যবিলাকক চাইছিল সিহঁতো ৰুচীয় নহয়। তথাপি ৰেজিমেণ্টটো দেখিবলৈ ৰাচিয়াৰ আভ্যন্তৰত পৰিদৰ্শনৰ বাবে ৰৈ থকা যি কোনো ৰুচ ৰেজিমেণ্টৰ নিচিনাই।

অভিযানৰ শেষৰ দিনাখন সন্ধ্যা সময়ত হুকুম আহিছে, যাত্ৰাপথতেই প্ৰধান সেনাপতিয়ে ৰেজিমেণ্ট পৰিদৰ্শন কৰিব। যদিও হুকুমনামাৰ কথাবোৰ ৰেজিমেণ্টৰ কমাণ্ডাৰৰ ওচৰত সুস্পষ্ট নহয়, আৰু সৈন্যবিলাক অভিযান-ৰত অৱস্থাতেই থাকিব নে নাই সেই প্ৰশ্নও উদয় হৈছিল, তথাপি বিভাগীয় সেনাপতি-সকলৰ মাজত পৰামৰ্শক্ৰমে স্থিৰ হৈছে, "অলপ হাউলি অভিবাদন কৰাতকৈ কুঁজা হৈ অভিবাদন জনোৱাই ভাল"—এই নীতি অনুসৰণ কৰি ৰেজিমেণ্টক অভিযান-ৰত অৱস্থাত উপস্থিত কৰা-টোৱেই উচিত। গতিকে বিছ মাইল মাৰ্চ কৰি অহাৰ পিছতো সৈন্যবিলাকে টোপনিৰ সলনি গোটেই ৰাতি উদ্যোগেৰে থাকি, সাজ-পোছাকবোৰ মেৰামত আৰু পৰিষ্কাৰ কৰিলে, এড্জুটাণ্ট আৰু

কোম্পানি-কমাণ্ডাৰসকলে নানা ধৰণৰ হিচাপ-গণনা কৰিলে; ফলত ৰাতিপুৱা দেখা গ'ল, আগদিনাখন শেষ অভিযানৰ পিছত ৰেজিমেণ্টটো যেনেকুৱা বিপৰ্যস্ত আৰু বিশৃংখল জনতাত পৰিণত হৈ পৰিছিল তাৰ সলনি দেখা দিছে দুহেজাৰ মানুহৰ এটা সুশৃংখল সমাবেশ—সিহঁত প্ৰত্যেকেই নিজ নিজ অৱস্থান আৰু কৰ্তব্য সম্পৰ্কে সচেতন, প্ৰত্যেকটো বুতাম আৰু প্ৰতিডাল পেটি যথাস্থানত ৰক্ষিত আৰু পৰিষ্কাৰ-পৰিচ্ছন্নতাৰে জলমল কৰিছে। আটাইবোৰ যে একল বাহিৰৰপৰাই দেখাত সুশৃংখল সেইটো নহয়, প্ৰধান সেনাপতিয়ে যদি ইউনিফৰ্মৰ ভিতৰখনো পৰীক্ষা কৰি চাব খোজে তেনেহ'লে তেওঁ দেখিবলৈ পাব, প্ৰত্যেকজন সৈনিকৰ গাত পৰিষ্কাৰ কামিজ, আৰু সিহঁতৰ কান্ধৰ প্ৰতিটো মোনাতেই নিৰ্দিষ্ট সংখ্যক বস্তু—সৈনিকৰ ভাষাত যাক কোৱা হয় "জোতা চিলাইৰ বেজি-সূতা, চাবোন আৰু অন্যান্য লাগতিয়াল সকলো বস্তু"—মজুত আছে। মাত্ৰ এটা বিষয়ত সকলোৰে মনত অস্বস্তি আছে। সেইটো হ'ল সৈন্যবিলাকৰ বুটজোতাৰ অৱস্থা। আধাতকৈ বেছি সৈন্যৰ বুটজোতাবোৰ ফাটি-ফুটি গৈছে। কিন্তু ইয়াৰ কাৰণে ৰেজিমেণ্ট-কমাণ্ডাৰসকল দোষী নহয়; বাৰে বাৰে জনোৱা সত্ত্বেও অষ্ট্ৰীয় বচদ সৰবৰাহ বিভাগে বুটজোতা পঠোৱা নাই, অথচ এই ৰেজিমেণ্টটোৱে প্ৰায় সাত-শ মাইল মাৰ্চ কৰি আহিছে।

ৰেজিমেণ্ট-কমাণ্ডাৰ মানুহজন বয়সিয়াল, খঙাল স্বভাৱৰ, মজবুত গঢ়ন, অভিজ্ঞ; ভ্ৰূ আৰু কুমৰ চুলিবোৰৰ বৰণ ধূসৰ, ভিতি-কান্ধৰ তুলনাত বুকু আৰু পিঠিৰ ফাল দুটা বেছি বহল। তেওঁ পিন্ধি থকা ইউনিফৰ্মটো একেবাৰেই নতুন, দুই কান্ধৰ ওপৰত সোণৰ উজ্জ্বল এপলেট (সৈনিকৰ কান্ধত থকা চিন)। তেওঁৰ ভাব-ভঙ্গি এনেকুৱা যেন মনৰ আনন্দত জীৱনৰ এটা গভীৰ কৰ্তব্য তেওঁ পালন কৰিছে। তেওঁ সৈন্যবিলাকৰ সন্মুখেদি অহা-যোৱা কৰিছে, আৰু প্ৰতিটো খোজৰ লগে লগে পিঠিখনক সামান্য বেঁকা কৰি নিজৰ গোঁফ যুৰি ৰাখিছে। স্বাভাৱিকতে তেওঁৰ নিজৰ ৰেজিমেণ্টৰ প্ৰশংসা কৰে, আৰু হয়তো যে তেওঁ আনন্দিতও। কিন্তু তেওঁৰ গৰ্বিত চমন-কুৰণ দেখি ধাৰণা হয়,

সামৰিক বিষয়াদিৰ বাহিৰেও সামাজিক স্বাৰ্থ আৰু সুন্দৰী নাৰীবিলাকেও তেওঁৰ চিন্তা-ভাবনাৰ ভালেখিনি অধিকাৰ কৰি আছে।

এজন বেটেলিয়ান কমাণ্ডাৰ হাঁহি মুখে গৈ আছিল (দেখি বুজিব পাৰি, এওঁলোক দুয়োজনেই যথেষ্ট সুখী), তেওঁক লক্ষ্য কৰি ৰেজিমেণ্ট-কমাণ্ডাৰে কলে, "হেৰি, মাইকেল মিট্ৰিচ, চাৰ? কালি ৰাতি তো হাতত বহুত কাম আছিল। যি হওক, ৰেজিমেণ্টটো বেয়া নহয়, কি কয়?"

বেটেলিয়ান কমাণ্ডাৰে এই কৌতুক বুজিব পাৰি হাঁহি দিলে। কলে, "জাৰিৎচিন প্ৰান্তৰত ইয়াক ৰণক্ষেত্ৰৰপৰা আঁতৰাই পঠাব পৰা নাযাব।"

"কি কলে?" কমাণ্ডাৰে প্ৰশ্ন কৰিলে।

ঠিক সেই মুহূৰ্ত্তে চহৰৰ ফালৰপৰা অহা যিটো আলি-বাটত সংকেট-প্ৰেৰকবিলাকক ঠায়ে ঠায়ে ৰখা হৈছিল সেই আলিবাটটোৰে আহি থকা দুজন অশ্বাৰোহীক দেখিবলৈ পোৱা গ'ল। তেওঁলোকৰ এজন হ'ল এড্-ডি-কং, তেওঁৰ পাছফালে এজন কচাক।

আগদিনাখনৰ হুকুমনামাত ভাষাৰ গোলমাল আছিল কাৰণে আজি এড্-ডি-কঙক পঠিয়াই কথাটো পৰিষ্কাৰ কৰি জনোৱা হৈছে যে, ৰেজিমেণ্টটো যিভাৱে মাৰ্চ কৰি আহি আছিল প্ৰধান সেনাপতিয়ে ঠিক সেই অৱস্থাতেই সিহঁতক পৰিদৰ্শন কৰিবলৈ ইচ্ছুক ; সৈন্যবিলাকৰ পিন্ধনত থাকিব গ্ৰেট কোট, কান্ধত মোনা ; কোনো প্ৰকাৰ তৈয়াৰ হোৱা নচলিব।

আগদিনাখন হফ্‌ক্ৰিগ্‌চ্‌ৰাথৰ এগৰাকী সদস্য ভিয়েনাৰপৰা আহি কুতুজভৰ ওচৰত প্ৰস্তাৱ আৰু দাবী ৰাখিছে, তেওঁ যেন আৰ্চডিউক ফাৰ্ডিনাণ্ড আৰু মেকৰ বাহিনীৰ লগত যোগ দিয়ে ; আৰু কুতুজভে এই যোগ দিয়াটোক যুক্তিসংগত বুলি বিবেচনা নকৰাত অন্যান্য যুক্তিৰ লগতে এইটোও স্থিৰ কৰা হৈছে যে ৰাচিয়াৰপৰা অহাত এই সৈন্যবিলাকৰ অৱস্থা যে কিমান শোচনীয় হৈ পৰিছে সেইটোও অপ্ৰীয় সেনাপতিক দেখুৱাই দিয়া হওক। এই উদ্দেশ্য লৈয়ে তেওঁ ৰেজিমেণ্ট পৰিদৰ্শনৰ বাবে

আহিব খুজিছে। গতিকে ৰেজিমেণ্টৰ অৱস্থা যিমান বেছি শোচনীয় হব, প্ৰধান সেনাপতি সিমান বেছি সুখী হব। এড্‌-ডি-কংএ এইবিলাক কথা নাজানিছিল, তথাপি তেওঁ স্পষ্ট নিৰ্দেশ দিলে, সৈন্যবিলাকে গ্ৰেট কোট পিন্ধি থাকিব, আৰু সিহঁত অভিযান-ৰত অৱস্থাতে থাকিব লাগিব, সেয়ে নহলে প্ৰধান সেনাপতি অসন্তুষ্ট হব। এই কথা শুনি ৰেজিমেণ্ট সেনাপতিয়ে তলমূৰ কৰিলে, নীৰৱে কান্ধ দুটা জোকাৰিলে, তাৰপিছত হাত দুখন জোকাৰি জোকাৰি কৈ উঠিল, "হায়, হায়! সকলো যে গোলমাল কৰি পেলাইছে!"

তিৰস্কাৰৰ সুৰত বেটেলিয়ান-কমাণ্ডাৰে কলে, "এতিয়া বুজক! মই কোৱা নাছিলো মাইকেল মিচ্চিচ যে, 'অভিযান-ৰত অৱস্থা' মানেই হ'ল গাত গ্ৰেট কোট থাকিব?" কেইখোজমান আগবাঢ়ি গৈ আকৌ কলে, "হে ঈশ্বৰ!" তাৰপিছত হুকুম দিয়াত অভ্যস্ত ভঙ্গিৰে তেওঁ চিঞৰি উঠিল, "কোম্পানি-কমাণ্ডাৰসকল! চাৰ্জেণ্ট-সকল!"'কিমান সময়ত তেখেত এইখিনি আহি পাবহি?" স সম্মানে তেওঁ এড্‌-ডি-কঙক সুধিলে।

"ধৰক এঘণ্টামানৰ ভিতৰতেই।"

"পোছাক সলাবৰ সময় পোৱা যাব তো?"

"মই নাজানো, জেনেৰেল·····।"

ৰেজিমেণ্ট কমাণ্ডাৰে নিজে সৈনিকবিলাকৰ ওচৰলৈ গৈ প্ৰত্যেককে গ্ৰেট কোট পিন্ধি লবলৈ কলে। কোম্পানী-কমাণ্ডাৰ-বিলাকে তেওঁলোকৰ নিজৰ নিজৰ সেনাদলৰ ওচৰলৈ দৌৰ মাৰিলে, চাৰ্জেণ্ট-মেজৰসকলে হৈ-চৈ আৰম্ভ কৰি দিলে (গ্ৰেট কোটবিলাকৰ অৱস্থা একেবাৰেই ভাল নাছিল), আৰু লগে লগে সেনাদলৰ মাজত যি শৃংখলা আৰু নীৰৱতা বিৰাজ কৰিছিল তাৰ সলনি দেখা দিলে দৌৰা-দৌৰি আৰু চিঞৰ-বাখৰ। সৈন্যবিলাকে ইফালে-সিফালে দৌৰা-দৌৰি আৰম্ভ কৰিলে, কান্ধ জোকাৰি মূৰৰ ওপৰেদি পট্টি সুমুৱাই কান্ধত মোনা ওলোমাই ললে, লবালৰিকৈ ওভাৰ কোট পিন্ধি লবলৈ ধৰিলে।

আধা-ঘণ্টাৰ ভিতৰতে আকৌ সকলো ঠিকঠাক হৈ গ'ল। ৰেজিমেণ্ট-কমাণ্ডাৰে সৈন্যদলৰ সন্মুখেৰে খোজকাঢ়ি আহা-যোৱা

কৰি দূৰৰপৰাই লক্ষ্য কৰি সকলো চাবলৈ ধৰিলে।

"এইটো কি হৈছে? এইটো!" চিঞৰি উঠি তেওঁ থিয় হ'ল। "তৃতীয় কোম্পানীৰ কমাণ্ডাৰ!"

"সেনাপতিয়ে তৃতীয় কোম্পানীৰ কমাণ্ডাৰক বিচাৰিছে! ...কমাণ্ডাৰ, সেনাপতিৰ লগত দেখা কৰক...তৃতীয় কোম্পানী দেখা কৰক কমাণ্ডাৰৰ লগত।" কথাবোৰ সেনাদলৰ জৰিয়তে পঠোৱা হ'ল, আৰু এড্‌জুটাণ্টে নিৰুদ্দেশ হোৱা অফিচাৰজনক বিচাৰিবলৈ লৰ মাৰিলে।

কথাবোৰ ঠিক ঠাইত গৈ পোৱাৰ পিছত সেই নিৰুদ্দেশ হোৱা অফিচাৰজন তেওঁৰ কোম্পানীৰ পাছফালৰপৰা ওলাই আহিল। মানুহজন মাজ-বয়সীয়া, দৌৰাৰ অভ্যাস নাই, তথাপি উজটি খাই খাই হাঁহি উঠা ধৰণে সেনাপতিৰ ওচৰলৈ দৌৰি যাবলৈ ধৰিলে। স্কুলৰ ল'ৰাক নিশিকা পঢ়া কবলৈ কলে তাৰ মুখৰ ভাব যেনেকুৱা হয় সেই ভাব ফুটি উঠিছে কেপ্টেনজনৰ মুখত। অতিৰিক্ত মদ খোৱাৰ ফলত নাকটো ৰঙা পৰি উঠিছে, মুখখন বেঁকা হৈ গৈছে বাৰে বাৰে। সেনাপতিৰ ওচৰা-উচৰি আহি পালত লাহে লাহে খোজ পেলাই জোপাই-জোপাই আহি উপস্থিত হ'লত সেনাপতিয়ে মূৰৰপৰা ভৰিলৈকে কেপ্টেনক চাবলৈ ধৰিলে।

"আপুনি দেখিছো অতি সোনকালেই আপোনাৰ সৈন্যবিলাকক পেটিকোট পিন্ধাব! এইবোৰ কি?" তৃতীয় কোম্পানীৰ নীলা কাপোৰৰ গ্ৰেট-কোট পিন্ধা এজন সৈনিকক দেখুৱাই ৰেজিমেণ্ট কমাণ্ডাৰে মুখ বিকৃত কৰি চিঞৰি উঠিল। "ক'লৈ গৈছিল আপুনি? প্ৰধান সেনাপতি অহাৰ কথা, আৰু আপুনি নিজৰ ঠাই এৰি গুচি গৈছে? হোঁ? পেৰেডত সৈন্যবিলাকক কিভাৱে ফেন্সি কোট পিন্ধাই সজাব লাগে আপোনাক মই শিকাই দিব লাগিব।...হোঁ...?"

কোম্পানী-কমাণ্ডাৰে ওপৰৱালা অফিচাৰৰ্ ফালে স্থিৰ দৃষ্টি বাখি দুটা আঙুলিৰে টুপীটোক এনেভাৱে হেঁচিবলৈ ধৰিলে যেন সেই হেচাৰ ওপৰতেই তেওঁ ৰক্ষা পোৱাৰ "একমাত্ৰ" আশা নির্ভৰ কৰিছে।

"কি হ'ল, কথা নকয় কেলেই? হাঙ্গেৰীয় পোছাক পিন্ধা মানুহজনক ক'ৰপৰা জোগাৰ কৰিলে?" গহীনভাৱে বিদ্ৰূপৰ সুৰত কমাণ্ডাৰে কলে।

"ইয়োৰ এক্সেলেন্সি ..."

"ইয়োৰ এক্সেলেন্স কি? ইয়োৰ এক্সেলেন্সি। ইয়োৰ এক্সেলেন্সৰ কি হ'ল? ...কোনেও নাজানে।"

কেপ্টেনে নৰম সুৰত কলে, "ইয়োৰ এক্সেলেন্সি, এই অফিচাৰ দলখতক সাধাৰণ সৈনিকৰ পদলৈ নমাই দিয়া হৈছে।"

"হয় নেকি? কিন্তু তেওঁক নমাই দিয়া হৈছে ফিল্ড মাৰ্চালৰ পদত নে এজন সৈনিকৰ পদত? সৈনিক হলে তো আন সকলোৰে দৰে নিয়মমতে ইউনিফৰ্ম তেৱোঁ পিন্ধা উচিত।"

"ইয়োৰ এক্সেলেন্সি, মাৰ্চৰ সময়ত অনুমতি তো আপুনি নিজেই দিছিল।"

"অনুমতি দিছিলো? অনুমতি? তোমাৰ নিচিনা ডেকা-বিলাকৰ দৰেই কথা কৈছা তুমি," অলপ শান্ত সুৰত ৰেজিমেণ্ট কমাণ্ডাৰে কলে। "এৰা অনুমতিয়েই ...এজনে কি কলে আৰু আপুনিও...নহয় জানো?" আৰু বেছি বিৰক্ত হৈ তেওঁ এইবাৰ কৈ উঠিল, "মিনতি কৰি কৈছো, আপোনাৰ সৈন্যবিলাকক অলপ ভালদৰে পোছাক পিন্ধাব।"

এডজুটাণ্টক চাবৰ বাবে মুখ ঘূৰাই কমাণ্ডাৰে সেইফালে খোজ আগবঢ়ালে। ইমান বেছি খং দেখুৱাব পাৰি তেওঁ নিজেও বৰ সুখী হৈছে। আকৌ এবাৰ খং দেখুৱাবলৈ এটা অজুহাত পাবৰ বাবে তেওঁ সৈন্যবিলাকৰ কাষে কাষে খোজকাঢ়িবলৈ ধৰিলে। বেজটো অপৰিষ্কাৰ থকা কাৰণে এজন অফিচাৰক, আৰু লাইনটো পোন হৈ নথকা বাবে আন এজনক তিৰস্কাৰ কৰি তেওঁ তৃতীয় কোম্পানীৰ ওচৰত গৈ উপস্থিত হ'ল।

নীলা ইউনিফৰ্ম পিন্ধা দলখতৰপৰা পাঁচজন সৈন্যৰ আগত উপস্থিত হৈ খং আৰু বিৰক্তিৰে কমাণ্ডাৰে চিঞৰি উঠিল, "কিভাবে থিয় হৈ আছা? তোমাৰ ভৰি ক'ত?"

উত্তৰ চাবলৈ দোলোখোভে সেনাপতিৰ মুখলৈ চাই লাহে লাহে তাৰ ভাজ লাগি থকা আঁঠুটো পোন কৰিলে।

"নীলা কোট কেনেই? সেইটো খুলি পেলোৱা···চাৰ্জেণ্ট-মেজৰ! এওঁৰ কোটটো সলাই দিয়ক···বুজিছে···" কথাষাৰ শেষ নকৰিলে।

"সেনাপতি, হুকুম মানিবলৈ নই বাধা, কিন্তু অপমান···" দলখণ্ডে তেওঁক বাধা দি টপৰাই কলে।

"কোনো কথা নাই।··কোনো কথা নাই, কোনো কথা নাই!"

"অপমান সহ্য কৰিবলৈ বাধ্য নহওঁ," দৃঢ়কণ্ঠে স্পষ্টভাৱে তাৰ অসম্পূৰ্ণ কথাষাৰ শেষ কৰিলে।

সেনাপতি আৰু সৈনিক দুয়ো দুয়োৰে চকুলৈ চালে। সেনাপতি নিমাত হৈ গ'ল, খঙত টানকৈ বন্ধা গলবন্ধাখন ঢিলা কৰি ললে।

মুখ ঘূৰাই উভতি যাবৰ সময়ত কলে, "তোমাক অনুৰোধ কৰি কৈছো, কোটটো সলাই পেলোৱা।"

[ দুই ]

সেই মুহূৰ্ততে সংকেত-প্ৰেৰকে চিঞৰি কলে, "তেওঁ আহিছে!"

মুখখন ৰঙা কৰি ৰেজিমেণ্ট-কমাণ্ডাৰে দৌৰি গৈ একেজাঁপে ঘোঁৰাত উঠি বহিল, তৰোৱালখন মুকলি কৰি হাতত ললে আৰু যথাসময়ত ৰেজিমেণ্টক হুকুম দিবৰ বাবে সাজু হ'ল। মুহূৰ্তৰ ভিতৰতে গোটেই ৰেজিমেণ্ট নিৰৱ-নিস্পন্দ হৈ পৰিল।

হিয়া কঁপোৱা কণ্ঠে ৰেজিমেণ্ট-কমাণ্ডাৰে চিঞৰি উঠিল, "····!" সেই চিঞৰত একেসময়তে ফুটি উঠিল নিজৰ আনন্দ, ৰেজিমেণ্টৰ কঠোৰতা আৰু প্ৰায় আহি পোৱা প্ৰধানৰ প্ৰতি অভ্যৰ্থনা।

আহল-বহল গাঁৱলীয়া আলিবাটটোৰ দুয়োকাষে গছৰ শাৰী, সেই বাটেৰে ক্ষীপ্ৰ গতিৰে আগুৱাই আহি আছে ছয়-ঘোঁৰাৰ এখন পাতল নীলা ৰঙৰ ভিয়েনা-গাড়ী। পাছে পাছে একে গতিৰে আহি আছে এদল অশ্বাৰোহী আৰু অন্যান্য সৈনিক। কুতুজভৰ কাষত বহি আছে এজন অষ্ট্ৰীয় সেনাপতি; কচ-বিলাকৰ ক'লা ইউনিফৰ্মৰ মাজত তেওঁৰ বগা ইউনিফৰ্মটো দেখিবলৈ অদ্ভুত লাগিছে। ৰেজিমেণ্টৰ সমুখত আহি গাড়ীখন

থিয় হ'ল। কুতুজভ আৰু অপ্‌ট্ৰীয় সেনাপতি গৰাকীয়ে লাহে লাহে কথা পাতিছিল। কুতুজভে লাহেকৈ হাঁহি গহীন হৈ এনেভাবে গাড়ীৰপৰা নামিল যেন এই যে দুই হেজাৰ মানুহে পোন হৈ থিয় হৈ একেলগে তেওঁলৈ স্থিৰ দৃষ্টিৰে চাই আছে সিহঁতৰ আৰু ৰেজিমেণ্ট-কমাণ্ডাৰৰ কোনো অস্তিত্বই নাই।

সামৰিক নিৰ্দেশ ধ্বনিত হ'ল; সৈন্যবিলাকৰ অস্ত্ৰবোৰৰ জন্‌জননিৰ লগে লগে গোটেই ৰেজিমেণ্টটো আৰু এবাৰ কঁপি উঠিল। তাৰ পিছত সম্পূৰ্ণ নিস্তব্ধতাৰ মাজত শুনা গ'ল প্ৰধান সেনাপতিৰ দুৰ্বল কণ্ঠস্বৰ। লগে লগে গোটেই ৰেজিমেণ্টটো যেন গৰ্জি উঠিল, "ইয়োৰ এক্স-এ-লে-ন্সি, আপোনাৰ সুস্বাস্থ্য কামনা কৰো!" তাৰ পিছতেই আকৌ একেবাৰেই নীৰৱ। ৰেজিমেণ্ট মাৰ্চ আৰম্ভ কৰিলে, কুতুজভ তেতিয়াও নীৰৱে থিয় হৈ আছে। তাৰপিছত বগা ইউনিফৰ্ম পিন্ধা সেনাপতিক লগত লৈ তেওঁ দলে-বলে সৈন্যবিলাকৰ মাজে মাজে খোজকাঢ়ি আগুৱাই যাবলৈ ধৰিলে।

ৰেজিমেণ্ট-কমাণ্ডাৰে যিভাৱে তোষামোদকাৰীৰ দৰে আগু-ৱাই গৈ প্ৰধান সেনাপতিক অভিবাদন জনালে আৰু হাঁজি-দুলি তেওঁৰ লগে লগে খোজ পেলাই যাবলৈ ধৰিলে, যিভাৱে প্ৰধান সেনাপতিৰ প্ৰতিটো কথা আৰু ভঙ্গিৰ লগে লগে দৌৰি তেওঁ আগত গৈ থিয় হবলৈ ধৰিলে, তাৰপৰাই বুজিব পৰা গ'ল যে কমাণ্ডাৰ হিচাপে তেওঁৰ কৰ্তব্যতকৈও এজন অধীনস্থ কৰ্ম-চাৰীৰ দৰে হে অতি উৎসাহেৰে তেওঁ কামবোৰ কৰিছে। ৰেজিমেণ্ট-কমাণ্ডাৰৰ কঠোৰতা আৰু গভীৰ মনোযোগক ধন্যবাদ, সেই সময়ত আন আন যিবিলাক ৰেজিমেণ্ট ব্ৰাউনাউ আহি পাইছিল সেইবিলাকৰ তুলনাত এই ৰেজিমেণ্টৰ অৱস্থা সুন্দৰ আছিল। অসুস্থ খোজকাঢ়িব নোৱাৰা হোৱা সৈন্য আছিল মাত্ৰ ২১৭ জন। একমাত্ৰ বুটজোতাৰ বাহিৰে সিহঁতৰ আন সকলো ঠিক ঠিক অৱস্থাতে আছিল।

কুতুজভে সৈন্যবিলাকৰ মাজেৰে খোজকাঢ়ি যাবলৈ ধৰিলে; কেতিয়াবা তুৰ্কৰ যুদ্ধত পূৰ্ব-পৰিচিত অফিচাৰবিলাকৰ লগত দুই-এষাৰ মধুৰপূৰ্ণ কথা কলে, কেতিয়াবা আকৌ কথা কলে

সৈন্যবিলাকৰ কিছুমানৰ লগত। সিহঁতৰ বুটজোতাবোৰৰ ফাঁক কেইবাৰমান চাই দুঃখিতভাৱে মূৰ জোকাৰিলে, মুখৰ এনেকুৱা ভঙ্গি কৰি সেইফাললৈ অষ্ট্ৰীয় সেনাপতিৰ দৃষ্টি আকৰ্ষণ কৰিলে যেন কব খুজিছে যে তেওঁ কাকো দোষ দিব খোজা নাই, আকৌ এইবোৰ শোচনীয় অৱস্থা লক্ষ্য নকৰিও নোৱাৰে। পাছে তেওঁৰ ৰেজিমেণ্ট সম্পৰ্কে কোনো এটা কথা তেওঁৰ কাণত পৰে সেই ভয়ত তেনেকুৱা প্ৰত্যেকটো ক্ষেত্ৰতেই ৰেজিমেণ্ট-কমাণ্ডাৰ দৌৰি আহি প্ৰধান সেনাপতিৰ কাষ চাপিছে। কুতুজভৰ প্ৰত্যেকেটো কথা যাতে শুনিবলৈ পায় সেই পৰিমাণ দূৰত্বত কাষ চাপি থাকি দলৰ প্ৰায় বিছজন তেওঁৰ লগে লগে গৈ আছে। প্ৰধান সেনাপতিৰ নীচেই কাষ চাপি গৈ আছে এজন দেখনিয়াৰ এডজুটাণ্ট। তেওঁ হ'ল সেই প্ৰিন্স বলকন্‌স্কি। তেওঁৰ পাছতেই আছে তেওঁৰ বন্ধু নেচভিৎস্কি—ওখ-পাখ এজন ষ্টাফ-অফিচাৰ, সবল-সুঠাম শৰীৰ, হাঁহিভৰা ধুনীয়া মুখ, আৰু জলজলীয়া চকু। তেওঁৰ ঠিক কাষে কাষে খোজকাঢ়ি গৈ আছে এজন ক'লা-বৰণীয়া হুজাৰ অফিচাৰ; মানুহজনৰ ভাব-ভঙ্গি দেখি নেচভিৎস্কিয়ে হাঁহি চেপি ৰাখিব নোৱাৰা হৈছে। হুজাৰ অফিচাৰৰ মুখখন গম্ভীৰ, হাঁহি নাই, স্থিৰ চাৱনিত ভাৱৰ কোনো পৰিবৰ্তন নাই; ৰেজিমেণ্ট-কমাণ্ডাৰৰ পিঠিৰ ফালে চাই তেওঁ অনবৰত তেওঁৰ খোজৰ লগে লগে খোজ পেলাই আগুৱাই গৈ আছে। কমাণ্ডাৰ দৌৰি আগলৈ গলে তেৱোঁ লগে লগে দৌৰ মাৰে, কমাণ্ডাৰ থমকি ৰ'লে তেৱো থমকি ৰৈ দিয়ে। হুজাৰ অফিচাৰজনৰ এইবোৰ গতিবিধি দেখি নেচভিৎস্কিয়ে নিজেও হাঁহিছে আৰু হাতেৰে খুচিয়াই দি কাষৰ অফিচাৰসকলকো এই হাঁহি উঠা কাৰ্য দেখুৱাইছে।

কুতুজভে এনাহেঁৰে লাহে লাহে খোজ পেলাই আগুৱাই গৈ আছে। সৈন্যবিলাকৰ হাজাৰ হাজাৰ চকুৰ দৃষ্টি সিহঁতৰ প্ৰধানৰ ওপৰত নিবদ্ধ। তৃতীয় কোম্পানিৰ সমুখত উপস্থিত হৈ তেওঁ হঠাৎ থিয় হ'ল। তেওঁৰ পাছে পাছে আহি থকা অফিচাৰৰ দলটোৱে ইয়াৰ কাৰণে প্ৰস্তুত নাছিল, তেওঁলোকে একে খুজিৰে আগুৱাই গৈ প্ৰধান সেনাপতিৰ একেবাৰে কাষ পালে।

-নীলা-[illegible] [illegible] [illegible]-কৰা [illegible] [illegible]-নাকৰ কেপ্টেনজনক চিনিব পাৰি তেওঁ কলে, "তিমখিন, তুমি!"

ৰেজিমেণ্ট-কমাণ্ডাৰে তিৰস্কাৰ কৰিবৰ সময়ত তিমখিনে পোন হৈ যিমান টান টান হৈ থিয় দিছিল, আন কোনো মানুহৰ পক্ষেই তেনেকৈ থিয় হোৱাটো সম্ভৱ নহয় বুলিয়েই ধাৰণা হৈছিল ; কিন্তু এতিয়া প্ৰধান সেনাপতিয়ে যেতিয়া তাৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে তেতিয়া সি ইমান বেছি বুকু ফিন্দাই টান টান হৈ থিয় হ'ল যে দেখি ভাব হ'ল প্ৰধান সেনাপতিয়ে যদি আৰু অলপ সময় তাৰ লগত কথা পাতে তেনেহলে হয়তো সি ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰিব। প্ৰধান সেনাপতিয়ে তাৰ অৱস্থাটো বুজিব পাৰি আৰু তেওঁ তাৰ মঙ্গলৰ বাহিৰে অমঙ্গল নিবিচাৰে কাৰণে লৰালৰিকৈ তাৰ সমুখৰপৰা আঁতৰি গ'ল ; লগে লগে তিমখিনৰ ক্ষত-চিহ্নিত উখহা মুখখনত সামান্য হাঁহি বিৰিঙি উঠিল।

তেওঁ কলে, "আৰু এজন ইচমাইলৰ বন্ধু। এজন সাহসী অফিচাৰ। আপুনি তেওঁক লৈ সন্তুষ্ট নে?" তেওঁ ৰেজিমেণ্ট-কমাণ্ডাৰক সুধিলে।

"মই অত্যন্ত সন্তুষ্ট ইয়োৰ এক্সেলেন্সি!" ৰেজিমেণ্ট-কামাণ্ডাৰে উত্তৰ দিলে।

কুতুজভে কলে, "আমাৰ সকলোৰে ভুল-ত্ৰুটি আছেই। এসময়ত বেকচ (ৰোমৰ সুৰা দেৱতা)ৰ প্ৰতি তাৰ বৰ আকৰ্ষণ আছিল।"

ৰেজিমেণ্ট-কমাণ্ডাৰৰ ভয় হ'ল, এই দোষত তেৱোঁ তো দোষী, সেয়ে তেওঁ কোনো উত্তৰ নিদিলে। ঠিক সেই সময়তেই হুজাৰজনে ৰঙা-নাকৰ কেপ্টেনজনৰ মুখ আৰু পেটৰ ফালে লক্ষ্য কৰি তাৰ ভাব-ভঙ্গিৰ এনেকুৱা নকল কৰিবলৈ ধৰিলে যে নেচভিৎস্কিয়ে নাহাঁহি থাকিব নোৱাৰিলে, কুতুজভ ঘূৰি থিয় হ'ল। নিজৰ মুখৰ ওপৰত অফিচাৰজনৰ সম্পূৰ্ণ দখল আছিল, সেয়ে কুতুজভে মুখ ঘূৰোৱাৰ লগে লগে সি তাৰ মুখত এটা গম্ভীৰ, শ্ৰদ্ধাশীল আৰু সৰল ভাব ফুটাই তুলিব পাৰিলে।

তৃতীয় কোম্পানিটোৱেই শেষ। যেন কিবা এটা মনত পেলাবলৈ চেষ্টা কৰিছে এনে ভাবত কুতুজভে মৃদুল মৃদুল চিন্তা

কৰিবলৈ ধৰিলে। প্ৰিন্স আনদ্ৰুৱে দলৰ মাজৰপৰা কেইখোজ-মান আগবাঢ়ি গৈ ফৰাচীত লাহেকৈ কলে:

"অফিচাৰ দলখভৰ কথা আপোনাক সোঁৱৰাই দিবলৈ কৈছিল। এই ৰেজিমেণ্টতেই সেই মানুহজনক পদাৱনতি ঘটোৱা হৈছে।"

"দলখভ ক'ত?" কুতুজভে জানিবলৈ বিচাৰিলে। দল-খভে ইতিমধ্যেই সৈনিকৰ ধোঁৱা-বৰণীয়া গ্ৰেট-কোট পিন্ধি লৈছিল। সি তাক মতাৰ অপেক্ষাত নাথাকিল। সেনাদলটোৰ মাজৰপৰা ওলাই আহি সি প্ৰধান সেনাপতিৰ সন্মুখত গৈ সশস্ত্ৰ অভিবাদন জনালে।

"তোমাৰ কিবা অভিযোগ আছে নেকি?" কুতুজভে দলখভক সুধিলে।

"এই দলখভ," প্ৰিন্স আনদ্ৰুৱে কলে।

"হুঁ।" কুতুজভে কলে। "আশাকৰো ইয়াতেই তোমাৰ শিক্ষা হব। কৰ্তব্য কৰি যোৱা। সম্ৰাট উদাৰ, আৰু তুমি উপযুক্ত হলে ময়ো তোমাক নাপাহৰিম।"

তীক্ষ্ণ, নীলা দুটা চকুৰে যিভাৱে ৰেজিমেণ্ট-কমাণ্ডাৰৰ ফালে চাইছিল, ঠিক সেই একে সাহসেৰেই সি চালে প্ৰধান সেনাপতিৰ ফালে। চিৰাচৰিত প্ৰথাৰ যি আঁৰ কাপোৰে প্ৰধান সেনাপতি আৰু এজন সাধাৰণ সৈনিকৰ মাজত বিৰাট ব্যৱধান সৃষ্টি কৰে, তাৰ চকুৰ সেই চাৱনিয়ে যেন তাক ফালি-ছিঙি পেলাব খুজিলে।

ইচ্ছা কৰিয়েই দৃঢ় সুৰত দলখভে কলে, "ইয়োৰ এক্সেলেন্সিৰ ওচৰত মোৰ এটা প্ৰাৰ্থনা আছে। মোৰ অপৰাধৰ প্ৰায়শ্চিত্ত কৰিবৰ বাবে এটা সুযোগ মোক লাগে; মহামান্য সম্ৰাট আৰু ৰাচিয়াৰ প্ৰতি মোৰ অনুৰাগ মই প্ৰমাণ কৰিব খোজো।"

কুতুজভ তাৰপৰা আঁতৰি গুচি গ'ল। চকুৰে-মুখে যি হাঁহি বিৰিঙাই তেওঁ কেপ্টেন তিমখিনৰ ওচৰৰপৰা আঁতৰি আহিছিল, সেই একে হাঁহি বিৰিঙি উঠিল তেওঁৰ মুখত। মুখ ঘূৰাই তেওঁ আগবাঢ়ি গৈ গাড়ীত উঠি বহিল।

ৰেজিমেণ্টটো নানা দলত ভাগ হৈ ব্ৰাউনাউৰ ওচৰকে

সিহঁতৰ জিবলিৰ বাবে নিৰ্দিষ্ট কোৱাৰ্টাৰলৈ গুচি গ'ল। আশা আছে, তাত সিহঁতে বুটজোতা পাব, পোছাক পাব, জিবলি পাব।

তৃতীয় কোম্পানিও কোৱাৰ্টাৰৰ অভিমুখে যাব ধৰিছে। ঘোঁৰা দৌৰাই তিমখিনৰ ওচৰলৈ গৈ ৰেজিমেণ্ট-কমাণ্ডাৰে কলে, "তুমি মোৰ ওপৰত খং কৰা নাই তো প্ৰোখৰ ইগনাতিচ?" (পৰিদৰ্শন ভালভাৱে শেষ হোৱাত ৰেজিমেণ্ট-কমাণ্ডাৰৰ মুখখন অপাৰ আনন্দত জলমল কৰিছে।) "সম্ৰাটৰ চাকৰিৰ ৰীতি এনেকুৱাই। · কোনো উপায় নাই··পেৰেডৰ সময়ত কেতিয়াবা অলপ-অচৰপ খৰখেদা কৰিবলগা হয়··· ময়েই বাৰু প্ৰথম ক্ষমা খুজিছো, তুমি তো মোক জানা!·· তেওঁ বৰ সন্তুষ্ট হৈছে!" কেপ্টেনৰ ফালে তেওঁ হাতখন আগবঢ়াই দিলে।

"তেনেকুৱা কথা নকবা সেনাপতি, সিমান সাহস মোক নহ'লহেতেন!" কেপ্টেনে উত্তৰ দিলে। তাৰ নাকটো আৰু বেছি ৰঙা হৈ উঠিল। ইচমাইলৰ বন্দুকৰ খুন্দাত তাৰ ওপৰৰ পাৰিৰ সমুখৰ যি দুটা দাঁত ভাঙি গৈছিল, সি মুখ-মেলি হাঁহি দিলত তাৰ সেই খালী ঠাইডোখৰ ওলাই পৰিল।

"আৰু মিঃ দলখভক কবা তেওঁ নিশ্চিন্ত থাকিব পাৰে, মই তেওঁক নাপাহৰো। দয়া কৰি মোক জনাবা—মই নিজেই জানিব খোজো –তেওঁৰ আচাৰ-ব্যৱহাৰ কেনে থাকে; আৰু সাধাৰণভাৱে··· ।"

তিমখিনে কলে, "চাকৰিৰ ক্ষেত্ৰত মানুহজন অত্যন্ত নিয়মনিষ্ঠ ইয়োৰ এক্সেলেন্সি, কিন্তু তাৰ চৰিত্ৰ ····।"

"তাৰ চৰিত্ৰ সম্বন্ধে তুমি কি জানিব খোজা?" ৰেজিমেণ্ট কমাণ্ডাৰে সুধিলে।

কেপ্টেনে কলে, "সি একো একোদিন একো একো ৰকম। এদিন হয়তো তাক দেখা যায় বেছ বুদ্ধিমান, সুশিক্ষিত, সৎস্বভাৱৰ। আকৌ পিছদিনাখনেই সি হৈ পৰে এটা বনৰীয়া জন্তু। "পোলেণ্ডত তো এজন ইহুদীক প্ৰায় মাৰিয়েই পেলাইছিল।"

"বাৰু, হৈছে, হৈছে!" ৰেজিমেণ্ট-কমাণ্ডাৰে বাধা দি কৈ উঠিল। "তথাপি এজন ডেকা মানুহ বিপদত পৰিলে তাক

তো দয়া কৰিবই লাগিব। তুমি তো জানা বহুত ভাল ভাল মানুহৰ লগত তাৰ যোগাযোগ আছে।···গতিকে তুমি মাত্ৰ···"

"মই আপোনাৰ কথা কম বাৰু, ইয়োৰ এক্সেলেন্সি," তিমখিনে কলে; মুখৰ হাঁহিটোৰে সি বুজাই দিলে যে কমাণ্ডাৰৰ মনৰ ইচ্ছা সি বুজিব পাৰিছে।

তাৰপিছত ৰেজিমেণ্ট-কমাণ্ডাৰে সৈন্যবিলাকৰ মাজৰপৰা দলখভক বিচাৰি উলিয়াই ঘোঁৰাৰ লাগাম টানি ধৰি তাক কলে:

"পৰবৰ্তী অঙ্গীকাৰৰ সময়তেই সম্ভৱতঃ তুমি তোমাৰ এপলেট (সৈন্যৰ কান্ধত থকা চিন) পাবা।"

দলখভে চাৰিওফালে চালে, একো নকলে, কিন্তু মুখত বিদ্রূপৰ হাঁহিটো একেদৰেই থাকিল।

ৰেজিমেণ্ট-কমাণ্ডাৰে আকৌ কলে, "বাৰু, তেনেহলে সকলো ঠিক হৈ গ'ল।" তাৰপিছত যাতে আটাইবিলাক সৈন্যই শুনিবলৈ পায় সেইভাৱে কলে, "প্ৰত্যেকজন সৈন্যকেই মই এপিয়লাকৈ ভদ্‌কা দিম। সকলোকে ধন্যবাদ। ঈশ্বৰৰ জয় হওক!" ঘোঁৰা দৌৰাই তেওঁ সেই কোম্পানিটোক পাৰ হৈ গৈ তাৰ পাছৰ কোম্পানিটোক ধৰিলে।

তিমখিনে তাৰ কাষতে থকা চাব-অল্টাৰ্নক কলে, "দেখিলা, মানুহজন সঁচাকৈয়ে ভাল; এওঁৰ অধীনত কাম কৰিব পৰা যায়।"

"একেষাৰে কবলৈ হলে, ৰজা মানুহ" চাব অল্টাৰ্নে হাঁহি কলে (সকলোৰে ৰেজিমেণ্ট-কমাণ্ডাৰক 'হৰতনৰ ৰজা' বুলি মাতে)।

পৰিদৰ্শনৰ পিছত অফিচাৰসকলৰ আনন্দৰ ভাব সৈন্যবিলাকৰ মাজতো সংক্ৰামিত হৈছে। সৈন্যবিলাকে মনৰ আনন্দত আগুৱাই গ'ল।

"অথচ সিহঁতে কৈছিল কুতুজভৰ এটা চকু কণা?"

"হয়! একেবাৰেই কণা!"

"নহয় বন্ধু, তেওঁৰ চকু তোমাতকৈ বহুত বেছি তীক্ষ্ণ। বুটজোতা, ভৰিৰ পট্টি···সকলো তেওঁৰ চকুত পৰে।···"

"তেওঁ যেতিয়া মোৰ ভৰিৰ ফালে চালে বন্ধু,···বুজিছা, ধৰিয়েই পেলালে যে মই···"

"আৰু তেওঁৰ সঙ্গীগৰাকী, সেই অষ্ট্ৰীয় ভদ্ৰলোক, দেখিলেই ধাৰণা হয় যেন খড়িমাটিৰ গুৰিহে মুখত সানিছে—একেবাৰে ময়দাৰ দৰে বগা! মোৰ বিশ্বাস, মানুহে যিদৰে বন্দুক পালিচ কৰে তেনেকৈ তেওঁকো মাজি-ঘঁহি পালিচ কৰে।"

"হেৰা ফেডেচন!" তেওঁ কি কলে, যুদ্ধ কেতিয়া আৰম্ভ হব? তুমি তো তেওঁৰ ওচৰতেই আছিলা। সকলোৱে কোৱাকুই কৰিছে বোনাপাৰ্ট স্বয়ং হেনো ব্ৰুডিনাউতেই আছিল।"

"বোনাপাৰ্ট নিজে! সেই মুৰ্খহঁতৰ কথা তুমি শুনিছা! সিহঁতে তো একেবাৰেই নাজানে! এতিয়া প্ৰাচিয়া যুদ্ধত নামিছে। অষ্ট্ৰীয়াই সিহঁতক পৰাস্ত কৰিব ধৰিছে। প্ৰাচিয়া সম্পূৰ্ণ পৰাস্ত হলে, তেতিয়াহে বোনাপাৰ্টৰ লগত যুদ্ধ আৰম্ভ হব। আৰু তুমি কৈছা বোনাপাৰ্ট ব্ৰাউনাউত উপস্থিত! যি দেখিছো তুমিও এটা মুৰ্খ। বোলো, সঠিক কথাবোৰৰ গম লবলৈ যত্ন কৰিবাচোন!"

"এই তদাৰককাৰী মানুহবিলাক কি চয়তান! দেখিছা নে, পঞ্চম কোম্পানিটো ইতিমধ্যেই গাৱঁৰ ভিতৰত সোমাই পৰিছে।... আমি কোৱাৰ্টাৰ্ত গৈ পোৱাৰ আগতেই সিহঁতৰ ৰন্ধা-বঢ়া সকলো শেষ হৈ যাব।"

"বাৰু হৈছে, এতিয়া এখন বিস্কুত দিয়া।"

"কেলেই? কালি তুমি মোক ধঁপাত দিছিলা নে? এচিকটাও দিয়া নাই! বাৰু, তথাপি এয়া লোৱা।"

"ইয়াতেই তো অভিযানটো ৰখাই দিব পাৰিলেহেতেন; নহলে তো আৰু চাৰি মাইল অনাহাৰেই দৌৰিব লাগিব।"

"সেই জাৰ্মানবিলাকে যেতিয়া আমাক গাড়ীত তুলি লৈ গৈছিল তেতিয়া কি মজা হৈছিল! আৰামেৰে বহি বহি গৈ থাকা।"

"বুজিছা বন্ধু, ইয়াৰ মানুহবিলাক একেবাৰেই ভিখাৰী। তাৰ মানুহবিলাক আছিল পোল—সকলো ৰাচিয়াৰ ৰজাৰ অধীন—কিন্তু ইয়াৰ আটাইবিলাক মানুহেই নিভাজ জাৰ্মান।"

কেপ্টেনৰ হুকুম শুনিবলৈ পোৱা গ'ল: "গায়কবিলাক আগবাঢ়ি আহা!"

লগে লগে বিভিন্ন দলৰপৰা প্ৰায় বিছজন আগবাঢ়ি আহি

সমুখত থিয় হ'ল। সিহঁতৰ নেতা এজন ড্ৰাম-বাদক —গায়ক-বিলাকৰ ফালে মুখ ঘূৰাই হাত জোকাৰি জোকাৰি সি এটা দীঘলীয়া সৈনিক-সঙ্গীত গাবলৈ আৰম্ভ কৰি দিলে। গান-টোৰ প্ৰথমৰ ক'লি: "ৰাতি পুৱাল, বেলি ওলাল" আৰু শেষৰ ক'লি: "ব'লা ভাইহঁত গৌৰৱৰ বাটত; ফাদাৰ কামেনস্কি আছে সমুখত।" গানটো ৰচনা কৰা হৈছিল তুৰ্কী অভিযানৰ সময়ত; এতিয়া গাবলৈ লোৱা হৈছে অষ্ট্ৰীয়াত, পৰিবৰ্তনৰ ভিতৰত মাথোন "ফাদাৰ কামেনস্কি"ৰ ঠাইত কৰা হৈছে "ফাদাৰ কুতুজভ"।

ড্ৰাম-বাদকজনে প্ৰবলভাৱে ওপৰৰ ফালে হাত জোকাৰি জোকাৰি গানৰ শেষৰ ক'লিকেইটা চিঞৰি দীঘলীয়া সুৰ টানি গাই উঠি চাৰিওফালে মুখ ঘূৰাই চালে। যেতিয়া দেখিলে যে আটাইকেইজন গায়কেই একেথিৰে তাৰ ফালেই চাই আছে তেতিয়া সি আকৌ নতুন গান আৰম্ভ কৰি দিলে:

"কুঞ্জবন, মোৰ কুঞ্জবন..।"

"মোৰ নতুন কুঞ্জবন..!" আৰু বিছজনে তাৰ লগত সুৰ মিলালে। সৈন্যবিলাকে দুই হাত ওপৰলৈ দাঙি তালে তালে খোজ পেলাই আগুৱাই যাবলৈ ধৰিলে। সৈন্যবিলাকৰ পাছ-ফালে চকাৰ শব্দ, স্প্ৰিঙৰ কেঁচ-কুঁচ আৰু ঘোঁৰাৰ খুৰাৰ শব্দ অবিৰামভাৱে শুনা যাবলৈ ধৰিলে। কুতুজভ আৰু তেওঁৰ সৈন্য বাহিনী চহৰৰ বাট ধৰি খোজ ললে। প্ৰধান সেনাপতিয়ে ইঙ্গিতেৰে জনালে, সৈন্যবিলাকে আৰামেৰে মাৰ্চ কৰি গৈ থাকক। গান শুনি আৰু সৈন্যবিলাকৰ নাচৰ লগে লগে মাৰ্চ দেখি তেওঁলোক সকলোৱে সন্তোষ প্ৰকাশ কৰিলে। সোঁফালৰ দ্বিতীয় শাৰীত এজন নীলা চকুৰ সৈন্যাই সহজেই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিলে। সি হ'ল দলখভ। গানৰ তালে তালে সুষম ভঙ্গিৰে সি বীৰৰ দৰে খোজ পেলাই আগবাঢ়ি গৈ আছে; আৰু যিবিলাকে সৈন্যবিলাকৰ লগত খোজকাঢ়ি নগৈ গাড়ীত উঠি গৈ আছে সিহঁত সকলোকে সি পুতৌৰ চাৱনিৰে চাব ধৰিছে। কুতুজভৰ বাহিনীৰ যি কৰ্নেট-বাদক হুজাৰজনে ৰেজিমেণ্ট কমাণ্ডাৰক অনুকৰণ কৰিছিল সি ঘোঁৰত উঠি পিছুৱাই আহি দলখভৰ ওচৰত উপস্থিত হ'ল।

হুজাৰ কৰ্ণেটবাদক জেৰ্ কভ এসময়ত পিটাৰ্চবুৰ্গত দলখভৰ উদণ্ড দলত আছিল। ইয়াৰ আগতো বিদেশত দলখভৰ লগত তাৰ দেখা হৈছিল, কিন্তু তেতিয়া তাক চিনিব পৰাটো সি সমীচীন বুলি ভবা নাছিল। কিন্তু যিহেতু এতিয়া স্বয়ং কুতুজভে সৈনিক দলখভৰ লগত কথা কোৱা দেখিলে, তেতিয়া সিও পুৰণি বন্ধুৰ দৰে তাক উপযাচি কথা কলে:

"হেৰা বন্ধু, কেনে আছা?" ঘোঁৰাটোক লাহে লাহে খোজ কঢ়াই সি কলে।

দলখভে স্বাভাৱিক সুৰত উত্তৰ দিলে, "কেনে আছো? তুমি যেনেকুৱা দেখিছা।"

"অফিচাৰবিলাকৰ লগত কেনেকুৱা চলাইছা?" জেৰ্ কভে সুধিলে।

"ভালেই। তেওঁলোক আটাইবিলাকেই ভাল মানুহ। কিন্তু তুমি তেওঁলোকৰ মাজত কেনেকৈ সোমাই পৰিলা?"

"তেওঁলোকে মোক ভৰ্তি কৰি ললে। এতিয়া মই কৰ্তব্যৰত।"

তাৰপিছত দুয়ো মনে মনে থাকিল।

"সোঁ-হাতৰ মুঠিৰপৰা তাই উৰুৱাই দিলে শেন চৰাইটোক,"- এই গানৰ সুৰে সৈন্যবিলাকৰ মনত স্বাভাৱিকভাৱেই জগাই তুলিছে সাহস আৰু উল্লাস। এই গানটো নথকাহলে সিহঁতৰ আলোচনা হয়তো বেলেগ ধৰণৰ হ'লহেতেন।

"এইকথা সঁচা নেকি যে অষ্ট্ৰীয়বিলাক পৰাজিত হৈছে?" দলখভে সুধিলে।

"সেইটো একমাত্ৰ চয়তানে হে জানে। সিহঁতে তো পৰাজিত হোৱা বুলিয়েই কৈছে।"

গানৰ লগত তাল ৰাখি দলখভে কলে, "মই সুখী হৈছো।"

জেৰ্ কভে কলে, "দলখভ, যি কোনো দিন সন্ধ্যা সময়ত গুচি আহিবা, 'ফাৰো' খেলিব পৰা যাব।"

"তাৰ মানে, তোমাৰ বহুত টকা হৈছে নেকি?"

"আহিবাচোন।"

"মই যাব নোৱাৰিম। প্ৰতিজ্ঞা কৰিছো। যেতিয়ালৈকে

পুনৰ্বাহাল নহয়, তেতিয়ালৈকে মদ নাখাওঁ, একো নেখেলো ।"

আকৌ দুয়ো নীৰৱ ।

"কিবা দৰকাৰ হলে আহিবা । অফিচাৰবিলাকক বহুত সময়তেই কামত লাগে ।" জেৰ্‌কভে কলে ।

দলখভে হাঁহিলে । "কোনো চিন্তা নকৰিবা । মোৰ কিবা দৰকাৰ হলে মই ভিক্ষা নুখুজিম—জোৰ কৰি আদায় কৰিম ।"

"হয়, বেয়া নাপাবা, মই মাত্ৰ······"

"আৰু মযো মাত্ৰ·· "

"বিদায় ।"

"তোমাৰ সুস্বাস্থ্য···"

"দূৰ—আৰু দূৰ বাট,
হে মোৰ স্বদেশ···"

জেৰ্‌কভে তাৰ ঘোঁৰাটোৰ পেটত ভৰিৰে খোচা মাৰিলে, জোৰ কদমত ঘোঁৰা দৌৰ মাৰি সৈন্যদল পাৰ হৈ গৈ গাড়ীৰ ওচৰ পালে ।

## [ তিনি ]

সৈন্য পৰিদৰ্শনৰ পিছত উভতি আহি কুতুজভে অষ্ট্ৰীয় সেনাপতিক তেওঁৰ নিজৰ কোঠালীলৈ লৈ গ'ল । তাৰপিছত এড্‌জুটাণ্টক মতাই আনি সৈন্যবিলাক আহি পোৱাৰ পিছত, সিহঁতৰ অৱস্থা সম্পৰ্কীয় কাগজ-পত্ৰ আৰু অগ্ৰবৰ্তী বাহিনীৰ ভাৰপ্ৰাপ্ত পৰিচালক আৰ্চডিউক ফাৰ্দিনাণ্ডৰপৰা অহা চিঠি-পত্ৰবোৰ আনিবলৈ কলে । সেই আটাইবোৰ চিঠি-কাগজপত্ৰ লৈ প্ৰিন্স আনদ্ৰু বলকন্‌স্কি প্ৰধান সেনাপতিৰ কোঠালীত আহি সোমাল । কুতুজভ আৰু হফ্‌ক্ৰিগ্‌চ্‌ৰাথৰ অষ্ট্ৰীয় সদস্যগৰাকী এখন টেবুলৰ দুইকাষে বহিছিল । টেবুলৰ ওপৰত মেলি ৰখা আছিল এখন পৰিকল্পনাৰ নক্সা ।

বলকন্‌স্কিৰ ফালে চাই কুতুজভে কলে, "হুঁ ।" এই এটা শব্দৰ দ্বাৰাই এড্‌জুটাণ্টক অপেক্ষা কৰিবলৈ কৈ তেওঁ ফৰাচী ভাষাৰে অষ্ট্ৰীয় সদস্যগৰাকীক কবলৈ ধৰিলে ।

অদ্ভুত উচ্চাৰণেৰে শুদ্ধ ফৰাচীত তেওঁ কলে, "মই মাত্ৰ ইমানেই কব পাৰো সেনাপতি, বিষয়টো যদি মোৰ ব্যক্তিগত ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিলেহেঁতেন তেনেহলে হিচ্ মেজেষ্টি সম্ৰাট ফ্ৰান্সিসৰ মনোবাঞ্ছা বহুত আগতেই পূৰণ হ'লহেঁতেন। বহুত আগতেই মই আৰ্চডিউকৰ লগত যোগ দিলোহেঁতেন। মোৰ কথা বিশ্বাস কৰক, সেনাবাহিনীৰ সৰ্বোচ্চ পৰিচালনাৰ ভাৰ কোনো দক্ষ আৰু অধিক কৌশলী সেনাপতিৰ—তেনেকুৱা সেনাপতি অষ্ট্ৰিয়াত বহুত আছে—হাতত তুলি দি এই গুৰুদায়িত্বৰপৰা অব্যাহতি পালে ব্যক্তিগতভাৱে মই অত্যন্ত সুখী হলোহেঁতেন। কিন্তু পাৰিপাৰ্শ্বিক অৱস্থা বহুত সময়তেই আমাতকৈ অধিক শক্তিশালী হৈ উঠে, সেনাপতি।"

কুতুজভে এনেভাৱে হাঁহিলে যেন কব খুজিলে, 'মোৰ কথা বিশ্বাস নকৰিবৰ অধিকাৰ তোমাৰ নিশ্চয় আছে, আৰু তুমি বিশ্বাস কৰা বা নকৰা তাৰপৰা মোৰ কোনো লাভ-ক্ষতি নাই। কিন্তু আচল কথা হ'ল, সেই কথা কবলৈ কোনো কাৰণ তুমি পোৱা নাই।'

অষ্ট্ৰীয় সেনাপতিক দেখি তেওঁ অসন্তুষ্ট হোৱা যেন লাগিল, কিন্তু সেই একে সুৰতে উত্তৰ দিয়াৰ বাহিৰে তেওঁৰ আন উপায় নাছিল।

এনেকুৱা উত্তেজনা আৰু প্ৰতিবাদৰ সুৰত তেওঁ কথা কলে যিটো তেওঁৰ স্তুতিবাচক কথাবোৰৰ লগত একেবাৰেই খাপ নাখায়। তেওঁ কলে, "বৰঞ্চ এই যুদ্ধত সন্মিলিত উদ্যোগত ইওৰ এক্সেলেন্সিৰ যোগদানক হিজ মেজেষ্টিয়ে যথেষ্ট মূল্য দিছে। কিন্তু আমি ভাবো, বৰ্তমানৰ এই পলমৰ ফলত ৰুচ বাহিনী আৰু তেওঁলোকৰ সেনাপতি সেই জয়ৰ মালাৰপৰা বঞ্চিত হৈছে, যুদ্ধত যি জয়ৰ মালা লাভ কৰাতেই তেওঁলোক চিৰকালেই অভ্যস্ত।"

কুতুজভে সেই একেদৰেই হাঁহি তলমূৰ কৰিলে। তাৰপিছত কলে, "কিন্তু এটা কথাত মোৰ দৃঢ় বিশ্বাস হৈছে ; হিজ হাইনেচ আৰ্চডিউক ফাৰ্দিনাণ্ডে সৰ্বশেষ যি চিঠিখন লিখি মোক সন্মানিত কৰিছে সেই চিঠিৰ কথাক বিচাৰ কৰি মই আশা কৰো যে, সেনাপতি মেকৰ দৰে এগৰাকী বিচক্ষণ নেতাৰ পৰিচালনাত অষ্ট্ৰীয় বাহিনী ইতিমধ্যেই জয়লাভৰ অধিকাৰী হৈছে,

এতিয়া আমাৰ সাহায্যৰ কোনো প্ৰয়োজনেই আৰু তেওঁলোকৰ নাই।"

সেনাপতিৰ ভ্ৰূযোৰ কোঁচ খাই আহিল। যদিও অষ্ট্ৰীয় পৰাজয়ৰ কোনো নিৰ্দিষ্ট খবৰ এতিয়াও অহা নাই, তথাপি চাৰিওফালে যিবোৰ প্ৰতিকূল উৰাবাতৰি বিয়পি পৰিছে তাৰ সমৰ্থকসূচক কিছুমান ঘটনাৰ কথা জানিব পৰা গৈছে। গতিকে অষ্ট্ৰীয়াৰ জয়লাভৰ যি আশা কুতুজভে প্ৰকাশ কৰিলে সি হ'ল প্ৰকাৰান্তৰে কৰা বিদ্ৰূপ। কিন্তু কুতুজভে সেই একেভাৰেই খোলা-খুলি হাঁহিবলৈ ধৰিলে; যেন তেওঁ কব খোজে, এই কথা ভবাৰ অধিকাৰ তেওঁৰ আছে। আচলতে, মেকৰ বাহিনীৰ-পৰা সৰ্বশেষ যি চিঠিখন তেওঁ পাইছে তাত এটা জয়লাভৰ কথা জনোৱা হৈছে। লগতে জনোৱা হৈছে যে, ৰণ-কৌশলৰ ফালৰপৰা সেই বাহিনীৰ অৱস্থান যথেষ্ট অনুকূল।

প্ৰিন্স আনদ্ৰুৰ ফালে চাই কুতুজভে কলে, 'সেই চিঠিখন দিয়া।"

আনদ্ৰুৱে চিঠিখন তেওঁৰ হাতত দিলে। "দয়া কৰি এই-ফালে অলপ চকু দিয়ক"—মুখত বিদ্ৰূপৰ হাঁহি বিৰিঙাই কুতুজভে আৰ্চডিউক ফাৰ্দিনাণ্ডৰ জাৰ্মান ভাষাত লিখা চিঠিৰ তলৰ অংশ পঢ়িবলৈ ধৰিলে। "শত্ৰুপক্ষ যদি লেচ্ অতিক্ৰম কৰি আহে তেনেহলে সিহঁতক আক্ৰমণ কৰি পৰাস্ত কৰিবৰ বাবে প্ৰায় সত্তৰ হাজাৰ সৈন্যৰ এটা বাহিনী আমি সমাবেশ কৰিছো। তাৰ উপৰি, যিহেতু উল্‌ম আমাৰ দখলত, সেই কাৰণে ডানিয়ুব নদীৰ দুয়োটা পাৰৰ ওপৰত নিয়ন্ত্ৰণ ৰখাৰ সুবিধা আমি নিশ্চয় পাম। ফলত শত্ৰুপক্ষই যদি লেচ্ অতি-ক্ৰম নকৰেও তথাপি আমি ডানিয়ুব পাৰ হৈ সিহঁতৰ সৰবৰাহ ব্যৱস্থাৰ ওপৰত জঁপিয়াই পৰিব পাৰিম, আৰু শত্ৰুপক্ষই যদি সৰ্বশক্তি লৈ আমাৰ বিশ্বস্ত মিত্ৰপক্ষক আক্ৰমণ কৰিবলৈ চেষ্টা কৰে তেতিয়া হলেও সিহঁতৰ সেই বাসনাক চুৰমাৰ কৰি দিব পাৰিম। গতিকে ৰুচ সাম্ৰাজ্য বাহিনী যেতিয়ালৈকে সম্পূৰ্ণ সুসজ্জিত হৈ নুঠে তেতিয়ালৈকে আমি গভীৰ আত্ম-প্ৰত্যয়ৰ বাবে অপেক্ষা কৰিম, আৰু সেই মুহূৰ্তটো উপস্থিত হলেই আমি উভয়ে একেলগ হৈ শত্ৰুপক্ষৰ ভাগ্য-নিৰ্ধাৰণৰ উপযুক্ত ব্যৱস্থা কৰিম।"

অনুচ্ছেদটো পঢ়ি শেষ কৰি এটা গভীৰ হুমুনিয়হ পেলাই কুতুজভে হফ্‌ক্ৰিগ্‌চ্‌ৰাথৰ সদস্যগৰাকীৰ মুখলৈ চালে।

অষ্ট্ৰীয় সেনাপতিজনে এইবোৰ ঠাট্টা-বিদ্ৰূপক কোনো মূল্য নিদিলে। তেওঁ প্ৰকৃত কামৰ কথা আলোচনা কৰাৰ উদ্দেশ্যে কলে, "কিন্তু ইয়োৰ এক্সেলেন্সি, এই প্ৰবাদ বচনটো আপুনি নিশ্চয় জানে, 'সদায় বেয়া অৱস্থাৰ বাবে সাজু থকা ভাল'। এইবুলি কৈয়ে তেওঁ এড্‌-ডি-কঙৰ মুখলৈ চালে।

কুতুজভে তেওঁক বাধা দি কলে, "ক্ষমা কৰিব সেনাপতি।" তাৰপিছত তেওঁ প্ৰিন্স আনদ্ৰুৰ ফালে চাই কলে, "হেৰা, কচ্‌লভ্‌স্কিৰপৰা আমাৰ স্কাউটবিলাকৰ সকলো ৰিপোৰ্ট লৈ আহা। এই দুখন কাউণ্ট নস্তিজৰ চিঠি, এইখন হিজ হাই-নেচ আৰ্চডিউক ফাৰ্দিনাণ্ডৰ চিঠি, আৰু এইবোৰো নিয়া। এই আটাইবিলাক পঢ়ি অষ্ট্ৰীয় বাহিনীৰ গতিবিধিৰ যিবিলাক খবৰ আমি পাইছো সেই সকলো উল্লেখ কৰি ফৰাচী ভাষাত এখন পৰিষ্কাৰ স্মাৰক-লিপি তৈয়াৰ কৰা, আৰু সেইখন হিজ এক্সেলেন্সিৰ হাতত দি দিয়া।"

প্ৰিন্স আনদ্ৰুৱে মূৰ দুপিয়ালে, কুতুজভে যি কলে সেইকথা তেওঁ ভালদৰেই বুজিছে; আনকি কুতুজভে তেওঁক আৰু যি যি কব পাৰিলেহেঁতেন সেই সকলো কথাই তেওঁ বুজিব পাৰিছে। কাগজ-পত্ৰবোৰ সামৰি লৈ দুয়োজনকে অভিবাদন জনাই তেওঁ প্ৰতীক্ষালয়লৈ ওচি গ'ল।

প্ৰিন্স আনদ্ৰু ৰাচিয়া এৰি অহা বৰ বেছি দিন হোৱা নাই, কিন্তু ইয়াৰ ভিতৰতে তেওঁ বহুত সলনি হৈ গৈছে। মুখৰ ভাব-ভঙ্গি আৰু খোজ-কাটলত আগৰ সেই এলাহ আৰু উদা-সীনতাৰ লেশমাত্ৰও নাই। তেওঁৰ সম্বন্ধে আনে কি ভাবিছে সেই বিষয়ে চিন্তা কৰাৰ সময় এতিয়া তেওঁৰ নাই, এতিয়া তেওঁ সকলো সময়তে কাম লৈয়ে ব্যস্ত। নিজক লৈ আৰু তেওঁৰ চাৰিওফালৰ মানুহবিলাকক লৈ যে তেওঁ সন্তুষ্ট তাৰ আভাস তেওঁৰ চকুৱে-মুখে স্পষ্ট। তেওঁৰ মুখৰ হাঁহি আৰু চকুৰ চাৱনি আগতকৈ বহুত বেছি উজ্জ্বল আৰু আকৰ্ষণীয়।

পোলেণ্ডত আহি তেওঁ কুতুজভৰ লগত যোগ দিছে। কুতুজভে তেওঁক সাদৰেৰে গ্ৰহণ কৰিছে, কথা দিছে তেওঁক পাহৰি নাযাব; আন এড্জুটাণ্টবিলাকৰ তুলনাত তেওঁক ওপৰত তুলিছে, লগত লৈ ভিয়েনালৈ আনিছে, আৰু বহুত গুৰুত্বপূৰ্ণ কামৰ ভাৰ দিছে। ভিয়েনাৰপৰা কুতুজভে তেওঁৰ পুৰণি বন্ধু প্ৰিন্স আনদ্ৰুৰ দেউতাকলৈ চিঠি দিছে।

"তোমাৰ ল'ৰা যে এজন বিশিষ্ট অফিচাৰ হব পাৰিব সেইটো মই বুজিব পাৰিছো তাৰ শ্ৰমশীলতা, দৃঢ়তা আৰু কৰ্ম-প্ৰবৃত্তি দেখিয়েই। মই এনেকুৱা এজন সহকৰ্মী পাই নিজকে ভাগ্যবান বুলি ভাবিছো।"

পিটাৰ্চবুৰ্গৰ সমাজত যেনেকুৱা আছিল, ইয়াতো তেনেকৈ প্ৰিন্স আনদ্ৰুক লৈ কুতুজভৰ কৰ্মচাৰীবিলাকৰ মাজত, তেওঁৰ সহকৰ্মী অফিচাৰ আৰু সৈন্যবিলাকৰ মাজত দুটা সম্পূৰ্ণ বেলেগ মত গঢ়ি উঠিছে। এদলে—সিহঁত সংখ্যাত তাকৰ—তেওঁক সিহঁততকৈ বেলেগ বুলি ভাবে, আৰু তেওঁৰপৰা বহুত ডাঙৰ কিবা আশা কৰে, তেওঁৰ কথা মন দি শুনে, তেওঁক প্ৰশংসা কৰে, অনুকৰণ কৰে; সিহঁতৰ লগত প্ৰিন্স আনদ্ৰুৱে স্বাভাৱিকভাৱে আৰু আনন্দ মনেৰেই দিন কটায়। আনটো দলে—সিহঁত সংখ্যাত বেছি—আনদ্ৰুক ভাল চকুৰে নাচায়, তেওঁক অহংকাৰী, উদাসীন আৰু অপ্ৰীতিকৰ বুলি ভাবে। কিন্তু সিহঁতৰ লগত কেনেকুৱা ব্যৱহাৰ কৰিব লাগে প্ৰিন্স আনদ্ৰুৱে জানে; সেয়ে সিহঁতেও তেওঁক শ্ৰদ্ধা কৰে, আনকি ভয়ো কৰে।

কাগজ-পত্ৰ লৈ প্ৰতীক্ষালয়ত গৈ সোমাওঁতেই বন্ধু কজলভ্স্কিৰ লগত প্ৰিন্স আনদ্ৰুৰ দেখা হৈ গ'ল। কজলভ্স্কি এজন কৰ্তব্যৰত এড্-ডি-কং। তেওঁ খিৰিকী-মুখত বহি এখন কিতাপ পঢ়ি আছিল।

প্ৰিন্স আনদ্ৰুক দেখি তেওঁ ক'লে, "কি খবৰ প্ৰিন্স?"

"আমি কেলেই আগবাঢ়ি নোযোৱাকৈ আছো তাৰ কাৰণ ব্যাখ্যা কৰি এখন স্মাৰক-লিপি লিখি উলিওৱাৰ হুকুম পাইছো।"

"কিহৰ কাৰণে?"

প্ৰিন্স আনদ্ৰুৱে কান্ধ জোকাৰিলে।

"মেকৰপৰা কিবা খবৰ আহিছে নেকি ?"

"নাই।"

"তেওঁৰ পৰাজয়ৰ খবৰ সঁচা হলে নিশ্চয় খবৰ আহিলহেতেন।"

বাহিৰলৈ যোৱা দুৱাৰখনৰ ফালে খোজ আগবঢ়াই প্ৰিন্স আনদ্ৰুৱে কলে, "হয়তো আহিলহেতেন।"

ঠিক সেই মুহূৰ্ত্ততেই এজন ওখ-পাখ গ্ৰেটকোট পিন্ধা অষ্ট্ৰীয় সেনাপতি সশব্দে দুৱাৰখন ঠেলি বেগেৰে ভিতৰলৈ সোমাই আহিল। তেওঁৰ ডিঙিত লগোৱা আছে 'মাৰিয়া থেৰেচা' সামৰিক চিন, মূৰত এটা ক'লা বেণ্ডেজ বন্ধা। দেখি বুজিব পৰা গ'ল তেওঁ এই মাত্ৰ আহি পাইছে। প্ৰিন্স আনদ্ৰু থমকি থিয় হ'ল।

"প্ৰধান সেনাপতি কুতুজভ ?" দুয়োজনৰে মুখৰ ফালে চাই সেনাপতিজনে শুদ্ধ জাৰ্মান উচ্চাৰণেৰে প্ৰশ্ন কৰি ভিতৰৰ দুৱাৰখনৰ ফালে খোজ আগবঢ়ালে।

কজলভ্‌স্কিয়ে দৌৰি গৈ অচিনাকি সেনাপতিজনক আগভেঁটা দি কলে, "প্ৰধান সেনাপতি ব্যস্ত আছে।"

ইহঁতে তেওঁক চিনিব পৰা নাই দেখি অচিনাকি সেনাপতিজনে অৱজ্ঞাৰে চাবনিৰে কজলভ্‌স্কিৰ মুখলৈ চালে।

কজলভ্‌স্কিয়ে শান্ত সুৰত আকৌ কলে, "প্ৰধান সেনাপতি এতিয়া ব্যস্ত আছে।"

বিৰক্তিত সেনাপতিৰ মুখখন বিকৃত হৈ উঠিল, তেওঁৰ ওঁঠ দুটা কঁপিবলৈ ধৰিলে। এখন নোটবহী উলিয়াই লৈ লৰালৰিকৈ পেঞ্চিলেৰে তাত কিবা লিখি পাততো টান মাৰি ফালি কজলভ্‌স্কিক দিলে। তাৰপিছত উত্তেজিতভাৱে খিৰিকীৰ ওচৰলৈ গৈ এখন চোফাত বহি পৰিল। খন্তেক পিছতে ঘৰৰ ভিতৰৰ দুৱাৰখন মেলি কুতুজভ দুৱাৰমুখত থিয় হ'ল। মূৰত বেণ্ডেজ বন্ধা সেনাপতিজন চোফাৰপৰা উঠি কুতুজভৰ ফালে আগবাঢ়ি গ'ল। বিকৃত সুৰত তেওঁ নিজৰ নামটো কলে।

কুতুজভৰ মুখখন কেইমুহূৰ্ত্তৰ বাবে সম্পূৰ্ণ নিৰ্বিকাৰ হৈ ৰ'ল। পিছ মুহূৰ্ত্ততেই আকৌ স্বাভাৱিক অৱস্থা ঘূৰি আহিল।

শ্ৰদ্ধাৰে তেওঁ মূৰ দোৱালে, নীৰৱে তেওঁ মেকক লগত লৈ কোঠালীত সোমাই দুৱাৰ বন্ধ কৰি দিলে।

অষ্ট্ৰীয়া পৰাজিত হৈছে আৰু গোটেই বাহিনীটো উলমত আত্মসমৰ্পণ কৰিছে এই মৰ্মে যি সংবাদ ৰটি গৈছিল সেইটো সত্য। আধা-ঘণ্টাৰ ভিতৰতে এড্‌জুটেণ্টসকলক এই নিৰ্দেশ দি চাৰিওফালে পঠিয়াই দিয়া হ'ল যে, যিবিলাক ৰুচ সৈন্য ইমান দিন অকৰ্মণ্য হৈ বহি আছিল এইবাৰ সিহঁতেও শত্ৰুৰ সন্মুখীন হব লাগিব।

প্ৰিন্স আনদ্ৰু সেই বিৰল অফিচাৰসকলৰ এজন যিসকলৰ প্ৰধান আগ্ৰহ যুদ্ধৰ অগ্ৰগতিৰ প্ৰতি। মেকক দেখি আৰু তেওঁৰ দুৰ্গতিৰ কথা শুনি আনদ্ৰুৱে বুজিব পাৰিলে যে অভিযানৰ আধাভাগ হাতৰ বাহিৰ হৈ গৈছে। ৰুচ বাহিনীৰ সমুখত দেখা দিয়া অসুবিধাবোৰৰ কথাও তেওঁ বুজিব পাৰিলে। আৰু ভবিষ্যতে তেওঁলোকৰ ভাগ্যত কি আছে আৰু সেই অৱস্থাত তেওঁৰ কৰ্তব্য কি হব তাকো তেওঁ কল্পনা কৰি ললে। উদ্ধত অষ্ট্ৰীয়াৰ এই পৰাজয়ৰ চিন্তাত, আৰু এসপ্তাহমানৰ ভিতৰতে তেওঁ হয়তো ফৰাচীবিলাকৰ বিৰুদ্ধে ৰাচিয়াৰ প্ৰথম যুদ্ধখন দেখিবলৈ পাব আৰু তেওঁ নিজে তাত অংশও গ্ৰহণ কৰিব পাৰিব এই কল্পনা কৰি তেওঁ নিজৰ অজানিতেই এক আনন্দপূৰ্ণ উত্তেজনা অনুভৱ কৰিলে। তেওঁৰ আশংকা হ'ল, বোনাপাৰ্টৰ প্ৰতিভাই হয়তো ৰুচ বাহিনীৰ সকলো সাহস নিৰ্মূল কৰি পেলাব। আনহাতে কিন্তু তেওঁৰ নায়কৰ পৰাজয়ক তেওঁ মনে মনে মানি লব নোৱাৰিলে।

এইবোৰ নানা চিন্তাত উত্তেজিত আৰু বিৰক্ত হৈ প্ৰিন্স আনদ্ৰুৱে দেউতাকক চিঠি লিখিবৰ বাবে নিজৰ কোঠালীলৈ গুচি গ'ল। প্ৰত্যেক দিনে তেওঁ দেউতাকলৈ চিঠি লিখে। বাৰাণ্ডাত নেচ্‌ভিৎস্কিৰ লগত দেখা হৈ গ'ল। দুয়ো একেটা কোঠালীতে থাকে। বহৰা জেৰ্‌কভও তাত আছিল।

প্ৰিন্স আনদ্ৰুৰ বিষণ্ণ মুখ আৰু চলচলীয়া চকু দেখি নেচ্‌ভিৎস্কিয়ে সুধিলে, "তোমাৰ আজি মন বেজাৰ কেলেই?"

"আনন্দিত হোৱাৰ তো কাৰণ নাই," বল্‌কনস্কিয়ে উত্তৰ দিলে।

ঠিক সেই সময়তেই বাৰাণ্ডাৰ সিমূৰৰপৰা বেগেৰে আগবাঢ়ি আহিল অষ্ট্ৰীয় সেনাপতি স্‌ট্ৰচ আৰু আগদিনাখন সন্ধ্যা সময়ত অহা হফ্‌ক্ৰিগ্‌চ্‌ৰাথৰ সদস্যজন। স্‌ট্ৰচ কুতুজভৰ অধীনস্থ কৰ্মচাৰী, ৰুচ বাহিনীৰ খাদ্য ব্যৱস্থাৰ ভাৰপ্ৰাপ্ত বিষয়া। তাত থিয় হৈ কথা পাতি থকা অফিচাৰ তিনিজনৰ কাষেৰে সেনাপতি দুজন পাৰি হৈ যাব পৰা যথেষ্ট ঠাই বাৰাণ্ডাখনত আছিল, কিন্তু নেচ্‌ভিৎস্কিক ঠেলি আঁতৰাই দি জেৰ্‌কভে ব্যস্তভাৱে কলে, "তেওঁলোক এইফালে আহি আছে! আঁতৰি থিয় হোৱা, বাট এৰি দিয়া, দয়া কৰি বাট এৰি দিয়া!"

সেনাপতি দুজন পোনে পোনে গৈ আছিল; তেওঁলোকৰ প্ৰতি ইমান বেছি মনোযোগ তেওঁলোকৰ ভাল লগা নাছিল। কিন্তু জেৰ্‌কভে নিজৰ বহুৱালি স্বভাৱ সংযত কৰি ৰাখিব নোৱাৰিলে। এখোজ আগবাঢ়ি গৈ অষ্ট্ৰীয় সেনাপতি দুজনক লক্ষ্য কৰি তেওঁ কলে, "ইয়োৰ এক্সেলেন্সি, আপোনাক অভিবাদন জনাওঁ।"

হফ্‌ক্ৰিগ্‌চ্‌ৰথৰ সদস্যগৰাকীয়ে ৰুক্ষ চাৱনিৰে জেৰ্‌কভৰ ফালে চালে।

"আপোনাক অভিনন্দন জনাওঁ।" জেৰ্‌কভে দুষ্টামিৰ হাঁহি মুখত বিৰিঙাই আকৌ কলে, "সেনাপতি মেক আহি গৈছে, ভালেই আছে, মাত্ৰ মূৰত অলপ আঘাত লাগিছে" নিজৰ মূৰটো হাতেৰে দেখুৱাই অলপ হাঁহিলে।

সেনাপতিয়ে ভ্ৰূ কোঁচাই মুখ ঘূৰাই গুচি গ'ল।

নেচ্‌ভিৎস্কিয়ে হাঁহি প্ৰিন্স আন্‌দ্ৰুৰ দুই বাহুত ধৰিলে, কিন্তু বল্‌কন্‌স্কিয়ে মুখখন আৰু বেছি ক'লা কৰি আৰু খঙেৰে তেওঁক আঁতৰাই দি জেৰ্‌কভৰ ফালে মুখ ঘূৰালে। মেকৰ আগমন, তেওঁৰ পৰাজয়ৰ খবৰ, আৰু ৰুচ বাহিনীৰ ভৱিষ্যতৰ কথা চিন্তা কৰি তেওঁৰ মনত যি বিৰক্তিৰ ভাবেৰে জমা হৈছিল, জেৰ্‌কভৰ বিদ্ৰূপাত্মক ব্যৱহাৰত সেই বিৰক্তি ক্ৰোধত ৰূপান্তৰিত হৈ প্ৰকাশ পালে।

মুখখন বিকৃত কৰি কঠোৰ সুৰত তেওঁ জেৰ্‌কভক কৈ উঠিল, "তুমি যদি নিজক এটা বহুৱা কৰি তুলিব খোজা তেনেহলে মই তোমাক বাধা দি ৰাখিব নোৱাৰিম, কিন্তু মই

তোমাক সাৱধান কৰি দিওঁ, মোৰ সমুখত যদি বহুৱালি কৰাৰ দুঃসাহস দেখুৱা তেন্তে তোমাক মই ভদ্ৰ ব্যৱহাৰ শিকাই দিম।"

বল্‌কন্‌স্কিৰ এই বিৰাট খং দেখি নেচ্‌ভিৎস্কি আৰু জেৰ্‌কভ ইমান আচৰিত হ'ল যে তেওঁলোকে নীৰৱে আন্‌দ্ৰুৰ মুখৰ ফালে চাই ৰ'ল।

"কি হ'ল? মই তো তেওঁলোকক মাত্ৰ অভিনন্দন হে জনাইছিলো!" জেৰ্‌কভে লাহেকৈ কলে।

"মনে মনে থাকা। মই তোমাৰ লগত ধেমালি কৰা নাই।" বল্‌কন্‌স্কিয়ে চিঞৰি কৈ উঠিল। তাৰপিছত তেওঁ নেচ্‌ভিৎস্কিৰ হাতত ধৰি গুচি গ'ল। জেৰ্‌কভে কি কব একো ভাবি নাপালে।

গৈ থাকোঁতে নেচ্‌ভিৎস্কিয়ে বল্‌কন্‌স্কিক কলে, "হঠাৎ তোমাৰ কি হ'ল?"

"কি হ'ল?" প্ৰিন্স আন্‌দ্ৰু বল্‌কন্‌স্কিয়ে থিয় হৈ উত্তেজিতভাৱে কবলৈ ধৰিলেঃ "তুমি ইয়াকো বুজিব পৰা নাই নেকি যে, হয় আমি আমাৰ জাৰৰ আৰু আমাৰ দেশৰ সেৱাত নিযুক্ত অফিচাৰবিলাকে, যিটো আমাৰ সকলোৰে লক্ষ্য তাৰ সাফল্যত আমি আনন্দ কৰিম, দুৰ্ভাগ্যত দুখ পাম; সেয়ে নহলে আমি তো সামান্য খানচামা মাত্ৰ, গৰাকীৰ সুখ-দুখৰ লগত যাৰ কোনো সম্বন্ধ নাই। চল্লিছ হাজাৰ সৈন্য নিহত হ'ল, আমাৰ মিত্ৰশক্তি ধ্বংস হৈ গ'ল, আৰু তাকে লৈ তোমালোকে ঠাট্টা-মস্কৰা কৰিছা!" যেন নিজৰ বক্তব্যৰ গুৰুত্ব বুজাবৰ বাবেই তেওঁ কথাবোৰ ফৰাচী ভাষাত কলে। "সৌ যে অকৰ্মণ্য বহুৱাটোৰ লগত তুমি বন্ধুত্ব পাতিছা এই কাম তাক সুৱায়, কিন্তু তোমাক নুসুৱায়। ইমান গুৰুত্বপূৰ্ণ বিষয় এটাক লৈ ৰগৰ কৰাটো একমাত্ৰ অপদাৰ্থ আৰু অকৰ্মণ্যবিলাককহে সুৱায়।"

সেই পতাকাবাহক জেৰ্‌কভটোৱে তেওঁৰ কথাৰ কিবা উত্তৰ দিয়ে নেকি শুনিবৰ বাবে প্ৰিন্স আন্‌দ্ৰু কেইমুহূৰ্তমান থিয় হ'ল, কিন্তু সি মুখ ঘূৰাই বেগেৰে গুচি গ'ল।

## [ চাৰি ]

ব্ৰাউনাউৰ দুমাইল আঁতৰত পাভ্‌লোগ্ৰাদ হুজাৰবিলাকৰ শিবিৰ পাতি ৰখা হৈছে। যি অশ্বাৰোহী সেনাদলত নিক-লাচ ৰস্তভ শিক্ষাৰ্থী হিচাপে যোগ দিছে সেই সেনাদলটোৰ অস্থায়ীভাৱে থকাৰ ব্যৱস্থা কৰা হৈছে চাল্‌জেনেক নামে এখন জাৰ্মান গাওঁত। গাওঁৰ আটাইতকৈ ভাল ঘৰটো দিয়া হৈছে অশ্বা-ৰোহী সেনাদলৰ অধিনায়ক কেপ্টেন ডেনিচভক। গোটেই অশ্বাৰোহী বাহিনীতে তেওঁ ভাস্কা ডেনিচভ নামে পৰিচিত। পোলেণ্ডলৈ আহি সেনাদলত যোগ দিয়াৰ পিছৰপৰাই কেডেট ৰস্তভ অধিনায়কৰ লগতেই থাকে।

৮ অক্টোবৰ তাৰিখে মেকৰ পৰাজয়ৰ খবৰ আহি পোৱাৰ পিছৰপৰাই হেড্‌কোৱাৰ্টাৰত সকলোৰে যেতিয়া চঞ্চল হৈ উঠিছে, তেতিয়াও এই অশ্বাৰোহী সেনাদলৰ অফিচাৰবিলাকৰ শিবিৰ জীৱন স্বাভাৱিকভাৱেই চলিছে। ডেনিচভে গোটেই ৰাতি তাচ খেলি হাৰিছে, এতিয়াই বহালৈ উভতি যোৱা নাই। খাদ্য-সংগ্ৰহ অভিযান শেষ কৰি ৰস্তভ এইমাত্ৰ ঘোঁৰা দৌৰাই উভতি আহিছে। কেডেট ইউনিফৰ্ম পিন্ধা ৰস্তভে যৌৱনসুলভ ভঙ্গিত জাঁপ মাৰি ঘোঁৰাৰপৰা নামিল আৰু তাৰ ওচৰলৈ আগবাঢ়ি অহা আৰ্ডালিজনৰ হাতত ঘোঁৰাটো গতাই দি ঘোঁৰাটোৰ যত্ন লবলৈ নিৰ্দেশ দিলে।

ইতিমধ্যে আৰু এজন হুজাৰ ঘোঁৰাটোৰ ওচৰলৈ দৌৰি আহিল আৰু নিৰ্দেশৰ বাবে ৰস্তভৰ মুখলৈ চালে। স্পষ্টকৈ বুজিব পৰা গ'ল কেডেটজনে ভাল বকচিচ দিয়ে, তাৰ কাম কৰি দিলে লাভ আছে।

ৰস্তভে ঘোঁৰাটোৰ ডিঙিত আৰু পিঠিত লাহে লাহে চাপৰ মাৰি মনে মনে ভাবিলে, 'সুন্দৰ! এদিন ই এটা দুৰ্দান্ত যুদ্ধৰ ঘোঁৰা হৈ উঠিব!' তাৰ পিছত তৰোৱাল হাতত লৈ ঘৰৰ খট-খটীৰ ওচৰলৈ দৌৰি গ'ল। ঘৰৰ গৰাকীজনে তেতিয়া গোহালিৰ গোবৰ পেলাব ধৰিছিল। ৰস্তভক দেখি তেওঁৰ মুখখন উজ্জ্বল হৈ উঠিল। "সুপ্ৰভাত! সুপ্ৰভাত!" হাঁহি হাঁহি তেওঁ জাৰ্মান ভাষাত ডেকাজনক অভ্যৰ্থনা জনালে।

বন্ধুৰ দৰে হাঁহি ৰস্তভে ক'লে, "এই পুৰাই কামত লাগি গৈছো!" তাৰপিছত এই জাৰ্মান ঘৰৰ গৰাকীজনে সদায় কোৱা কথাবোৰৰ পুনৰাবৃত্তি কৰি কৈ উঠিল, "অষ্ট্ৰিয়াৰ জয় হওক! ৰাচিয়াৰ জয় হওক! সম্ৰাট আলেকজেণ্ডাৰৰ জয় হওক!" জাৰ্মানজনে হাঁহি হাঁহি গোহালিৰপৰা ওলাই আহিল। মূৰৰ টুপীটো খুলি হাতত লৈ মূৰৰ ওপৰত জোকাৰি জোকাৰি ক'লে ঃ

"গোটেই পৃথিৱীৰেই জয় হওক!"

জাৰ্মানজনক অনুকৰণ কৰি ৰস্তভেও টুপীটো মূৰৰ ওপৰত ঘূৰাই হাঁহি হাঁহি ক'লে, "গোটেই পৃথিৱী জিন্দাবাদ!" জাৰ্মানজনে গোহালি চাফা কৰিব ধৰিছে, ৰস্তভে খাদ্য-সংগ্ৰহৰ কামৰপৰা এইমাত্ৰ উভতি আহিছে। দুয়োজনৰে আনন্দ কৰাৰ কোনো হেতু নাই। তথাপি সিহঁত দুয়োজনে ভাই-বন্ধুৰ দৰে পৰস্পৰৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰি আনন্দিত হ'ল, পৰস্পৰৰ প্ৰতি অনুৰাগৰ চিন স্বৰূপে মূৰ দুপিয়ালে তাৰপিছত হাঁহি হাঁহি দুয়ো বিদায় ললে—জাৰ্মানজন উভতি গ'ল গোহালিলৈ আৰু ৰস্তভ গুচি গ'ল নিজৰ থকা ঘৰটোলৈ য'ত ডেনিচভৰ লগত সি একেলগে থাকে।

ডেনিচভৰ আৰ্ডালি লাভ্ৰুস্কাক সি সুধিলে, "তোমাৰ মনিব ক'ত?"

মানুহজন অলপ কথকী প্ৰকৃতিৰ। সি উত্তৰ দিলে, "যোৱাকালি সন্ধ্যা সময়তে ওলাই গৈছে, এতিয়ালৈ উভতি অহা নাই। নিশ্চয় খেলাত হাৰিছে। ইমান দিনে মই বুজিব পাৰিছো—খেলাত জিকিলে তেওঁ সোনকালে উভতি আহে আৰু মনৰ আনন্দত হুলস্থুল কৰে; কিন্তু ৰাতিপুৱালৈকে উভতি নাহিলে মই বুজিব পাৰো তেওঁ খেলাত হাৰিছে, আৰু উভতি আহি প্ৰতি কথাতে খং কৰে। আপুনি কফি খাব নেকি?"

"খাম, আনা।"

দহ মিনিট পিছত লাভ্ৰুস্কাই কফি লৈ আহিল। সি ক'লে, "তেখেত আহিছে! এইবাৰ চাব কি কৰে।" খিৰিকীৰে চাই ৰস্তভে দেখিলে, ডেনিচভ আহিব ধৰিছে। মানুহজন চুটিচাপৰ, মুখখন ৰঙা, কিচ্‌কিচীয়া ক'লা চকু, গোঁফ আৰু মূৰৰ

আউল-বাউল চুলিবোৰো ক'লা। পিন্ধি থকা হলৌচোলাটোৰ বুতাম খোলা। বিষণ্ণ মুখে তলমূৰ কৰি তেওঁ আহি আছে।

বাহিৰৰপৰাই তেওঁ চিঞৰি কলে, "লাম্ৰুক্কা! এইটো লৈ যা, গাধ কৰবাৰ!"

"আনো দেউতা—" নাম্ৰুক্কাই লগে লগে উত্তৰ দিলে।

ঘৰৰ ভিতৰত সোমাই ডেনিচভে ৰস্তভক দেখি কলে, "অ' তুমি আহি গৈছা!"

ৰস্তভে কলে, "কেতিয়াবাই আহিলো। খেৰ আনিবলৈ গৈছিলো, ফ্ৰলিন মাথিল্ডাৰ লগত দেখা হ'ল।"

"ভাল কথা! কিন্তু ইফালে যে মই হাবি ভূত হৈ গলো! কালি তো এটা অধম জকবাৰ দৰে হাৰিছো! কপাল বেয়া! কপাল একেবাৰেই ফুটা! বুজিছা, তুমিও গুচি প'লা আৰু ইফালে মোৰো সকলো যাবলৈ আৰম্ভ কৰিলে। ক'ত অ, লাম্ৰুক্কা, চাহ ক'ত।"

তাৰপিছত হাতৰ তলুৱাৰে কপাল ঘঁহি ঘঁহি তেওঁ আকৌ কলে, "কেলেই যে মৰিবলৈ সেই ভকুৱা ইন্দুৰটোৰ ওচৰলৈ গৈছিলো?" (এজন অফিচাৰৰ ডাকনাম ভকুৱা ইন্দুৰ।) "ভাবি চোৱাচোন সেই মানুহজনে মোক ফুটা-কড়িও জিকিবলৈ দিয়া নাই।"

এনেতে ধঁপাতৰ পাইপটোত জুই জ্বলাই আনি তেওঁৰ হাতত দিলত তেওঁ দুটামান হোপা মাৰি পাইপটো মজিয়াত ঠুকিবলৈ আৰম্ভ কৰিলে, জুইবোৰ চাৰিওফালে ছিটিকি যাবলৈ ধৰিলে; তাৰপিছত তেওঁ পাইপটোক ঠেকেচি মোটোকা মাৰি ভাঙি পেলালে।

তলমূৰ কৰি কিছু সময় তেওঁ মনে মনে থাকিল। তাৰ-পিছত হঠাৎ মূৰ দাঙি ৰস্তভৰ ফালে চাই কৈ উঠিল, "অন্ততঃ কেইজনীমান তিৰোতামানুহো যদি ইয়াত থাকিলহেতেন। কিন্তু অকল মদ গিলাত বাদে আৰু ইয়াত কৰিবলগীয়া একোৱেই নাই। সোনকালে যুদ্ধলৈ যাব পৰিলেও হয়। এই, কোন অ' তাত?" গধূৰ বুটজোতাৰ শব্দ আৰু কাহৰ শব্দ শুনি দুৱাৰৰ ফালে চাই তেওঁ কলে।

"সেনাদলৰ কোৱাৰ্টাৰ মাষ্টাৰ!" লাভ্ৰুস্কাই চিঞৰি কলে।

ডেনিচভৰ মুখখন বিকৃত হৈ গ'ল। "হতভগীয়া।" বিৰ্-বিৰ্কৈ কথা কৈ তেওঁ কিছু সোণৰ মুদ্ৰাৰে সৈতে মোনাটো দলি মাৰি দি কলে, "ৰস্তভ, ভাইটি, ইয়াৰ ভিতৰত কিমান আছে চাই লৈ মোনাটো গাঁৰুৰ তলত থৈ দিয়াচোন।" এইবুলি তেওঁ কোৱাৰ্টাৰ মাষ্টাৰৰ লগত দেখা কৰিবলৈ বাহিৰলৈ ওলাই গ'ল।

"কোন? তেলিয়ানিন! আহা, আহা! কেনে আছা? কালি ৰাতি সিহঁতে মোৰ ছাল এৰুৱাই নিছে।" ডেনিচভে কলে।

"ক'ত হে? সেই ভকুৱা ইন্দুৰ বাইকভৰ তাত?··· মই আগেয়ে জানিছিলো।" কথাৰ লগে লগে এজেই সেনাদলৰ লেফ্‌টেনাণ্ট তেতিয়ানিন ভিতৰলৈ সোমাই আহিল।

তেওঁ হাতখন আগবঢ়াই দি ৰস্তভৰ লগত কৰমৰ্দন কৰিলে। যি কাৰণতেই হওক, এই অভিযানৰ ঠিক আগতেই তেলিয়ানিনক ৰক্ষাবাহিনীবপৰা বদলি কৰা হৈছে। ৰেজিমেণ্টত তেওঁৰ ব্যৱহাৰ যথেষ্ট ভাল, তথাপি কোনেও তেওঁক ভাল নাপায়, বিশেষকৈ ৰস্তভে তেওঁক একেবাৰেই বেয়া পায় আৰু মানুহজনৰ প্ৰতি তাৰ এই অকাৰণ বিৰূপতাক সি ঢাকিও ৰাখিব নোৱাৰে।

"হেৰা ডেকা হুজাৰ, মোৰ 'ৰুক' কেনে চলিছে?" তেলিয়ানিনে ৰস্তভক সুধিলে। (তেলিয়ানিনে 'ৰুক' নামৰ এটা ঘোঁৰা ৰস্তভৰ ওচৰত বিক্ৰী কৰিছিল।)

"আজি ৰাতিপুৱা তোমাক ঘোঁৰাত উঠি ফুৰা দেখিছো।" তেওঁ আৰু কলে।

ঘোঁৰাটোৰ কাৰণে ৰস্তভে সাত শ ৰুবল দিছিল, কিন্তু তাৰ উচিত মূল্য তাৰ আধাও হোৱা উচিত নহয়। তথাপি সি

কলে, "অ' ঘোঁৰাটো ভালেই আছে; বৰ ভাল ঘোঁৰা। অৱশ্যে সন্মুখৰ বাওঁফালৰ ঠেংখন অলপ খোঁৰাই খোঁৰাই খোজ কাঢ়ে।"

"খুৰাটো ফাটি গৈছে। সেইটো একো নহয়। কি কৰিব লাগিব মই কৈ দিম বাৰু। কি ধৰণৰ কাটা ব্যৱহাৰ কৰিব লাগিব তাকো দেখুৱাই দিম বাৰু।"

"হয়, দয়া কৰি দেখুৱাই দিব। ই তো কোনো গোপন কথা নহয়।"

"তেনেহলে মই ঘোঁৰাটো লৈ আহো," বুলি কৈ সি ঘৰৰ-পৰা ওলাই গ'ল।

বাৰাণ্ডাত ডেনিচভে বিৰক্তিৰে থিয় হৈ কিবা ভাবি আছিল ইঙ্গিতেৰে তেলিয়ানিনক দেখুৱাই তেওঁ ৰস্তভক কলে, "উস্! সৌ মানুহজনক মই মুঠেই দেখিব নোৱাৰো।"

ৰস্তভে তাৰ কান্ধ দুটা জোকাৰি মুখৰ এনেকুৱা এক ভঙ্গি কৰিলে যেন কব খুজিলে, 'ময়ো দেখিব নোৱাৰো, কিন্তু উপায় কি আছে?' ঘোঁৰাটো আনিবলৈ এজন আৰ্ডালিক হুকুম দি সি আকৌ তেলিয়ানিনৰ ওচৰলৈ উভতি আহিল।

তেলিয়ানিনে তেতিয়া ডেনিচভ বিচনাত বহি হাত দুখন মোহাৰি আছিল। ৰস্তভক দেখি তেওঁ উঠি থিয় হৈ কলে, "ঘোঁৰাটোক ইয়ালৈ অনাৰ কি দৰকাৰ। ব'লা আমি তালৈ যাওঁ। মই ইয়ালৈ আহিছিলো মাত্ৰ কালিলৈ হুকুম-নামাৰ তথ্য ডেনিচভৰপৰা জানি লবৰ বাবে। ডেনিচভ, তুমি হুকুম-নামা পাইছা নেকি?"

"এতিয়াও পোৱা নাই। কিন্তু তুমি কোৱা কলৈ?"

"এই ডেকাজনক ঘোঁৰাৰ খুৰাত নাল লগোৱা শিকাই দিবলৈ," তেলিয়ানিনে কলে।

দুয়ো ওলাই গৈ আস্তাবলত সোমাল। ঘোঁৰাৰ খুৰাত কিভাৱে কাটা সাৰিব লাগে সেইটো ৰস্তভক দেখুৱাই দি লেফ্‌টেনাণ্ট তেলিয়ানিন নিজৰ বহালৈ গুচি গ'ল।

ৰস্তভে উভতি আহি দেখিলে টেবুলৰ ওপৰত এবটল ভদ্‌কা আৰু অলপ কাবাব লৈ ডেনিচভে এখিলা কাগজত কিবা লিখি

আছে। গহীনভাৱে ৰষ্টভৰ মুখৰ ফালে চাই তেওঁ কলে, "আমাৰ শ্ৰীমতীলৈ চিঠি লিখিছো।"

ডেনিচভে ৰষ্টভক প্ৰেম-ভালপোৱা সম্বন্ধে এটা বক্তৃতা দিবলৈ আৰম্ভ কৰোঁতেই বাহিৰৰপৰা লাভ্ৰুস্কাৰ চিঞৰ শুনা গ'ল। বিৰক্ত হৈ ডেনিচভে চিঞৰি কলে "আকৌ কোন আহিল? যেয়ে হওক, এতিয়া যাবলৈ ক' মই বৰ ব্যস্ত।

কিন্তু আপুনিয়েই তো তেওঁক আহিবলৈ কৈছিল। কোৱাৰ্টাৰ মাষ্টাৰ আহিছে টকাৰ কাৰণে।"

ডেনিচভে কিবা এষাৰ কব খুজিও নকলে। মুখ ঘূৰাই ৰষ্টভক সুধিলে, "মোনাটোত কিমান আছে?"

"সাতটা নতুন আৰু তিনিটা পুৰণি ডাঙৰ মুদ্ৰা।"

"মাত্ৰ!" তাৰপিছত লাভ্ৰুস্কাৰ ফালে চাই তেওঁ কলে, "হেৰ, তই ইয়াত থিয় হৈ কি কৰিছ? কোৱাৰ্টাৰ মাষ্টাৰক আহিবলৈ ক।"

"শুনা ডেনিচভ, মই তোমাক অলপ টকা ধাৰলৈ দিওঁঃ তুমি তো জানা মোৰ হাতত কিছু টকা-পইচা আছে।" অলপ সংকোচ কৰি ৰষ্টভে কলে।

"আপোন মানুহৰপৰা টকা পইচা ধাৰলৈ লোৱাটো মই ভাল নাপাওঁ।"

"কিন্তু তুমি যদি মোক বন্ধু বুলি ভাবি মোৰপৰা টকা নোলোৱা তেনেহলে মই অসন্তুষ্ট হম। মই সঁচাই কৈছো, মোৰ টকা আছে।" ৰষ্টভে আকৌ কলে।

"নাই, নাই, সেইটো মোৰ দ্বাৰা কোনোমতেই নহব।"

ডেনিচভে নিজৰ টকাৰ মোনাটো উলিয়াই লবৰ বাবে বিচনাৰ ওচৰলৈ গৈ ৰষ্টভক সুধিলে, "মোৰ মোনাটো ক'ত থৈছা?"

"তলৰ গাঁৰুটোৰ তলত।"

প্ৰথমে তলৰ গাঁৰুটোৰ তলত, তাৰপিছত এটা এটাকৈ দুয়োটা গাঁৰু দাঙি চাই মোনাটো নাপাই ডেনিচভে কলে, "ৰষ্টভ, ক'তা মোনাটো ইয়াত নাইচোন।"

"কেলেই নাথাকিব, এইমাত্ৰ মই তাত থৈছো," এই বুলি ৰষ্টভে আগবাঢ়ি আহি গাঁৰু দুটা এটা এটাকৈ দাঙি জোকাৰি চালে, কিন্তু মোনাটো ক'তো বিচাৰি নাপালে।

"কি আচৰিত! কিন্তু মোৰ ভালদৰেই মনত আছে, মই ঠিক ইয়াতেই থৈছিলো। মোনাটো গ'ল ক'লৈ?" বস্তুভে লাক্ৰক্কাক সুধিলে।

"মইচোন ঘৰৰ ভিতৰত নাছিলোৱেই। আপুনি য'ত থৈছিল তাতেই ভালকৈ চাওক।"

"কিন্তু তাত নাই...."

"আপুনি তো সদায় তেনেকুৱা কৰে, বস্তু য'তে ত'তে পেলাই থয়, আৰু পিছত পাহৰি যায়। নিজৰ জেপত বিচাৰি চাওক।"

বস্তুভে কলে, "নাই, নাই, জেপত থোৱা নাই, মোৰ ভালদৰে মনত আছে, মোনাটো মই ইয়াতেই থৈছিলো।"

লাক্ৰক্কাই গাঁক. বিচনাৰ চাদৰ তুলি এটা এটাকৈ বিচনাৰ আটাইবোৰ বস্তু দাঙি জোকাৰি চালে. আনকি খাটৰ তলত, টেবুলৰ তলতো বিচাৰি চালে. মোনাটো ক'তো নাই। তাৰ-পিছত সি ঘৰৰ মজিয়াত মনে মনে থিয় হৈ ভাবিবলৈ ধৰিলে। ডেনিচে লাক্ৰক্কাৰ ভাব-ভঙ্গিবোৰ নীৰৱে লক্ষ্য কৰি আছিল। তাৰপিছত সি যেতিয়া হাত দাঙি জনালে যে মোনাটো ঘৰৰ ভিতৰত ক'তো পোৱা নগ'ল তেতিয়া ডেনিচে বস্তুভৰ কালে চাই কলে:

"বস্তুভ, বং চাবৰ বাবে তুমি মোনাটো লুকাই থোৱা নাই তো?"

লাক্ৰক্কাই কলে, "আপুনি আৰু লেকাটেনাণ্টৰ বাহিৰে আৰু কোনেও এই ঘৰত সোমোৱা নাই। মোনাটো নিশ্চয় ইয়াতেই ক'ৰবাত আছে।"

"তেনেহলে হেৰৌ চৰকাৰৰ পোৱালি! মোনাটো বিচাৰি দুলিয়া কেলেই?" ডেনিয়েলে ছঠাৎ অগ্নিমূৰ্তি ধৰি গৰ্জনিৰ জৰবৈ যেন হ'ল। মোনাটো পোৱা নগলে তোক মই চাবুকেৰে পিটি মাৰিম।"

সিকালে বস্তুৱে কোঠাৰ দুৱাৰখনলৈ; ইকালত তলোৱাৰ আৰু টুপীটো মূৰত পিন্ধি লৈছে।

আৰ্ডালি লাভ্ৰুস্কাক ডিঙিত ধৰি নি দেৱালত মূৰটো থেকেচি থেকেচি ডেনিচভে চিঞৰি কলে, "মোনাটো মোক তই উলিয়াই দিবই লাগিব। নহলে তোক মই...."

দুৱাৰৰ ফালে গৈ থকা ৰস্তভে ঘূৰি নোচোবাকৈয়ে গহীনভাৱে কলে, "তাক এৰি দিয়া ডেনিচভ, মই জানো মোনাটো কোনে নিছে।"

ডেনিচভ ৰ'ল, এক মুহূৰ্ত কিবা ভাবিলে, তাৰ পিছত ৰস্তভাৰ ইঙ্গিত বুজিব পাৰি দৌৰি গৈ তাৰ হাতখনত খামুচি ধৰিলে।

"নাই, নহয়, অসম্ভৱ!" তেওঁ চিঞৰি উঠিল। "তুমি ভুল ভাবিছা, মই তোমাক যাবলৈ নিদিওঁ। মোনাটো ইয়াতেই আছে। মই এই চয়তানটোৰ পিঠিৰ ছাল এৰুৱাই পেলাম, তেতিয়াহলেহে মোনাটো ওলাব।"

"নহয় ডেনিচভ, মোৰ বাহিৰে ঘৰৰ ভিতৰত আৰু কোনো নাছিল। মই জানো মোনাটো কোনে নিছে। মোক তুমি যাবলৈ দিয়া। মোনা মই উলিয়াই হে এৰিম।"

ৰস্তভ বেগেৰে ঘৰৰপৰা ওলাই গ'ল। পোনে পোনে সি গ'ল তেলিয়ানিনৰ ঘৰলৈ।

তেলিয়ানিনৰ আৰ্ডালিয়ে কলে, "চাৰ ঘৰত নাই, হেড্‌কো-ৱাটাৰলৈ গৈছে।"

চালজেনেকৰপৰা হেড্-কোৱাৰ্টাৰৰ দূৰত্ব দুমাইল। ঘৰলৈ উভতি নাহি ৰস্তভে এটা ঘোঁৰা লৈ তালৈকেই গ'ল। গাৱঁৰ এখন চৰাইখানাত অফিচাৰবিলাকৰ যাতায়াত আছিল। তাৰ সমুখত ৰস্তভে দেখিলে, তেলিয়ানিনৰ ঘোঁৰাটো থিয় হৈ আছে।

চৰাইখানাৰ দুই নম্বৰ কোঠালীটোত তেলিয়ানিন বহি আছে টেবুলত এক প্লেট কাবাব আৰু এবটল মদ লৈ। ৰস্তভক দেখি তেওঁ কলে, "অ' তুমিও আহিছা ডেনেহলে।"

"হয়।" অতি কষ্টে কথাষাৰ উচ্চাৰণ কৰি সি ওচৰতে চকী এখনত বহিল।

দুয়ো নিমাত। ঘৰৰ ভিতৰত আৰু দুজন জাৰ্মান আৰু কচ অফিচাৰ আছিল। কাটা-চামুচৰ ঠুং ঠাং শব্দৰ বাহিৰে কাৰো মুখত মাত-বোল নাই।

খোৱাৰ শেষত তেলিয়ানিনে জেপৰপৰা এটা টকাৰ মোনা উলিয়ালে। মোনাটো খুলি তাৰ ভিতৰৰপৰা এটা সোণৰ মুদ্ৰা উলিয়াই লৈ পৰিচাৰকৰ হাতত দিলে। কলে, "অলপ সোনকাল কৰা।"

মুদ্ৰাটো নতুন। বস্তভে উঠি তেলিয়ানিনৰ ওচৰলৈ গ'ল। তেওঁৰ মুখৰ ফালে চাই লাহেকৈ কলে, "তোমাৰ মোনাটো অলপ চাওঁ।"

তেলিয়ানিনে মোনাটো ৰস্তভাৰ হাতত দিলে।

বস্তভে মোনাটো হাতত লৈ ঘূৰাই-ফিৰাই চালে, ভিতৰৰ মুদ্ৰাবোৰ উলিয়াই লাৰি-চাৰি চালে। তাৰপিছত তেলিয়ানিনৰ মুখৰ ফালে চালে তীক্ষ্ণ চাৱনিৰে।

তেলিয়ানিনে অভ্যাস অনুযায়ী ইফালে সিফালে চাব ধৰিছিল। হঠাৎ তেওঁ আনন্দিত হৈ কৈ উঠিল, "ভিয়েনালৈ যাব পাৰিলেই এইটোক খালী কৰি পেলাম। এই দুৰ্ভগীয়া সৰু চহৰবোৰত তো খৰৰ কৰিবলৈ ঠায়েই নাই। বাৰু মোনাটো দিয়া, মই যাওঁ।"

বস্তভে কোনো কথা নকৈ মাত্ৰ তেওঁৰ মুখৰ ফালে চাই থাকিল।

অপ্ৰস্তুত হৈ তেলিয়ানিনে খোকাথুকি মাতেৰে কবলৈ ধৰিলে, "অ' তুমিও লাঞ্চ খাবা নেকি? ইয়াত ইহঁতে কিন্তু খুৱায় ভাল। বাৰু এতিয়া তেনেহলে মোৰ মোনাটো মোক দি দিয়া, মই যাওঁ।"

তেলিয়ানিনে হাতখন আগবঢ়ালে। বস্তভে মোনাটো তেওঁৰ হাতত দি দিলে। তেলিয়ানিনে লৰালৰিকৈ সেইটো তেওঁৰ পেণ্টৰ জেপত সুমুৱাই থৈ এনেভাৱে হাঁহিলে যেন কব খুজিছে, মোৰ টকাৰ মোনা মই মোৰ জেপত সুমুৱাই থলো, তাত কাৰ কি কবলগীয়া আছে।'

এটা হুমুনিয়াহ পেলাই তেলিয়ানিনে কলে, "বাৰু যাওঁ।" বস্তভৰ ফালে কেৰাহিকৈ চাই তেওঁ দুৱাৰৰ ফালে খোজ ললে, কিন্তু পিছ মুহূৰ্ততে আকৌ উভতি আহিল। আকৌ কেইখোজমান গৈ উভতি আহিল; এইদৰে বাৰে বাৰে অহা-যোৱা কৰিবলৈ ধৰিলে।

"এইফালে আহা," বুলি বস্তভে তেলিয়ানিনক হাতত ধৰি প্ৰায় টানি টানি খিৰিকীৰ ওচৰলৈ লৈ গ'ল। কাণৰ ওচৰত ফুচ্‌ফাচকৈ কলে, "তোমাৰ জেপৰ সেই টকাবোৰ ডেনিচভৰ। তুমি লৈ আহিছা……"

"কি? কি কলা? ইমান সাহস তোমাৰ? কি?" তেলিয়ানিনে কলে। কিন্তু তেওঁৰ কথা ৰব কৰুণ, হতাশ কান্দোনৰ দৰে, ক্ষমা

খোজাৰ দৰে শুনা গ'ল। তেওঁৰ কথাৰ সুৰ শুনি আৰু মুখৰ ভঙ্গি দেখিয়েই সন্দেহৰ এটা প্ৰকাণ্ড বোজা ৰস্তভৰ মনৰপৰা আঁতৰি গ'ল। সি আনন্দিত হ'ল, লগতে সমুখত থিয় হৈ থকা বেচেৰা মানুহজনৰ কাৰণে দুখিতও হ'ল। কিন্তু যিটো কাম সি আৰম্ভ কৰিছে সেইটো শেষ তো কৰিবই লাগিব।

তেলিয়ানিনে টুপীটো হাতত লৈ এটা সৰু খালী কোঠালীৰ ফালে আগবাঢ়ি যাবলৈ ধৰি সেমেনা-সেমেনি কৰি কবলৈ ধৰিলে, "ইয়াৰ মানুহবিলাকে যে কি ভাবিছে তাক একমাত্ৰ ঈশ্বৰেহে জানে। কথাটো পৰিষ্কাৰ কৰি দিব লাগিব"

"মই দিম পৰিষ্কাৰ কৰি। মই জানো। মই প্ৰমাণ কৰি দিম।" ৰস্তভে কলে।

"মই...মই" তেলিয়ানিনৰ মুখেৰে মাত নোলোৱা হ'ল। ভয়ত মুখৰ পেশীবোৰ কঁপিবলৈ ধৰিলে। মুৰটো বাৰে বাৰে দো-খাই গৈছে, মূৰ দাঙি ৰস্তভৰ মুখৰ ফালে চাব পৰা নাই। ফেকুৰি কন্দাৰ শব্দও শুনা যাবলৈ ধৰিলে।

"কাউণ্ট! এজন ডেকাৰ ভৱিষ্যৎ নষ্ট নকৰিবা এয়া লোৱা সেই পয়া-লগা টকা লোৱা" তেলিয়ানিনে টকাৰ মোনাটো টেবুলৰ ওপৰত দলি মাৰি দিলে, মোৰ বুঢ়া দেউতা আছে, আই আছে।"

তেলিয়ানিনৰ মুখৰ ফালে নাচাই ৰস্তভে মোনাটো তুলি লৈ নিঃশব্দে ঘৰৰ পৰা ওলাই গুচি গ'ল। দুৱাৰৰ ওচৰৰ পৰা আকৌ উভতি আহিল তেলিয়ানিনৰ ফালে চাই কলে, "কিন্তু, তুমি এই কাম কৰিলা কেনেকৈ?"

তাৰ নিচেই ওচৰলৈ আহি তেলিয়ানিনে লাহেকৈ কলে "কাউণ্ট,"

তৎক্ষণাৎ আঁতৰি গৈ ৰস্তভে কলে, "মোক চুচুবা তোমাৰ যদি দৰকাৰ আছে টকাখিনি লৈ লোৱা।" মোনাটো তেলিয়ানিনৰ ফালে দলি মাৰি দি ৰস্তভ বেগেৰে চৰাইখানাৰপৰা ওলাই গুচি গ'ল।

## [ পাঁচ ]

সিদিনাখন সন্ধিয়া সময়ত স্কোৱাড্ৰনৰ ঘৰত স্কোৱাড্ৰন-অফিচাৰবিলাকৰ এখন উত্তেজিত আলোচনা সভা বহিছিল।

"মই তোমাক কৈছো বস্তুভ, কর্ণেলৰ ওচৰত তুমি ক্ষমা খুজিব লাগিব." ষ্টাফ-কেপ্টেন কাৰষ্টেনে কথাষাৰ কলে। মানুহজন ওখ, মূৰৰ চুলিবোৰ মুগাবৰণীয়া, বিৰাট গোঁফ আৰু বলিৰেখাৰে মুখখন ভৰা। উত্তেজনাত বস্তুভৰ মুখখন ৰঙা পৰি উঠিছে।

ষ্টাফ-কেপ্টেন কৰ্ষ্টেনৰ দ্বাৰাৰ পদাবনতি ঘটিছে, আৰু দুয়োবাৰেই কমিচনত তেওঁক পুনৰ্বহাল কৰা হৈছে।

বস্তুভে চিঞৰি কৈ উঠিল, "কোনোবাই মোক মিছলীয়া বুলি কব সেই হব নোৱাৰে। তেওঁ কৈছে মই মিছা কৈছো, আৰু মই কৈছো তেওঁ মিছা কৈছে। বচ, কথা ইমানেই। তেওঁ মোক নিতৌ ডিউটি কৰাব পাৰে, মোক গ্ৰেপ্তাৰ কৰাব পাৰে, কিন্তু কোনেও মোৰ দ্বাৰা ক্ষমা খোজাব নোৱাৰে। কাৰণ এই ৰেজিমেণ্টৰ কমাণ্ডাৰ হিচাপে তেওঁ যদি ভাবে যে মোৰ ওচৰত কৈফিয়ৎ দিয়াটো তেওঁৰ মৰ্যাদাৰ হানিকৰ, তেনেহলে · · "

ষ্টাফ কেপ্টেইনে তেওঁৰ দীঘল গোঁফত লাহে পাক দি গহীন সুৰত কথাৰ মাজতে কৈ উঠিল, "এক মিনিট ৰ'বা, মোৰ কথাটো আগেয়ে শুনা। আন আন অফিচাৰবিলাকৰ আগত তুমি কৈছা যে এজন অফিচাৰে চুৰ কৰিছে · · · "

"কথাটো যে অন্যান্য অফিচাৰবিলাকৰ মাজত আৰম্ভ হৈছিল তাৰ কাৰণে তো মই দায়ী নহয়। হয়তো তেওঁলোকৰ আগত কথাষাৰ কোৱা মোৰ উচিত হোৱা নাই, কিন্তু মই তো কূটনীতিবিদ নহওঁ। সেই কাৰণেই তো মই অশ্বাৰোহী বাহিনীত যোগ দিছো, কাৰণ মই ভাবিছিলো ইয়াত কোনো প্ৰকাৰৰ ছল-চাতুৰীৰ আৱশ্যক নহব। তেওঁ কৈছে যে মই মিছলীয়া – গতিকে তেওঁ মোক কৈফিয়ৎ দিব লাগিব · · · "

"ভাল কথা। তোমাক কোনেও কাপুৰুষ বুলি ভবা নাই, কিন্তু কথা সেইটো নহয়। এজন কেডেটৰ পক্ষে এজন ৰেজিমেণ্ট-কমাণ্ডাৰ পৰা কৈফিয়ৎ বিচৰাটো অসম্ভৱ হয় নে নহয় সেই কথা লাগিলে তুমি ডেনিচভকেই সোধা।"

ডেনিচভে মনে মনে বহি আলোচনা শুনি আছিল, তাত যোগ দিয়াৰ ইচ্ছা তেওঁৰ নাছিল। আপত্তিসূচকভাৱে কান্ধ জোকাৰি তেওঁ ষ্টাফ-কেপ্টেনৰ প্ৰশ্নৰ উত্তৰ দিলে।

ষ্টাফ-কেপ্টেইনে কলে, "অন্য অফিচাৰবিলাকৰ সমুখতে এই অনৰ্থক কথাবোৰ তুমি কৰ্ণেলক কৈছা, আৰু বোগদানিচে (কৰ্ণেলৰ নাম) তোমাক মনে মনে থাকিবলৈ কৈছে।"

"তেওঁ মোক মনে মনে থাকিবলৈ কোৱা নাছিল, কৈছিল মই হেনো মিছা কথা কৈছো।"

"কথা একেটাই। মুঠতে তুমি তেওঁক বহুত অসংযত কথা কৈছা, গতিকে তুমি তেওঁৰ ওচৰত ক্ষমা খুজিবই লাগিব।"

'অসম্ভৱ, কেতিয়াও নোখোজো।" ৰস্তভে চিঞৰি উঠিল

ষ্টাফ-কেপ্টেইনে এইবাৰ গহীন হৈ ৰুক্ষ কণ্ঠে কলে, তোমাৰ-পৰা এই ব্যৱহাৰ আশা কৰা নাছিলো। ক্ষমা খোজাৰ ইচ্ছা তোমাৰ নাই; কিন্তু অকল তেওঁৰ ওচৰতেই নহয় গোটেই ৰেজিমেণ্টৰ ওচৰত আমাৰ সকলোৰে ওচৰত তুমিয়েই তো ভাৰী। কথাটো হ'ল: তোমাৰ উচিত আছিল গোটেই ঘটনাটো ভালদৰে ভাবিচিন্তি পৰামৰ্শ লোৱা। কিন্তু তাকে নকৰি তুমি গৈ সকলোৰে আগত হৈ চ আৰম্ভ কৰি দিলা। এনে অৱস্থাত কৰ্ণেলে কি কৰিব? অফিচাৰৰ বিচাৰ কৰি গোটেই ৰেজিমেণ্টটোক অসন্মান কৰিব? তুমি বাৰু সেইফালৰপৰা ঘটনাটোক চাইছা নে? আমি সেইভাৱে চোৱা নাই, আৰু বোগ্‌দানিচও এটা অকৰা: তেওঁ তোমাক কৈ পেলালে তুমি মিছা কথা কৈছা। ঘটনাটো আনন্দৰ নহয়, কিন্তু উপায় কি কোৱা? তুমি তো নিজেই খালত ভৰি দিছা। আৰু আমি এতিয়া ঘটনাটো মিটমাট কৰি পেলাব খুজিছো, অথচ অহঙ্কাৰৰ বশবৰ্তী হৈ তুমি ক্ষমা খোজাৰ সলনি গোটেই ঘটনাটোৱে জনসাধাৰণৰ সমুখত দাঙি ধৰিব খুজিছা। তোমাৰ মনত আঘাত লাগিছে, সেইটো বুজিছো, কিন্তু এজন প্ৰবীণ সন্মানিত অফিচাৰৰ ওচৰত ক্ষমা খোজাত দোষ কি? অইন যিয়ে নহওক, বোগ্‌দানিচ যে এজন সন্মানিত, সাহসী, প্ৰবীণ কৰ্ণেল তাত তো কোনো সন্দেহ নাই। তেওঁৰ ব্যৱহাৰত তুমি অসন্তুষ্ট হৈছা, কিন্তু গোটেই ৰেজিমেণ্টৰ অসন্মানৰ কথাটো তুমি এবাৰো নাভাবিলা।" ষ্টাফ-কেপ্টেইনৰ মাতটো কঁপিবলৈ ধৰিলে। "তুমি এতিয়া নতুনকৈ ৰেজিমেণ্টত আহি সোমাইছা; আজি ইয়াত আছা, কালিলৈয়ে হয়তো আন কৰবালৈ এড্‌জুটাণ্ট হৈ গুচি যাবগৈ। তাত ৰেজিমে

কোনোবাই কব, 'পাভ্‌লোগ্ৰাদ অফিচাৰবিলাকৰ মাজত, যত ৰাজ্যৰ চোৰৰ আড্ডা' তেতিয়া তুমিতো আনন্দত মিচিকিয়াই হাঁহিবা। কিন্তু আমিতো আৰু হাঁহিব নোৱাৰিম। নহয় জানো ডেনিচভ? তুমি কি কোৱা।"

ডেনিচভে নকলে, মমে মনে থাকিল মাত্ৰ মূৰ দাঙি দুহ এবাৰ বস্তভৰ ফালে চালে।

ষ্টাফ-কেপ্টেইনে আকৌ কলে, "নিজৰ অহঙ্কাৰেই তোমাৰ ওচৰত ডাঙৰ হ'ল, সেই কাৰণেই তুমি ক্ষমা নোখোজা ভেচা। কিন্তু আমি প্ৰবীণসকল এই ৰেজিমেণ্টত থাকিয়েই ডাঙৰ হৈছো, আৰু ঈশ্বৰে কৰিলে এই ৰেজিমেণ্টতেই আমাৰ মৃত্যুও হব। সেই কাৰণেই আমি ৰেজিমেণ্টৰ সন্মানক মূল্য দিও আৰু বোগ্‌দানিচৰো মনোভাৱ সেই একেই। সঁচাই কৈছো, আমি বয়সিয়ালসকলে ৰেজিমেণ্টক যথেষ্ট মূল্য দিওঁ। গতিকে মোৰ মতে তোমাৰ এই ব্যৱহাৰ ঠিক হোৱা নাই। তুমি দুখেই পোৱা বা বেয়াই পোৱা, মই কিন্তু সদায় সত্যক হে আশ্ৰয় কৰো।"

ষ্টাফ-কেপ্টেইন উঠি ৰস্তভৰ ওচৰলৈ গ'ল।

ডেনিচভে জঁপ মাৰি উঠি চিঞৰি কলে, "ঠিক কথা। তেনেহলে ৰস্তভ, তেনেহলে।"

ৰস্তভৰ মুখখন এবাৰ ৰঙা, এবাৰ শেঁতা পৰি উঠিবলৈ ধৰিলে। সি এবাৰ ইজন অফিচাৰৰ ফালে এবাৰ সিজন অফিচাৰৰ ফালে চায় আৰু ভাবে। তাৰ পিছত সি কলে, "নহয়, ভদ্ৰমহোদয়সকল, নহয়…আপোনালোকে চিন্তা নকৰিব…মই সকলো বুজো। মোৰ সম্পৰ্কে অপোনালোকৰ এই ধাৰণা ভুল…মই…নাই, নহয়…ঠিক আছে, মই সেইটো মোৰ কামৰ দ্বাৰাই দেখুৱাম। আৰু মোৰ ওচৰত পতাকাৰ সন্মান…বাৰু, বেয়া নাপাব, এই কথাই সঁচা যে দোষ মোৰেই, সকলোৰে ওচৰত মরেই দোষী। তাৰপিছত, আপোনালোকক আৰু কি লাগে?…" ৰস্তভৰ চকু দুটা চলচলীয়া হৈ উঠিল।

"এয়া চোৱা, এয়া চোৱা সকলো ঠিক হৈ গ'ল কাউণ্ট।" ঘূৰি থিয় হৈ ডেওঁৰ বিৰাট হাতখনেৰে ৰস্তভৰ কান্ধত খপিয়াই খপিয়াই ষ্টাফ কেপ্টেইনে কৈ উঠিল।

ডেনিচভে চিঞৰি কলে, "মই জানো নহয়, এওঁ অতি ভদ্ৰ আৰু সৎলোক।"

ষ্টাফ-কেপ্টেইনে কলে, "দেখিলা কাউণ্ট, সকলোৱে কিমান ভাল পাইছে। যোৱা ইয়োৰ এক্সেলেন্সি, এইবাৰ ক্ষমা খুজি লোৱা। যোৱা, যোৱা!"

মিনতিৰ সুৰত ৰস্তভে কলে, "ভদ্ৰমহোদয়, মই সকলো কৰিবলৈ সাজু আছো। কাকো মই একো নকওঁ, কিন্তু ক্ষমা খুজিব নোৱাৰিম। ঈশ্বৰৰ শপত সেইটো মই কোনোমতে নোৱাৰিম, আপোনালোকে যি ইচ্ছা কৰিব পাৰে। কেনেকৈ মই সৰু ল'ৰাৰ দৰে 'গ ক্ষমা খুজিম?"

ডেনিচভে হাঁহিবলৈ ধৰিলে।

"ইয়াৰ ফল কিন্তু তোমাৰ পক্ষে আৰু বেয়াহে হব। বোগদানিচ প্ৰতিহিংসাপৰায়ণ মানুহ, এই আকোৰ-গোজ স্বভাৱৰ ফল তুমি ভোগ কৰিব লাগিব" কাৰষ্টেনে ৰস্তভক সাৱধান কৰি দি কলে।

'নহয়, বিশ্বাস কৰক এইটো মোৰ আকোৰ গোজামি নহয়। মোৰ মনৰ ভাব মই বুজাই কব পৰা নাই। মই নোৱাৰো"

ষ্টাফ কেপ্টেইনে কলে, "মোৰ আৰু কবলগা একো নাই। এতিয়া তোমাৰ ইচ্ছা।" তাৰপিছত তেওঁ ডেনিচভক কলে, "আৰু সেই বদমাইচটোৰ কি হৈছে?"

ডেনিচভে সেমেনা-সেমেনি কৰি কলে, সি অসুস্থতাৰ ৰিপোৰ্ট দিছে, কালিলৈৰ তালিকাৰপৰা তাৰ নামটো কাটি দিব লাগিব।'

ষ্টাফ কেপ্টেইনে কলে, "অসুস্থতাৰ বাহিৰে আন কোনোভাৱে ইয়াক ব্যাখ্যা কৰা নাযাব।"

উত্তেজিতভাৱে ডেনিচভে চিঞৰি উঠিল, "অসুস্থ হওকেই বা নহওকেই, সি যেন মোৰ সমুখলৈ নাহে। মই তাক খুন কৰি পেলাম।"

ঠিক সেই সময়তে জেৰকভ ঘৰত আহি সোমাল।

আগন্তুকৰ ফালে ঘূৰি চাই অফিচাৰবিলাকে চিঞৰি কৈ উঠিল, "তুমি আকৌ ইয়াত কেলেই?

'ভাওঁৰীয়াসকল, আমি যুদ্ধলৈ যাওঁবা হব লাগিব! মেকে তেওঁৰ সম্পূৰ্ণ বাহিনীৰে সৈতে আত্মসমৰ্পণ কৰিছে।"

"এই কথা সঁচা নহয়!"

"মই নিজে তেওঁক দেখি আহিছো।"

"কি? আচল মেকক দেখিছা নে? সশৰীৰে?"

"যুদ্ধ! যুদ্ধ! এই খবৰ অনাৰ বাবে তাক এটা বটল আনি দিয়া? কিন্তু তুমি ইয়ালৈ আহিলা কেনেকৈ?"

"সেই চয়তান মেকৰ কাৰণেই মোক ৰেজিমেণ্টলৈ ওভোটাই পঠিওৱা হৈছে। এজন অষ্ট্ৰীয় সেনাপতিয়ে মোৰ নামত অভিযোগ কৰিছে। কি খবৰ বন্ধুত? তোমাৰ কি হৈছে?"

"উস্, নকৰা আৰু যোৱা দুদিন ধৰি আমি এৰ গোলমালৰ মাজত দিন কটাইছো।"

এনেতে ৰেজিমেণ্ট এড্জুটেণ্ট সোমাই আহিল; জেৰকভে দিয়া সংবাদ তেৱেঁা সমৰ্থন কৰিলে। হুকুম হৈছে, পিছদিনাখনেই তেওঁলোকৰ যাত্ৰা আৰম্ভ হল।

"বুজিছে ভাওৰীয়াসকল, আমি যুদ্ধক্ষেত্ৰলৈ যাম'গ।"

"এৰ ভাল কথা, ঈশ্বৰক ধন্যবাদ! বহুত দিন ইয়াত এনেয়ে বহি আছো।"

[ ছয় ]

বাটত ইন্ নদী (ব্ৰাউনাউত) আৰু ব্ৰাউন নদীৰ (লিঞ্জত) ওপৰৰ দলংবোৰ ধ্বংস কৰি পেলাই কুতুজভ, ভিয়েনাৰ ফালে পাছ-হুহকি আহিল। ২৩ অক্টোবৰত ৰুচ বাহিনী এন্স নদী পাৰ হবলৈ ধৰিলে। দুপৰীয়া বাটিয়াৰ মালবাহী ৰেলগাড়ী, কামান-বন্দুক আৰু তাৰ পাছে পাছে সেনাবাহিনীটো দুই শাৰীত বিভক্ত হৈ দলঙৰ ওপৰেদি নখন পাৰ হৈ এন্স চহৰৰ মাজেৰে আগবাঢ়ি গৈ আছে।

হেমন্তকালৰ বৰষুণসিক্ত গৰম দিন। পাহাৰৰ ওপৰত থাপু কৰি ৰখা কামানবোৰে দলংখন পহৰা দি আছে। সেই পাহাৰৰ সন্মুখৰ সুবিশাল মুকলি পথাৰখন একোবাৰ বৰষুণৰ ট্ৰোপাজৰ পাতল [illegible] আৱৰণেৰে ঢাকখাই পৰিছে, আকৌ পিছমুহূৰ্ততে উজ্জ্বল ৰ'দ পৰি গোটেইখন জলমলাই উঠিছে বহু দূৰৰ বস্তুবোৰো [illegible] দেখিবলৈ পোৱা যায়। [illegible]

বগা ঘৰবোৰ, গির্জা আৰু নৈৰ ওপৰৰ সেতুখন দেখিবলৈ পোৱা গৈছে ; সেতুখনৰ ওপৰেদি দুই শাৰীত ৰুচ সৈন্যবিলাক গৈ আছে। ডানিয়ুব নৈৰ ধূলিত বহুত জাহাজ, এটা নদী-দ্বীপ, আৰু ডানিয়ুব আৰু এন্স নদীৰ সঙ্গমৰ পাৰত অস্থিত এখন পাৰ্কেৰে সৈতে এটা দুৰ্গও চকুত পৰিছে। দূৰৈত ডানিয়ুব নদীৰ বাঁওফালে থিয় হৈ থকা পৰ্বত শ্ৰেণী দেখা গৈছে। এন্স নৈ সিপাৰে বহু দূৰৈৰপৰা ভাহি আহিছে শত্ৰুপক্ষৰ ঘোঁৰাৰ খুৰাৰ শব্দ।

পাহাৰখনৰ এমূৰে সাজু কৰি ৰখা কামান শ্ৰেণীৰ মাজৰপৰা পাছফালৰ ৰক্ষীবাহিনীৰ ভাৰপ্ৰাপ্ত সেনাপতি গৰাকীয়ে এজন ষ্টাফ-অফিচাৰক লগত লৈ ফিল্ডগ্লাচৰ সহায়ত গাওঁ অঞ্চলটোক তন্নতন্নকৈ চাব ধৰিছে। প্ৰধান সেনাপতিয়ে এই ৰক্ষীবাহিনীটোতেই নেচ্‌ভিৎস্কিক পঠিয়াইছে। পাছফালে থকা এখন কামানবাহী গাড়ীত তেওঁ অন্যান্য অফিচাৰবিলাকৰ লগত বহি আছে।

নেচ্‌ভিৎস্কিয়ে কলে, "সচাকৈয়ে অষ্ট্ৰীয়াৰ যিজন ৰজাই এই দুৰ্গটো নিৰ্মাণ কৰিছিল তেওঁ নিৰ্বোধ নাছিল। বৰ সুন্দৰ ঠাইডোখৰ! নহয় জানো।"

এনেকুৱা এগৰাকী মৰ্যাদাসম্পন্ন ষ্টাফ-অফিচাৰৰ লগত কথা পতাৰ সুযোগ পাই আনন্দিত হৈ লগৰ এজন অফিচাৰে কৈ উঠিল, "হয় মাননীয় প্ৰিন্স। ঠাইডোখৰ অতি মনোৰম! পাৰ্কখনৰ দাঁতিয়েদি আহিবৰ সময়ত আমি দুটা হৰিণ দেখিবলৈ পাইছো......আৰু সৌ ঘৰটোও যে ইমান ধুনীয়া!"

আন এজন অফিচাৰে কৈ উঠিল, "চাওক, চাওক প্ৰিন্স, আমাৰ পদাতিক সৈন্যবিলাক ইতিমধ্যেই তাত উপস্থিত হৈছেগৈ। সৌৱা চাওক, সিইঁতৰ ভিতৰৰে তিনিজন সৈনাই সৌটো কিবা টানি নিব ধৰিছে। দুৰ্গৰ ভিতৰলৈ যাব।"

নেচ্‌ভিৎস্কিয়ে উত্তেজিত হৈ কলে, অলবত্ দুৰ্গত সোমাব। মোৰো মন গৈছে লুকাই তালৈ যাবলৈ" এইবুলি তেওঁ হাঁহি হাঁহি সন্ন্যাসিনী-বিলাকৰ এটা মঠ আঙুলিয়াই দেখুৱালে। চকুত তেওঁৰ লোলুপ দৃষ্টি।

'তেনেহলে তো বৰ ভাল হয়। এজন অফিচাৰে হাঁহি কলে।

নেচ্‌ভিৎস্কিয়ে কলে, 'এৰা সন্ন্যাসিনীবিলাকক অলপ নচুৱাবৰ পৰা গ'লহেতেন, আৰুনো কি। শুনিছো সিইঁতৰ মাজত কেইজনীমান

ইটালীয় ছোৱালীও আছে। সঁচাই কৈছো, সিহঁতৰ কাৰণে জীৱনৰ পাঁচটা বছৰ দি দিবলৈও মই সন্মত আছো।'

এজন সাহসী অফিচাৰে হাঁহি কলে, 'সিহঁতবো তো চাগে জীৱন-বোৰ বৰ শুকান হৈ পৰিছে।'

এনেতে সমুখত থিয় হৈ থকা ষ্টাফ্-অফিচাৰজনে সেনাপতিক কিবা আঙুলিয়াই দেখুৱালত তেওঁ ফিল্ডগ্লাচখন চকুত লগাই চালে। খন্তেক পিছতে গ্লাচখন আঁতৰাই সেনাপতিয়ে খঙেৰে কৈ উঠিল, 'এবা, সেইটোৱেই কৰিব লাগিব। ঠিক চাৰি-আলিৰ ওচৰত সিহঁতৰ ওপৰত গুলী বৰ্ষণ কৰিব লাগিব। সিহঁতে মিছাতে তাত কেলেই সময় নষ্ট কৰিছে ?'

বিপৰীত ফালে এতিয়া শুদা চকুৰেই শত্ৰুপক্ষক দেখিবলে পোৱা গেছে। সিহঁতৰ কামান শ্ৰেণীৰ মাজৰপৰা এচপৰা নগা ডাৱৰ উঠি আহিল। পিছ মুহূৰ্ততেই বহু দূৰৈৰপৰা এটা কামানৰ গুলীৰ শব্দ ভাহি আহিল, আৰু আমাৰ সৈন্যবিলাকে চাৰি আলি অভিমুখে দৌৰিবলৈ ধৰিলে।

নেচ্ভিংস্কিয়ে হাঁহি হাঁহি সেনাপতিৰ ফালে আগুৱাই গৈ কলে, "ইয়োৰ এক্সেলেন্সিয়ে অলপ জলপান খাই লব নেকি ?"

তেওঁৰ কথাৰ উত্তৰ নিদি সেনাপতিয়ে চিঞৰি কৈ উঠিল, 'কি আচৰিত, আমাৰ সৈন্যবিলাকে কেলেই মিছাতে সময় নষ্ট কৰিছে ?'

'মই ঘোঁৰা চেকুৰাই তালৈ যাম নেকি ইয়োৰ এক্সেলেন্সি ?' মেচ্ভিংস্কিয়ে সুধিলে।

'অঁ, যোৱাগৈ,' সেনাপতিয়ে কলে। তাৰ পিছত ইতিমধ্যে যি হুকুম বিস্তাৰিতভাৱে জাৰি কৰা হৈছে তাকেই পুনৰাবৃত্তি কৰিলে : 'আৰু হুজাৰবিলাকক কৈ দিয়াগৈ সিহঁতে যেন সকলোৰে শেষত নদী পাৰ হয় আৰু মোৰ আদেশ অনুসৰি দলংখন উৰাই দিয়ে। আৰু দলংখনৰ ওপৰত যিবোৰ দাহ্য পদাৰ্থ আছে সেইবোৰ নিশ্চয় আকৌ এবাৰ পৰীক্ষা কৰি চাব লাগিব।'

'সেয়ে হব ইয়োৰ এক্সেলেন্সি।' এইবুলি নেচ্ভিংস্কি একেজাপে ঘোঁৰাত উঠি বহিল। অফিচাৰবিলাকে হাঁহিমুখে তেওঁৰ ফালে চাই আছিল। 'সন্ন্যাসিনীবিলাকৰ লগত নিশ্চয় দেখা কৰিম,' এইকথা তেওঁলোকক কৈ তেওঁ পাহাৰৰ ঘূৰণীয়া বাটেৰে ঘোঁৰা চেকুৰাই দিলে।

গোলন্দাজ অফিচাৰবিলাকৰ কাষেৰে উভতি চাই সেনাপতিয়ে কলে,

"এইবাৰ চোৱা যাওক কেপ্টেন, ক'ৰ পানী ক'লৈ যায়। চেষ্টা কৰি চাওক্‌চোন বাৰু! আন যিয়ে নহওক, এইদৰেই সময়বোৰ অন্ততঃ পাৰ কৰি দিব পৰা যাব।'

কেপ্টেনে হুকুম দিলে, 'নিজৰ নিজৰ কামানৰ ওচৰলৈ প্ৰত্যেকে গৈ সাজু হোৱা।'

তত্তালিকে সৈন্যবিলাকে কেম্পৰ জুহালৰ পৰা উঠি গৈ নিজৰ নিজৰ কামানবোৰত গোলা-বাৰুদ ভৰাবলৈ আৰম্ভ কৰি দিলে।

'এক নম্বৰ।' হুকুম শুনা গ'ল।

লগে লগে এক নম্বৰ কামানটো কাণ তাল্‌লি মৰা শব্দ কৰি গৰ্জি উঠিল, আৰু এটা গোলা সশব্দে নামনিত থকা আমাৰ সৈন্যবিলাকৰ মূৰৰ ওপৰেদি তীব্ৰ বেগেৰে পাৰ হৈ গৈ শত্ৰু সৈন্যৰ ভালেমান দূৰ আগত মাটিত প্ৰচণ্ডভাৱে পৰিল; ক'ত পৰিল সেইটো বুজিব পৰা গ'ল মাত্ৰ কিছু ধূলি ছিটিকি উৰি উঠা দেখি।

সেই শব্দ শুনি অফিচাৰ আৰু সৈন্যবিলাকৰ মুখ উজ্জ্বল হৈ উঠিল। সকলোৱে ডিঙি মেলি নামনিত থকা আমাৰ সৈন্যবিলাকৰ চলাচল আৰু বহুত দূৰৈত আগবাঢ়ি আহি থকা শত্ৰুপক্ষৰ গতিবিধি কৰিবলৈ ধৰিলে। ঠিক সেই মুহূৰ্ত্ততে বেলিটো ডাৱৰৰ আৰৰপৰা সম্পূৰ্ণৰূপে ওলাই আহিল। মাত্ৰ এটা গোলাৰ স্পষ্ট শব্দ আৰু উজ্জ্বল ৰ'দৰ প্ৰসন্নতা মিলি এটি আনন্দময় পৰিবেশ সৃষ্টি কৰিলে।

## [ সাত ]

ইতিমধ্যে শত্ৰুপক্ষৰ দুটা কামানৰ গোলা দলংখনৰ ওপৰেদি পাৰ হৈ গৈ মানুহেৰে ঠাহখাই থকা ঠাইডোখৰত সশব্দে পৰিছে। প্ৰিন্স নেচ্‌ভিংস্কি দলংখনৰ মাজভাগৰ [illegible]পৰা নামি ৰেলিঙৰ নিচেই কাষত থিয় হৈ আছে। দলঙৰ ওপৰত দকং পাৰ হবলৈ থকা সৈন্য আৰু সিহঁতৰ মালবস্তুৰ গাড়ীৰ অনন্তৰ ভিৰ। উত্তেজনা আৰু অস্থিৰতাত অধৈৰ্য্য হৈ সিহঁতে ঠেলা-ঠেলি আগবাঢ়ি গৈ আছে। নেচ্‌ভিংস্কিয়ে যিমানবাৰেই দলংখন পাৰ হৈ যাবলৈ চেষ্টা কৰিছে সিমানবাৰেই ঢেউ ভিৰ [illegible] একাষৰে [illegible] হৈ [illegible] লগা হৈছে। [illegible]

চুড়োল লেকামত ধৰি থিয় হৈ আছে এজন কচাক।

পদাতিক সৈন্যবিলাকে কচাকজনৰ গাড়ীৰ চকা আৰু ঘোঁৰা দুটাক ঠেলি-হেঁচি গৈ আছে। এনেতে বিপৰীত ফালৰপৰা মাল-গাড়ীৰে সৈতে এজন বন্দী-সৈনিকে সিহঁত ঠেলি আগবাঢ়ি আহিবলৈ চেষ্টা কৰা দেখি কচাকজনে চিঞৰি কৈ উঠিল, "হেৰা, তুমি কেনেকুৱা অবুজ মানুহ হে! এখন্তেক ৰব নোৱাৰা নে! দেখা নাই নে সেনাপতিয়ে যে আঁতৰাই বাট খুজিছে?"

বন্দী সৈনিকজনে কিন্তু 'সেনাপতি' কথাষাৰক গ্ৰাহ্যই নকৰিলে, যিবিলাক পদাতিক সৈন্যই তাৰ বাট বন্ধ কৰি গৈ আছিল সিহঁতক লক্ষ্য কৰি চিঞৰি উঠিল, 'হেৰা ডেকাসকল, নিজৰ বাওঁফাল ধৰি গৈ থাকা, মোৰ বাট বন্ধ নকৰিবা।' কিন্তু সৈন্যবিলাকে এনেকৈ ইজনে সিজনৰ গাত লগালগিকৈ থাকিবলগা হৈছিল যে লৰচৰ কৰিবপৰা অকণো ঠাইকে নাছিল। ওপৰৰপৰা চালে এনে লাগে যেন এটা ঘন নীলবৰ্ণা কেৰেলুৱাৰ দলে বস্তু দলঙৰ ওপৰেদি গৈ আছে। ৰেলিঙৰ ওপৰেদি নেচভিজ্কিয়ে তললৈ চাই দেখিলে এন্স্ নদীৰ সৰু সৰু ঢৌবোৰে কুলু কুলু শব্দ কৰি দলঙৰ খুটিত পাক খাই খাই বেগেৰে বৈ গৈ আছে। দলঙৰ ওপৰত চাই দেখিলে সৈন্য-বিলাকৰ এটা জীৱন্ত সোঁত প্ৰত্যেকৰে কান্ধত কান্ধ-পটি, মূৰত 'চাকো' টুপী, পিঠিত সৈনিকৰ জোলোঙা, বেয়নেট, দীঘল বন্দুক আৰু টুপীৰ তলত চকু-পাল গালত সোমোৱা শুকান মুখবোৰত ক্লান্ত-অবসন্ন ভাব। সেতুৰ বোকাময় পিছল কাঠৰ ওপৰেদি ভৰিবোৰ অবিৰামভাৱে আগুৱাই গৈ আছে। মাজে মাজে সেই অবিৰাম সৈন্যপ্ৰবাহৰ ফাকে ফাকে, এন্স্ নদীৰ ঢৌবোৰৰ বুকুৰে বেগেৰে বৈ গৈ থকা বগা বগা ফেনবোৰৰ দৰে, একো একোজন অফিচাৰে ওভাৰকোটেৰে গা-ঢাকি সৈন্যবোৰৰ মাজে-ৰে বাট উলিয়াই লাহীন লোকেৰে আগবাঢ়ি গৈ আছে। তাৰ মাজতে কেতিয়াবা, নৈৰ সোঁতত পাক খাই খাই উটি গৈ থকা একোটুকুৰা সাধাৰণ কাঠৰ দৰে, একোজন হুচাৰ, বা আৰ্দালি, বা নাগৰিক পদাতিক সৈন্যপ্ৰবাহৰ মাজত ভাহি গৈ আছে। আকৌ কেতিয়াবা নৈৰ বুকুৰে ভাহি যোৱা একোডাল [illegible] কাঠৰ দৰে [illegible] আৰু [illegible] [illegible] যোৱাই একোখন [illegible] [illegible] ওপৰেদি [illegible] হৈ [illegible]।

কচাকজনে হতাশ হৈ কৈ উঠিল, 'উস্ যেন নৈৰ বান্ধ হে ভাঙিছে। এই সোঁত শেষ নহ'বই নেকি ? আৰু কিমান আছা হে তোমালোক ?'

ফটা কোট পিন্ধা এজন খুহটীয়া সৈনিকে উত্তৰ দিলে, এজন কম দহ লাখ !'

তাৰ পাছে পাছে গৈ থকা এজন বুঢ়াই বিষণ্ণ মুখে ক'লে, 'সিঃ'ত মানে (শত্ৰুপক্ষ) যদি এতিয়া গুলী বৰ্ষণ কৰিবলৈ আৰম্ভ কৰে তেনেহ'লে তোমাৰ ধেমালি উৰি যাব।'

পাচফালৰপৰা আন এজন সৈনিকে কৈ উঠিল, 'হেৰা, বুজিছা নে বুঢ়া, বন্দুকৰ নালটোৰে যিটো খুন্দা মাৰিলে তাৰ মুখত কেৰা-টাও দাঁত ছিটিকি ...'

আন এজনে হাঁহি হাঁহি ক'লে, 'এৰা, গাহৰিৰ মাংসখিনি ভালেই আছিল...' কিন্তু নেচ্‌ভিৎস্কিয়ে বুজি নাপালে, কাৰ দাঁত গ'ল আৰু তাৰ লগত গাহৰিৰ মাংসৰেই বা সম্বন্ধ কি।

'আহা,। কেনেকুৱা আৱাজ দিছে চোৱা ! কামানৰ এটা গুলী এৰিয়েই ভাবে আটাইবিলাক মৰি যাব;' এজন চাৰ্জেণ্ট খঙতে অৱজ্ঞাৰ সুৰত ক'লে।

হাঁহি হাঁহি গৈ থকা এজন ডেকা সৈনাই ক'লে, 'উস্ কামানৰ গুলীটো যেতিয়া মোৰ মূৰৰ ওপৰেদি সোঁ সোঁ কৰে পাৰ হৈ গ'ল তেতিয়া মই ভাবিছিলো যে ভয়তে হয়তো মৰিয়েই যাম। সঁচাই কৈছো, কি যে ভীষণ ভয় খাইছিলো !' কথাষাৰ সি এনেভাৱে ক'লে যেন ভয় খোৱাটোও একপ্ৰকাৰ বাহাদুৰিৰ কথা।

তাৰপিছত আহিল এখন দুই-ঘোঁৰাই টনা জাৰ্মান গাড়ী গৃহস্থালীৰ নানা বস্তু-বাহানী বোজাই কৰি এজন জাৰ্মান লোকে গাড়ীখন চলাই গৈ আছে। গাড়ীৰ ওপৰত মাল-বস্তুৰ মাজত বহি আছে কোলাত কেঁচুৱা এটিৰে সৈতে এগৰাকী মহিলা, এগৰাকী বুঢ়ী আৰু এজনী স্বাস্থ্যৱতী দীপৰিপ জাৰ্মান ছোৱালী। দেখি বুজিবপৰা যায় এই ভগনীয়া পৰিয়ালটোৱে বিশেষ অনুমতি লৈয়েই গৈ আছে। গাড়ী চলিছে লাহে লাহে, মানুহবোৰৰ খোজৰ প্ৰায় সমান গতিৰে। গুচৰৰ সৈন্যবোৰৰ সন্ধান চাৱনিয়ে গাড়ীৰ ওপৰৰ কম বয়সীয়া দুই জাৰ্মান নাৰীক আৱনি কৰিছিল। সিহঁতৰ মুখৰ নানা ধৰণৰ

মন্তব্য আৰু ইংগিতপূৰ্ণ হাঁহি সিহঁতৰ অশোভন চিন্তাৰেই প্ৰকাশ।

'চোৱা, চোৱা, ভুতিনগা জাৰ্মান চাট্‌নি হালি-দুলি গৈ আছে পাত্তীত উঠি!'

জাৰ্মান মতা মানুহজনক লক্ষ্য কৰি আন এজন সৈন্যই কৈ উঠিল, 'হেৰা, গাভৰুজনীক মোৰ ওচৰত বিক্ৰী কৰি দিয়া হে।' জাৰ্মান মানুহজনৰ খং উঠিল, আকৌ ভয়ো খালে; ঘোঁৰাৰ ওপৰত চাবুক জোকাৰি সি গাড়ীখন জোৰে চলোৱাৰ চেষ্টা কৰিলে।

'দেখিছা নে, সাজি-কাচি ইমান মনোমোহাজনী হৈ বহি আছে! আ-হা!'

'হেৰা ফ্ৰেদতভ, তোমাক দেখিছো সিহঁতৰ লগতেই চালান কৰা দৰকাৰ!'

'ধেৎ এনেকুৱা মট কিমান দেখিছো।'

'তোমালোকে ক'লৈ গৈ আছা?' এজন পদাতিক অফিচাৰে সুধিলে। তেৰো ইমান পৰে আপেল খাই খাই মিচিকিয়া হাঁহিৰে কাপহী গাভৰুজনীৰ ফালে চাই চাই গৈ আছিল। তেওঁ হঠাৎ ছোৱালী-জনীৰ এটা আপেল আগবঢ়াই দি কলে, 'লোৱা, এইটো খোৱা।'

ছোৱালীজনীয়ে হাঁহি আপেলটো ললে। সেতুৰ ওপৰত অন্যান্য সকলোৰে দৰে নেচ্‌ভিৎস্কিয়েও ঘোঁৰাগাড়ীৰ এই মহিলাকেই গৰাকীৰ মুখলৈ চাই আছিল আৰু নানাজনৰ বিভিন্ন মন্তব্যবোৰ শুনিছিল। সিহঁত আগবাঢ়ি যোৱাৰ পিছতো সেতুৰ ওপৰত সেই একেই পদাতিক সৈন্যৰ সোঁত চলি থাকিল। হঠাৎ মানুহবোৰৰ গতি বন্ধ হৈ গ'ল। সেতুৰ শেষ মূৰত কোনোবা মালগাড়ীৰ ঘোঁৰা চঞ্চল হৈ উঠে আৰু গৈ থকা মানুহবোৰে থমকি ৰৈ যাব লগা হয়।

সেতুৰ মাজভাগৰ আৰু শেষৰ ফালৰ সৈন্যবিলাকে চিঞৰি উঠিল, 'কি হ'ল, সিহঁত ৰৈ গ'ল কেলেই? এনেকুৱা হুকুমতো নাছিল।'

'ৰ'বা হে, ইমান অধিৰ হৈছে কেলেই? অলপ অপেক্ষা কৰিব নোৱাৰা নে?'

'অধিৰ! সিহঁতে যদি সেতুখন উৰাই দিয়ে, তেতিয়া বুজিবা।' সকলোৱে সেতুখন লোনকালে পাৰ হৈ যাবলৈ সন্মুখৰ ফালে

চাপ দিবলৈ ধৰিলে। সিহঁতৰ মাজত বিৰাট হেঁচা-ঠেলা আৰম্ভ হৈ গ'ল।

সেতুৰ তলত এন্স নদীৰ ফালে চাই নেচ্‌ভিৎস্কিয়ে হঠাৎ এটা নতুন ধৰণৰ শব্দ শুনিবলৈ পালে ; যেন কিবা এটা বেগেৰে আগবাঢ়ি আহি আছে···এটা ডাঙৰ কিহবাই দুইফালে পানী ছিটিকাই আগুৱাই আহি আছে।

সেইফালে চাই এজন সৈন্যই কৈ উঠিল, 'চোৱা, চোৱা, কি গৈ আছে!'

আন এজনে কলে, 'সেইটোৱে আমাক সোনকালে সেতুখন পাৰ হবলৈ তাগিদা দিছে।'

ভিৰটো আকৌ খৰখেদাকৈ আগবাঢ়িবলৈ ধৰিলে। নেচ্‌ভিৎস্কিয়ে বুজিব পাৰিলে সেইটো এটা কামানৰ গুলী। তেওঁ চিঞৰ মাৰিলে—'হেৰ কচাক, মোৰ ঘোঁৰা! ···হেৰা, তোমালোকে এইবাৰ মোক বাট এৰি দিয়া! বাট এৰি দিয়া!'

অতি কষ্টে হেঁচি-ঠেলি গৈ তেওঁ ঘোঁৰাত উঠি অবিৰাম ভাৱে চিঞৰি চিঞৰি আগুৱাই যাবলৈ ধৰিলে। সৈন্যবিলাকে ঠেলা-হেঁচা কৰি আঁতৰি তেওঁক যাবলৈ বাট উলিয়াই দিলে।

'নেচ্‌ভিৎস্কি! নেচ্‌ভিৎস্কি! এই অঁকৰাটো!' পাছফালৰ পৰা এটা কৰ্কশ চিঞৰ ভাহি আহিল।

নেচ্‌ভিৎস্কিয়ে চাবওফালে মুখ ঘূৰাই চালে। চলন্ত পদাতিক বাহিনীটোৰ সিপাৰে প্ৰায় পোন্ধৰ খোজমান দূৰত তেওঁ ভেনিচভক দেখিবলৈ পালে। টুপী মূৰৰ পাছফালে ওলমি আছে, চুলিবোৰ আলি-মুলি, চকু-মুখ ৰঙা, হলৌ-চোলাটো কান্ধৰ-ওপৰত ওলমাই ৰখা আছে।

'এই অসভ্যবিলাকক, এই পিশাচহঁতক কোৱা, সিহঁতে মোক বাট এৰি দিয়ক!' খঙত গুজৰি-গুমৰি ভেনিচভে চিঞৰি চিঞৰি ক'লে। উত্তেজনাত ৰঙা হৈ উঠা তেওঁৰ চকুদুটা চিক্‌মিক্ কৰি কৰি পাকখাই খাই ঘূৰিব ধৰিছে। চকুদুটাৰ নিচিনাকৈয়ে সোঁহাতৰ খোলা তৰোৱালখন তেওঁ শূন্যতে অনবৰত ঘূৰাব ধৰিছে।

নেচ্‌ভিৎস্কিয়ে উলাহ মনেৰে উত্তৰ দিলে, 'হেৰা ভাক্কা। কি হৈছে তোমাৰ?'

'দেখা' নাই নে, সৈন্যদলে মুঠেই আগবাঢ়িব পৰা নাই,' ভাক্কা ডেনিচভে চিঞৰি কলে? খঙতে তেওঁ দাঁত কামুৰি ভৰিৰে ঘোঁৰাটোৰ পেটত খুন্দা মাৰিবলৈ ধৰিলে। লগে লগে ক'লা আৰবীয় ঘোঁৰাটোৱে চি-হি-হিকৈ চিঞৰি মানুহ ঠেলি আগুৱাই যাবলৈ চেষ্টা কৰিছে কিন্তু পৰা নাই। তাকে দেখি ডেনিচভে শূন্যত তৰোৱাল ঘূৰাই ঘূৰাই চিঞৰি উঠিল, 'এই ভেড়াৰ দল! আগুৱাব নোৱাৰ যদি আঁতৰ হ সমুখৰ পৰা।… আমাক যাবলৈ দে।… এই গাড়ীৱালা চয়তান, গাড়ী ৰখা! নহলে বহুৱাই দিম মূৰত তৰোৱালৰ ঘাপ।'

সৈন্যবিলাকে ভয়তে ইজনে সিজনৰ গাত হামখুৰি খাই পৰি হেঁচা-ঠেলা কৰি বাট উলিয়াই দিলে। ডেনিচভে আগ-বাঢ়ি নেচ্‌ভিৎস্কিৰ ওচৰলৈ আহিল।

'কি হে, এতিয়াও পেটত মাল পৰা নাই নেকি?' হাঁহি নেচ্‌ভিৎস্কিয়ে ডেনিকভক কলে।

'নাই হে, এটোপালো মুখত দিয়াৰ সময় পোৱা নাই।' খং আৰু বিৰক্তিৰে ডেনিচভে কলে। গোটেই দিনে ৰেজি-মেণ্টক লৈ টনা-আঁজোৰা কৰিছে। সিহঁতে যদি যুদ্ধ বিচাৰে তেনেহলে হওক যুদ্ধ। কি এইবোৰ যে কি হৰ ধৰিছে তাক চয়তানেহে জানে।'

ডেনিচভৰ নতুন হলো-চোলাটো আৰু নিজৰ পোছাক পাতিলৈ চাই নেচ্‌ভিৎস্কিয়ে কলে, 'তুমি দেখিছো একেবাৰেই স্কুল-বাবুটো হৈ পৰিছা!'

ডেনিচভে হাঁহিলে। তেওঁ জেপৰপৰা এখন কমাল উলিয়াই নেচ্‌ভিৎস্কিৰ নাকৰ ওচৰত ধৰিলে। কমালখনত মন-মতলীয়া কৰা মলমলীয়া সুবাস।

'বুজিছই তো পাৰিছা, যুদ্ধলৈ আহিছো। দাড়ি খুৰাইছো, দাঁত মাজিছো, গাত আতৰ ঢালিছো।'

এৰেই নেচ্‌ভিৎস্কিৰ দৈত্যৰ দৰে চেহেৰা আৰু তেওঁৰ লগত কচাক অনুচৰ, তাৰ উপৰি ডেনিচভৰ তৰোৱাল ঘূৰোৱা

আৰু অবিৰাম চিৎকাৰ—এইবোৰ দেখি-শুনি ভিবৰ মানুহ-বিলাক এনেকুৱা বিচুৰ্তি খালে যে তেওঁলোক দুয়োজনে অনায়াসে বাট উলিয়াই গৈ সেতুৰ একেবাৰে শেষ মূৰত উপস্থিত হ'ল আৰু পদাতিক বাহিনীটোক আগুৱাবলৈ নিদি তাতেই ৰখাই দিলে। সেতুৰ সমুখতেই কৰ্ণেলক দেখিবলৈ পাই নেচ্‌ভিৎস্কিয়ে হুকুম-নামাখন তেওঁৰ হাতত তুলি দি ঘোঁৰা চেকুৰাই উভতি গ'ল।

ভিবৰ মাজেৰে বাট উলিয়াই লৈ ডেনিচভে সেতুখনৰ শেষ প্ৰান্তত গৈ থিয় হ'ল; ঘোৰাৰ লেকামভাল টানি ধৰি তেওঁ উভতি চাবলৈ ধৰিলে, তেওঁৰ অধীনস্থ সেনাদলটো ক্ৰমে আগুৱাই আহি আছে। সেতুৰ কাঠৰ ওপৰত বহুতো ঘোঁৰাৰ খুৰাৰ শব্দ শুনিবলৈ পোৱা গ'ল। সমুখত অফিচাৰবিলাক আৰু তেওঁলোকৰ পাছফালে চাৰিজনকৈ সৈন্য ওচৰা-উচৰিকৈ থিয় হৈ সেনাদলটো তেওঁৰ ফালেই আগুৱাই আহিবলৈ ধৰিলে।

যি পদাতিক বাহিনীটোক ৰখাই দিয়া হৈছিল সিহঁতে সেতুৰ ওচৰত বোকাৰ মাজত থিয় হৈ বিদ্বেষ, বিৰক্তি আৰু বিদ্ৰূপৰ মনোভাৱ লৈ, সুশৃংখলভাৱে আগুৱাই যোৱা পৰিষ্কাৰ পৰিচ্ছন্ন হুজাৰবিলাকৰ ফালে একেথিৰে চাই ৰ'ল। বিভিন্ন বিভাগৰ সৈন্যবিলাকে সাধাৰণতে এনে ধৰণৰ মনোভাৱ লৈয়ে পৰস্পৰৰ ফালে চায়।

এজনে কলে, 'দেখিছা নে ফুল-বাবুৰ দলটোক। যেন মেলা চাবলৈহে গৈ আছে!'

'কি কামত নো লাগিব সিহঁত? আটাইবিলাকেই কোৱা-ভাতুৰিৰ দল—বাহিৰে বং চং ভিতৰি অসাৰ।' আন এজনে মন্তব্য কৰিলে।

এনেতে এজন হুজাৰৰ ঘোঁৰাৰ খুৰাৰপৰা বোকা ছিটিকি গৈ কেইজনমান পদাতিক সৈন্যৰ গায়ে-মুখে পৰিল। মুখৰ বোকা মচি পেলাই খঙতে এজন পদাতিক সৈন্যই কলে, 'পিঠিত বোজা বান্ধি দি তোমাক দুদিনৰ মাৰ্চত পঠিয়াব লাগে, তেতিয়া হলে তোমাৰ ফুল-বাবুগিৰিৰ বাব বাজিলহেঁতেন!'

[ আঠ ]

অৱশেষত পদাতিক বাহিনীটোৰ আটাইবিলাক সৈন্য সেতুখন পাৰ হৈ আহিল। আটাইবিলাক মালগাড়ীও সেতু পাৰ হ'ল। হৈ-চৈ গোলমালবোৰো কমি গ'ল। একমাত্ৰ ডেনিচডৰ শেষ হজাৰ দলটো শত্ৰুপক্ষৰ মোকাবিলা কৰিবৰ বাবে সেতুৰ সিপাৰে থাকি গ'ল। নৈৰ সিপাৰৰ পাহাৰৰ ওপৰৰপৰা শত্ৰু-পক্ষক দেখিবলৈ পোৱা গৈছে যদিও, সেতুৰ ওপৰৰপৰা এতিয়াও সিহঁতক দেখিবলৈ পোৱা নাযায়। পাহাৰৰ নামনিত যি পতিত মাটিডৰা আছে তাত আমাৰেই কচাক কাউণ্টৰ কেইটামান দলে ঘূৰাঘূৰি কৰি আছে। হঠাৎ এখ ঠাইতোখৰত কামান-বন্দুক আৰু নীলা ইউনিফৰ্ম পিন্ধা সৈন্য বিলাকক দেখিবলৈ পোৱা গ'ল। এদল কচাক কাউণ্ট ঘোঁৰা চেকুৰাই তললৈ নামি গ'ল। ডেনিচডৰ সেনাদলৰ আটাইবিলাক অফিচাৰ আৰু সৈন্যই ইফালে সিফালে চোৱাৰ চেষ্টা কৰিলেও সিহঁতে বিশেষকৈ পাহাৰৰ ওপৰৰ কথাকে চিন্তা কৰিবলৈ ধৰিলে আৰু দিগন্তৰেখাৰ ফালে তীক্ষ্ণ দৃষ্টি নিবদ্ধ ৰাখিলে, কাৰণ সিহঁতে জানে যে সেইবিলাক শত্ৰুসৈন্য। বেছি ক্ৰমে জহিয়াবলৈ আৰম্ভ কৰিছে। একালে আমাৰ সেনাদল, আনফালে শত্ৰুপক্ষ—এই দুইৰ মাজতোখৰ প্ৰায় শূন্য। দুইপক্ষৰ মাজত মাত্ৰ সাত পজমান ঠাইৰ ব্যৱধান। শত্ৰুপক্ষই গোলাবৰ্ষণ বন্ধ কৰিছে। সেয়ে দুই বিৰোধী সৈন্যদলৰ মাজৰ কঠোৰ, ভয়াবহ, অগম্য আৰু স্পৰ্শকাতৰ ৰেখাডাল যেন আৰু স্পষ্টকৈ ফুটি উঠিছে।

জীৱন আৰু মৃত্যুৰ মধ্যৱৰ্তী সীমান্তস্বৰূপ এই ৰেখাডাল অতিক্ৰম কৰি এখোজ আগবঢ়ালেই অনিশ্চয়তা, যন্ত্ৰণা আৰু মৃত্যুৰ ৰাজত্ব। কি আছে তাত? কোন আছে তাত? যেতিয়া কিৰণত উজ্জ্বল সৌ পথাৰ, সৌ গছ-বনৰ সিপাৰে? কোনেও নাজানে সেই কথা, কিন্তু সকলোৱে জানিব খোজে। মনত ভয়, তথাপি সেই সীমাৰেখা তুমি পাৰ হব খোজা, কাৰণ মৃত্যুৰ সিপাৰে কি আছে তাক যেনেকৈ এদিন তুমি অনিবাৰ্য ভাৱে জানিবই লাগিব, ঠিক তেনেকৈ তুমি এই কথাও জানা যে আজি হওক কাইলৈ হওক সেই সীমাৰেখা এদিন তুমি

পাৰ হবই লাগিব, তাৰ সিপাৰে কি আছে তাকো জানিবই লাগিব। তথাপি তুমি শক্তিমান, স্বাস্থ্যবান, ধেমালিপ্ৰিয়, উত্তেজনাপ্ৰৱণ, আৰু তোমাৰ চাৰিওফালে আছে তেনেকুৱাই অসংখ্য মানুহৰ দল। গতিকে শত্ৰুপক্ষক দেখিবলৈ পালেই মনত ভাবনা উদয় হয়, অনুভূতি জাগে, আৰু সেই অনুভূতিয়ে সেই মুহূৰ্তৰ মনৰ সকলো অনুভৱকেই এক নতুন আকৰ্ষণ আৰু তীব্ৰতাই প্ৰভাৱিত কৰে।

শত্ৰুপক্ষ যি ওখ ঠাইডোখৰত আছে তাৰপৰা কামানৰ ধোঁৱা ওপৰলৈ উঠিল আৰু তাৰ লগে লগেই এটা গুলী সোঁ-সোঁকৈ হুজাৰ বাহিনীৰ মূৰৰ ওপৰেদি উৰি গ'ল। একে ঠাইতে গোটখাই থকা অফিচাৰ বিলাক তৎক্ষণাৎ ঘোঁৰা দৌৰাই নিজৰ নিজৰ ঠাইলৈ গুচি গ'ল। হুজাৰবিলাকে সতৰ্কভাৱে ঘোঁৰাবোৰ যথাস্থানত নি সাজু কৰি ৰাখিবলৈ ধৰিলে। গোটেই স্কোৱাড্ৰনটো হৈ পৰিল নিৰৱ নিস্তব্ধ অথচ সচেতন আৰু তৎপৰ। সকলোৰে দৃষ্টি সমুখৰ শত্ৰুপক্ষৰ ফালে আৰু স্কোৱাড্ৰন কমাণ্ডাৰৰ ফালে। কেতিয়া হুকুম আহিব প্ৰত্যেকেই তাৰেই প্ৰতীক্ষাত। দ্বিতীয় আৰু তৃতীয় কামানৰ গুলীটোও মূৰৰ ওপৰেদি উৰি গ'ল। লক্ষ্য নিশ্চয়কৈ হুজাৰবিলাক, কিন্তু গুলীবোৰ সশব্দ দ্ৰুত গতিত অশ্বাৰোহী সৈন্যবিলাকৰ মূৰৰ ওপৰেদি উৰি গৈ দূৰৈত ক'ৰবাত পৰিছে। হুজাৰবিলাকে পাছফালে ঘূৰি নাচালে, কিন্তু যেনেকৈ প্ৰতিটো গুলীৰ শব্দৰ লগে লগে, তেনেকৈ প্ৰতিটো হুকুমৰ লগে লগে, গোটেই স্কোৱাড্ৰনটোৰ প্ৰত্যেকজন সৈনিকেই তৎপৰ হৈ থিয়ে' হৈছে। পৰস্পৰৰ মুখৰ ভাব লক্ষ্য কৰাৰ কৌতূহলত প্ৰতিজন সৈনিকে ইজনে সিজনৰ ফালে চাবলৈ ধৰিলে। ডেনিচভৰপৰা আৰম্ভ কৰি বিউগলবাদক পৰ্যন্ত প্ৰতিজনৰেই মুখমণ্ডলত একেটাই দ্বন্দ্ব, বিৰক্তি আৰু উত্তেজনাৰ প্ৰকাশ। স্কোৱাড্ৰন মাষ্টাৰে ভ্ৰূ কোঁচাই এনেভাৱে সৈন্যবিলাকৰ ফালে চাবলৈ ধৰিলে যেন সিহঁতক শাস্তিৰ হে ভয় দেখুৱাইছে। যিমানবাৰ কামানৰ গুলী শব্দ হৈছে কামেণ্ট সিমানবাৰেই তলমূৰ কৰিছে। বাওঁফালে আছে ৰষ্টভ: তাৰ ঘোঁৰা অত্যন্ত সুন্দৰ ঘোঁৰা 'ৰুক'ৰ পিঠিত বহি, তাৰ মুখত এনেকুৱা এক

প্ৰত্যয়ৰ ভাৱ যেন কোনো স্কুলৰ ছাত্ৰক পৰীক্ষাৰ বাবে বহুত মানুহৰ সন্মুখত আনি থিয় কৰোৱা হৈছে, আৰু সি নিশ্চিত ভাৱে জানে যে পৰীক্ষাত সি ভাল ফল কৰিবই। উজ্জ্বল দৃঢ় চাৱনিৰে সি মুখ ঘূৰাই সকলোৰে ফালে চাবলৈ ধৰিলে, যেন কব খুজিছে, তোমালোকে চোৱা কেনে শান্তভাৱে মই, জুইৰ তলত বহি আছো। কিন্তু ইমান চেষ্টা সত্ত্বেও তাৰ মুখতো এক নতুন আৰু কঠিন কিছুবাৰ আভাস ফুটি উঠিছে।

'তাত কোন সৌজন মূৰ দোৱাইছা হে'? ক্যাডেট নিয়োনভ! নাই, নেইটো ঠিক নহয়! মোৰ ফালে চোৱা,' ভেনিচভে চিঞৰি কলে। একে ঠাইতে স্থিৰ হৈ থাকিব নোৱাৰি তেওঁ স্কোড্ৰনৰ সন্মুখত ঘোঁৰাত উঠি ঘূৰা-ঘূৰি কৰিব ধৰিছে।

ডাঙৰ ভেনিচভৰ গাৰ বৰণ ক'লা, নোমাল নাক চেপেটা, কটীয়া, মজবুত শৰীৰ, পেশীবহুল হাতৰ কঠিন মুঠিত খোলা তৰোৱাল। হঠাৎ ঘোঁৰা দৌৰাই স্কোড্ৰনৰ সিটো মূৰে গৈ কৰ্কশ সুৰত সৈন্যবিনায়ক পিস্তলৰ ফালে চকু ৰাখিবলৈ হুকুম দিলে। তাৰপিছত স্টাফ্‌কেপ্টেন কাস্তেনৰ ওচৰত গৈ থিয় হ'ল।

ভেনিচভে কলে, 'হেৰা, এইবোৰ কি হৈ আছে? কিহৰ বাবে? যুদ্ধ তো শেষ পৰ্যন্ত নহবই। চোৱা—আমিয়েই আঁতৰি যামগৈ।' এবাৰ চাৰিওফালে ঘূৰি চাই লৈ আকৌ কলে, 'সিহঁতৰ মূৰত যে কি আছে তাক একমাত্ৰ চয়তানেহে জানে!' তাৰপিছত ৰস্তভৰ উজ্জ্বল মুখৰ ফালে চাই কলে, 'হেৰা ৰস্তভ, অৱশেষত পাইছা তেনেহলে।'

তেওঁক ইয়াঁ দেখি ৰস্তভ আনন্দিত হ'ল। ঠিক সেই সময়তে কমাণ্ডাৰ সেতুৰ ওপৰত আহি থিয় হ'ল। ভেনিচভে ঘোঁৰা দৌৰাই তেওঁৰ ওচৰত গৈ থিয় হ'ল। ফুৰ্ত্তিৰে উৎসাহিত ভাৱে তেওঁ কলে—

'ইয়োৰ এক্সেলেন্সি, আহক আমিয়েই আক্ৰমণ কৰোঁ! মইয়েই সিহঁতক খেদি পঠিয়াম।'

বিৰক্তিৰে কৰ্ণেলে কলে, 'এয়া আক্ৰমণ কৰাৰেই তো কথা! কিন্তু তোমালোকে ইয়াতে বৈ আছা কেলেই? দেখা নাই নে, গোলন্দাজবিলাক পাছ-হুহকি লৈ আছে? তোমাৰ স্কোড্ৰন-টোক উলিয়াই লৈ যোৱা!'

ক্ষোৰাড্ৰনটো সেতু পাৰ হৈ কামানৰ গুলীয়ে ঢুকি পোৱাৰ বাহিৰলৈ গ'ল। এজন সৈন্যও মৰা নাই। সন্মুখৰ শাৰীৰ স্কোৱা-ড্ৰনটোও সিহঁতক অনুসৰণ কৰিলে। একেবাৰে শেষত থকা কচাকজনো নদী পাৰ হৈ ওচি গ'ল।

দুটা পাভ্‌লোগ্ৰাদ স্কোৱাড্ৰন সেতুখন পাৰ হৈ অগা-পিছাকৈ পাহাৰলৈ উঠি গ'ল। সিহঁতক কৰ্ণেল বোগদানিচ চুবাৰ্ট ডেনিচভৰ স্কোৱাড্ৰনৰ ওচৰত আগবঢ়াই দি ভেঙ লাহে ঘোঁৰাৰ উভতি আহিবলৈ ধৰিলে। ৰষ্টভো ওচৰা-উচৰিকৈ আহি আছে। কিন্তু তেতিয়ানিনক লৈ দুয়োৰে মাজত সাক্ষাতৰ পিছত এয়ে ভেঙলোকৰ প্ৰথম দেখাদেখি হলেও বোগদানিচে ৰষ্টভৰ ফালে ঘূৰিও নাচালে। ৰষ্টভেও কৰ্ণেলৰ বহল পিঠি আৰু ভিতিৰ ফালে চাই চাই গৈ থাকিল। ৰষ্টভৰ ধাৰণা হ'ল বোগ্‌দানিচে তাক নেদেখাৰ ভাও জুৰিছে মাত্ৰ। ক্যাডেটৰ সাহস পৰীক্ষা কৰাটোৱেই তাৰ আচল লক্ষ্য; সেই কাৰণে সিও নিজক সংযত কৰি সহজভাৱে চাৰিওফালে চকু ঘূৰাই চাবলৈ ধৰিলে। পিছ-মুহূৰ্ততে তাৰ ভাব হ'ল, নিজৰ সাহস দেখুৱাবৰ বাবেই বোগ্‌দানিচে তাৰ ইমান ওচৰে ওচৰে ঘোঁৰাত উঠি গৈ আছে। তাৰপিছতে সি আকৌ ভাবিলে, তাক অৰ্থাৎ ৰষ্টভক শাস্তি দিবৰ বাবেই এই শত্ৰুজনে প্ৰচণ্ড আক্ৰমণৰ কাৰণে এটা স্কোৱাড্ৰনক পঠাব। তাৰ পিছত সি কল্পনা কৰিলে, আক্ৰমণৰ পিছত সি যেতিয়া আহত অৱস্থাত পৰি থাকিব তেতিয়া বোগ্‌দানিচে তাৰ ওচৰলৈ আহি উদাৰত দেখুৱাই ঘটনাটো মিটমাট কৰি পেলাব।

ঠিক এই সময়তেই যেৰ্‌কভ ঘোঁৰা চেকুৰাই আহি কৰ্ণেলৰ সন্মুখত হাজিৰ হ'ল। হেড্‌-কোৱাৰ্টাৰৰপৰা বৰ্খাস্ত হোৱাৰ পিছত যেৰ্‌কভ আৰু ৰেজিমেণ্টত থকা নাই। তাৰ কথা হ'ল, ষ্টাফত থাকি একো নকৰাকৈয়ে যেতিয়া বুজন পৰিমাণৰ বকচিচ আৰু কৰিব পাৰি তেনেস্থলত যুদ্ধক্ষেত্ৰত হাতুড়ভাঙা গোলামী কৰাৰ নিচিনা মূৰ্খ সি নহয়। সেয়ে সি প্ৰিন্স ব্যাগ্ৰাচনৰ অধীনত অফিচাৰ এটা আৰ্দালি অফিচাৰৰ কাম যোগাৰ কৰি লৈছে। পশ্চাৎবৰ্তী বাহিনীৰ কমাণ্ডাৰৰ এটা হুকুম কঢ়িয়াই সি এতিয়া তাৰ প্ৰাক্তন প্ৰধানৰ ওচৰলৈ আহিছে।

মুখত গহীন ভাব কুটাই চাৰিওফালৰ সহকৰ্মী বিজাকৰ

ফালে এবাৰে চাই হৈ ৰুস্তভৰ শত্ৰুক লক্ষ্য কৰি সি কলে, ‘কৰ্ণেল, ইয়াতে থাকি সেতুখনক কামানৰ গুলীৰে উৰাই দিয়াৰ হুকুম হৈছে।’

‘হুকুমটো কাৰ ওপৰত?’ কৰ্ণেলে সুধিলে।

ৰোবকভে গম্ভীৰ সুৰত কলে, ‘কাৰ ওপৰত সেইটো মই নাজানো। প্ৰিন্সে মোক কলে, “তুমি গৈ কৰ্ণেলক কোৱা, হুজাৰবিলাক যেন সোনকালে উভতি যায় আৰু সেতুখন উৰাই দিয়ে।”’

ৰোবকভৰ ঠিক পিছতেই সেই দলৰ এজন অফিচাৰেও সেই একেই হুকুম লৈ ল’ৰা-লৰিকৈ হুজাৰ কৰ্ণেলৰ ওচৰত আহি উপস্থিত হ’ল। তাৰ পিছতেই ঘোঁৰা চেকুৰাই হাজিৰ হ’ল নেচ্ভিৎস্কি।

কৰ্ণেলৰ ওচৰ আহি পায়েই তেওঁ চিঞৰি কৈ উঠিল। ‘এইটো আকৌ কেনে ধৰণৰ কথা কৰ্ণেল? মই আপোনাক কলো সেতুখন উৰাই দিবলৈ, আৰু সিপিনে কোনোবা এজনে তাত গৈ সকলো ওলট-পালট কৰি দিছে। তাত তেওঁলোকে সকলো খেলিমেলি কৰি পেলাইছে। মই যে একো বুজিব পৰা নাই।

কৰ্ণেলে ইচ্ছা কৰিয়েই ৰেজিমেণ্টক ৰখাই নেচ্ভিৎস্কিৰ ফালে মুখ ঘূৰালে, কলে, ‘আপুনি মোক দাহ্য পদাৰ্থৰ কথা কৈছিল, কিন্তু সেতু উৰাই দিয়াৰ কথা তো কোৱা নাছিল।’

নেচ্ভিৎস্কিয়ে এইবাৰ কৰ্ণেলৰ আৰু কাষ চাপি গৈ কলে, কিন্তু প্ৰিয় ভাওৰীয়া, দাহ্য পদাৰ্থবোৰ যেতিয়া যথাস্থানত ৰখা হ’ল তেতিয়া জানো মই আপোনাক সেতুখনক লক্ষ্য কৰি কামান মাৰিবলৈ কোৱা নাছিলো?’

‘মিঃ ষ্টাফ-অফিচাৰ মই আপোনাৰ ‘প্ৰিয় ভাওৰীয়া নহওঁ, আৰু আপুনি মোক সেতুখন জ্বলাই দিবলৈও কোৱা নাই। মোৰ কাম মই নিজে বুজো, আৰু কঠোৰ ভাৱে হুকুম পালন কৰাটোৱেই মোৰ ৰীতি। আপনি কৈছিলে সেতুখন জ্বলাই দিব লাগিব, কিন্তু কোনে জ্বলাব সেইটো মই বুজিব পৰা নাই।’

নেচ্ভিৎস্কিয়ে হাত জোকাৰি জোকাৰি কলে, উস্, সদায় একেকুৰাই হয়!’ ৰোবকভৰ ফালে ঘূৰি চাই তেওঁ কলে, ‘তুমি ইয়ালৈ কেনেকৈ আহিলা?’

‘সেই একে কামৰ কাৰণে! কিন্তু তুমি দেখোন একেবাৰেই তিতি গৈছা!’

অসন্তুষ্ট মনে কৰ্ণেলে কলে, 'মিঃ ষ্টাফ-অফিচাৰ, আপুনি কলে·····'

অফিচাৰজনে বাধা দি কলে, 'কৰ্ণেল, সোনকাল কৰক, নহলে শত্রুপক্ষই কামান সজাই লৈ গুলী কৰিবলৈ আৰম্ভ কৰি দিব।'

নাৰবে অফিচাৰৰ ফালে, ষ্টাফ-অফিচাৰৰ ফালে আৰু ঝেৰকভৰ মুখলৈ চাই কৰ্ণেলে ভ্ৰূ কোঁচাই এক মুহূৰ্ত চিন্তা কৰিলে; তাৰপিছত গহীন সুৰত কলে, 'মই সেতুখন জ্বলাই দিম।' যেন তেওঁ কব খুজিছে, যিমানেই অপ্ৰীতিকৰ অৱস্থা সহ্য কৰিবলগা নহওক লাগিলে, তথাপি তেওঁ সঠিক কৰ্তব্যকেই পালন কৰিব।

ভৰিৰে পেটত খুন্দামাৰি ঘোঁৰাটোক কেইখোজমান আগবঢ়াই নি কৰ্ণেলে হুকুম দিলে, যি দুই নম্বৰ স্কোৱাড্ৰনত ৰষ্টভ ডেনিচভৰ অধীনত কৰ্মৰত আছিল সেই স্কোৱাড্ৰনটো সেতুৰ ওচৰলৈ উভতি যাব লাগিব।

ৰষ্টভে নিজৰ মনতে কলে, 'দেখিলা, মই যিটো ভাবিছিলো ঠিক সেয়ে হ'ল।' তাৰ কলিজাটো সংকুচিত হৈ গ্ৰাটাইবোৰ তেজ মুৰত উঠি আহিল। 'মই ভয়াতুৰ নে কি সেইটো ভালদৰে চাই লওক।' সি ভাবিলে।

স্কোৱাড্ৰনটোৰ আটাইবিলাক সৈনিকৰে উজ্জ্বল মুখত ফুটি উঠিল যুদ্ধকালীন গাম্ভীৰ্য্য। ৰষ্টভে তীক্ষ্ণ চাৱনিৰে তাৰ শত্রু কৰ্ণেলক চাবলৈ ধৰিলে। কৰ্ণেলে কিন্তু এবাৰো ৰষ্টভৰ ফালে ঘূৰি নাচালে; তেওঁৰ মুখ গম্ভীৰ কঠোৰ। তাৰপিছতেই শুনিবলৈ পোৱা গ'ল হুকুম।

তেওঁৰ চাৰিওফালেৰপৰা কেইজনমানে চিঞৰি কৈ উঠিল, সমুখৰ ফালে চোৱা। সমুখৰ ফালে চোৱা।' কি কৰিব লাগিব বুজিব নোৱাৰি হাতত তৰোৱাল লৈ হুজাৰবিলাকে লৰালৰিকৈ জাপ মাৰি ঘোঁৰাৰপৰা নামি মাটিত থিয় হ'ল। সৈন্যবিলাকে বুকুৰ ওপৰত হাতেৰে ক্ৰচ-চিন আঁকিবলৈ ধৰিলে। ৰষ্টভে এতিয়া আৰু কৰ্ণেলৰ ফালে চাই থকা নাই· সময় নাই। আমোচা সি হুজাৰবিলাকৰ পাছ পৰি যায় সেই ভয়তে তাৰ কলিজাৰ ধপ্‌-

ধপনি বন্ধ হৈ ঘোৰাৰ উপক্ৰম হ'ল। আৰ্দালিৰ হাতত ঘোঁৰাটো গতাই দিবৰ সময়ত তাৰ হাত কঁপিবলৈ ধৰিলে।

ডেনিচভে ঘোঁৰাৰ পিঠিৰপৰা কিবা যেন কৈ কৈ গুচি গ'ল এতিয়া হজাৰবিলাকৰ বাহিৰে বস্তভে আৰু কাকো দেখিবলৈ পোৱা নাই। হজাৰবিলাকে তাৰ চাৰিওফালৰপৰা তাৰোৱাল হাতত লৈ সমুখৰ ফালে দৌৰিব ধৰিছে।

'ষ্ট্ৰেচাৰ আনিবলৈ কোৱাৰ মানে কি তাক চিন্তা নকৰি বস্তভে সমুখৰ ফালে দৌৰিবলৈ ধৰিলে; সি সকলোৰে আগত যাবলৈ বিচাৰিছে। কিন্তু ঠিক সেতুখনৰ মুখত মাটিৰ ফালে নজৰ নথকাত অলপ বোকাত ভৰি পিছলি সি মাটিত বাগৰি পৰিল। অন্যান্য সকলোৱে তাক পাৰ হৈ আগবাঢ়ি গুচি গ'ল।

'কেপ্টেন, দুয়োফালৰ পৰা,' কৰ্ণেলে চিঞৰি কৈ উঠিল। ঘোঁৰা দৌৰাই সেতুৰ মুখত আহি পাই তেওঁ থিয় হ'ল।

বোকাত লেটিপেটি হোৱা হাত দুখন পেণ্টত মচি লৈ বস্তভে তাৰ শত্ৰুৰ মুখলৈ চালে। যিমান দূৰ আগবাঢ়ি যাব পাৰি সিমানেই মঙ্গল ইয়াকে ভাবি সি আকৌ দৌৰিবলৈ আৰম্ভ কৰিব এনেতে বোগদানিচে বস্তভক লক্ষ্য নকৰি বা তাক চিনিব নোৱাৰি চিঞৰি কলে :

'সেতুৰ মাজভাগেদি সোঁটো কোনে দৌৰি দৈ আছা? সোঁফালেদি যোৱা। ক্যাডেট, উভতি আহা!' খঙত চিঞৰি কথা-বোৰ কৈ তেওঁ ডেনিচভৰ ফালে মুখ ঘূৰালে। ডেনিচভেও সাহস দেখুৱাবৰ বাবে সেতুৰ কাঠৰ ওপৰত উঠাই দিছে।

বোগদানিচে কলে, 'কোনেই বিপদক আঁকোৱালি লব খুজিছা কেপ্টেন? ঘোঁৰাৰ ওপৰৰপৰা মাটিত নামা।'

ঘোঁৰাৰ পিঠিতেই লৰচৰ কৰি বহি থকা ডেনিচভে কলে, 'প্ৰতিটো বুলেটৰ বিনিময়ত আছে এজোখন প্ৰেমপত্ৰ, বুজিছেনে।'

ইতিমধ্যে নেচ ভিৎস্কি, জেৰকভ আৰু অফিচাৰজনে বন্দুক কাষাকষি গুলীয়ে চুকি পোৱা সীমাৰ বাহিৰত থিয় হৈ সমুখৰ ফালে চাই আছিল। এবাৰ দেখিলে মূৰত কাশ্মীৰা 'চাকো' টুপী, গাত সেউজীয়া চাৰ্ট আৰু নীলা প্যাণ্ট পিন্ধা সৰু

এদল সৈন্য সেতুখনৰ ওচৰত জুম বান্ধি আছে; আকৌ দেখিলে দূৰৈত বিপৰীত ফালৰপৰা আগুৱাই আহিছে নীলা ইউনিফৰ্ম পিন্ধা ডাঙৰ এটা অশ্বাৰোহীৰ দল; সহজেই বুজিব পাৰি সেইটো এটা গোলন্দাজ বাহিনী।

'সিহঁতে সেতুখন জ্বলাই নিদিব নেকি? কোনে আগতে তাত উপস্থিত হ'বগৈ? ইহঁতেই আগতে গৈ সেতুখন জ্বলাই দিব, নে ফৰাচীবিলাকেই বন্দুকৰ গুলীয়ে চুকি পোৱা দূৰত্বত আহি পাই ইহঁতক নিশ্চিহ্ন কৰি পেলাব?' সেতুখনৰ ওচৰৰ ওখ ঠাইডোখৰত থিয় হৈ পদাতিক বাহিনীৰ প্ৰত্যেকজন সৈন্যই উগুল-থুগুল মনেৰে নিজকে এই একে প্ৰশ্নকেই কৰিছে, আৰু সন্ধ্যাৰ উজ্জ্বল পোহৰত লক্ষ্য কৰিছে একালে সেতু আৰু হুজাৰবিলাকক, আৰু আনফালে বেয়নেট আৰু কামান লৈ আগুৱাই আহি থকা নীলা ইউনিফৰ্ম পিন্ধা সৈন্যবাহিনীক।

'হায়, হায়! যি দেখিছো এতিয়া হুজাৰবিলাকেই মাৰ খাব! সিহঁত এতিয়া বন্দুকৰ গুলীয়ে চুকি পোৱা দূৰত্বৰ ভিতৰত আহি গৈছে।' —নেচ্‌ভিৎস্কিয়ে ক'লে।

'ইমানবিলাক সৈন্য-সামন্ত লগত লৈ যোৱা তেওঁৰ উচিত হোৱা নাই।' অফিচাৰজনে ক'লে।

নেচ্‌ভিৎস্কিয়ে ক'লে 'সেইটো সঁচা। দুজন চালাক-চতুৰ ল'ৰাই এই কাম ভালভাৱে কৰিব পাৰিলেহেঁতেন।'

হুজাৰবিলাকৰ ওপৰত চকু বাখিয়েই ঝেৰকভে ক'লে, আ-হা ইয়োৰ এক্সেলেন্সি আপুনি সঁচাকৈয়ে চতুৰ! মাত্ৰ দুজনক পঠিয়ালেই যথেষ্ট। কিন্তু তেতিয়াহলে ভ্লাদিমিৰ মেডেল্ আৰু ফিতা আমি কেনেকৈ পালোহেঁতেন? আৰু এতিয়া যদি সিহঁত শত্ৰুৰ গুলীত নিশ্চিহ্নও হৈ যায়, তথাপি হয়তো স্কোৱাড্ৰনটো নাম খিতাপৰ বাবে চুপাৰিচ কৰা হ'ব, আৰু তেখেতে এডাল ফিতা পাব। কেনেকৈ কাৰ্য্যসিদ্ধি কৰিব লাগে তাক আমাৰ বোগ্দানিচে ভালদৰে জানে।'

অফিচাৰজনে ক'লে, 'সৌৱা চাওক! গুলী আৰম্ভ হৈছে।'

ফৰাচীবিলাকৰ কামানৰ সন্মুখৰ অংশবোৰ খুলি তৎপৰতাৰে আঁতৰাই পেলাব ধৰা হৈছিল। তাকে দেখুৱাই অফিচাৰজনে ক'লে।

ফৰাচী পক্ষৰ কামানবাহী সেনাদলৰ মাজত এটা ধোঁৱাৰ কুণ্ডলী দেখা গ'ল। তাৰপিছত দ্বিতীয় আৰু তৃতীয় কুণ্ডলীও প্ৰায় লগে লগে দেখিবলৈ পোৱা গ'ল। আৰু প্ৰথম কামনাৰ গুলীৰ শব্দৰ লগে লগে চতুৰ্থ কুণ্ডলীও দেখিবলৈ পোৱা গ'ল। তাৰপিছতেই প্ৰায় লগালগিকৈ দুটা আৰু তৃতীয় শব্দটো শুনা গ'ল।

'উস্! উস্!' যেন ভীষণ কষ্ট বোধ হৈছে এনে ভাবত অশ্বিচাৰজনৰ হাতত চেপি ধৰি মেচ্‌ভিৎস্কিয়ে আৰ্তনাদ কৰি উঠিল। 'চাওক, এজন সৈন্য পৰি গ'ল! পৰি গ'ল, উঃ পৰি গ'ল!'

'এজন নহয়, দুজন।'

'মই জাৰ হোৱাহেঁতেন কেতিয়াও যুদ্ধলৈ নগলোহেঁতেন!' মুখ ঘূৰাই ভেনিচভে ক'লে।

ফৰাচী কামানবোৰত তৎক্ষণাত আকৌ নতুন গুলী ভৰোৱা হ'ল। নীলা ইউনিফৰ্ম পিন্ধা পদাতিক সৈন্যবিলাক দৌৰি দৌৰি সেতুখনৰ ফালে আগুৱাই আহিবলৈ ধৰিলে। নিয়মিত বিৰতিৰ ফাকে ফাকে ধোঁৱা উঠিবলৈ ধৰিলে, আৰু বন্দুক কামানৰ গুলীবোৰ সেতুৰ ওপৰত পৰি ফুটিবলৈ ধৰিলে। কিন্তু এইবাৰ ঘন ধোঁৱাই ঠাইডোখৰ আবৰি পেলোৱাত তাত কি কি ঘটিব ধৰিছে মেচ্‌ভিৎস্কিকে আৰু দেখিবলৈ নোপোৱা হ'ল। হুজাৰবিলাকে সেতুখন জুই জ্বলাই দিছে, আৰু ফৰাচী কামানবোৰে সিহঁতক লক্ষ্য কৰিয়েই শত্ৰু সৈন্যই গুলী কৰিব ধৰিছে। হুজাৰবিলাকক বাধা দিয়াটো সিহঁতৰ উদ্দেশ্য নহয়, যিহেতু কামান সজাই তোলা হৈছে আৰু কোনো এটা লক্ষ্য বস্তুও পোৱা গৈছে সেয়ে গুলী কৰিবলৈ ধৰা হৈছে।

হুজাৰবিলাক নিজৰ নিজৰ ঘোঁৰাৰ ওচৰলৈ উভতি অহাৰ আগতে ফৰাচীবিলাকে তিনি জাক গুলী এৰাৰ সময় পালে। দুই জাক গুলীৰ লক্ষ্য ঠিক হোৱা নাই, গুলীবোৰ বহুত ওপৰেদি পাৰ হৈ গ'ল, কিন্তু তৃতীয় জাক গুলী আহি পৰিল এদল হুজাৰৰ মাজত আৰু সিহঁতৰ তিনিজনক মাটিত পেলাই দিলে।

ৰোস্তভে নিচেৰ মগজু নিজৰ সম্পৰ্কৰ চিন্তাতেই মগ্ন হৈ আছিল বস্তুত। কি কৰিব বুজিব নোৱাৰি সি সেতুৰ ওপৰতেই

থিয় হৈ আছিল। কচুকটা কৰিবলৈও তাত কোনো শত্ৰুসৈন্য নাছিল, আৰু সেতুত জুই জ্বলোৱাৰ কামতো সি সহায় কৰিব পৰা নাছিল, কাৰণ অন্যান্য সৈন্যবোৰৰ দৰে সি জুই জ্বলাবলৈ খেৰ-কুটা লগত লৈ অহা নাই। থিয় হৈ সি চাৰিওফালে চাব ধৰিছিল এনে সময়তে সেতুৰ ওপৰত 'নাট' খুলিব ধৰা যেন শব্দ শুনা গ'ল, আৰু তাৰ নিচেই ওচৰতে থকা হুজাৰজন আৰ্তনাদ কৰি ৰেলিঙৰ ওপৰত হামখুৰি খাই পৰিল। অন্যান্য লগৰীয়াবিলাকৰ লগতে ৰস্তভো দৌৰি তাৰ ওচৰলৈ গ'ল। এজনে চিঞৰি কলে, 'ষ্ট্ৰেচাৰ!' চাৰিজন লগৰীয়াই ধৰাধৰি কৰি আহত হুজাৰজন দাঙি তুলিবলৈ চেষ্টা কৰিলে।

'উস্! খৃষ্টৰ শপত, মোক অকলে থাকিবলৈ দিয়া!' আহত মানুহজনে চিঞৰি কলে। তথাপি তাক দাঙি তুলি শুৱাই দিয়া হ'ল।

নিকলাচ ৰস্তভ তাৰপৰা আঁতৰি অইনফালে গ'ল। যেন কিবা এটাৰ সন্ধান কৰিছে তেনে ভাবত সি বহু দূৰৈত, দানিয়ুব নদীৰ পানীৰ ফালে, আকাশৰ ফালে সূৰ্য্যৰ ফালে, ঘূৰি ঘূৰি চাবলৈ ধৰিলে। আকাশখন কি সুন্দৰ, ইমান নীলা, ইমান শান্ত, ইমান গভীৰ! অস্তগামী সূৰ্য্যটো ইমান উজ্জ্বল আৰু গৌৰৱময়! বহুত দূৰৈৰ দানিয়ুবৰ চিক্‌মিক্ কৰি থকা পানীবোৰ ইমান ধুনীয়া। তাতকৈও বেছি ধুনীয়া নদী সিপাৰৰ নীলা পৰ্বতমালা, মঠটো, ৰহস্যময় গিৰি-সংকটবোৰ, আৰু কুঁৱলিয়ে আবৰি থকা পাইন গছৰ শাৰীবোৰ।... কিমান শান্তি, কিমান সুখ। ৰস্তভে নিজৰ মনতে কলে, "তালৈ যাব পাৰিলে মোক আৰু একো নালাগে, মই আৰু একো নিবিচাৰো। অকল মোৰ নিজৰ মাজত আৰু সূৰ্য্যৰ পোহৰৰ মাজত কিমান যে সুখ! কিন্তু ইয়াত...আৰ্তনাদ, যন্ত্ৰণা, আতঙ্ক, আৰু এই অনিশ্চয়তা আৰু দৌৰাদৌৰি ..সৌৱা—আকৌ সিহঁতে চিঞৰ-বাখৰ কৰিছে, আকৌ সিহঁতে দৌৰি পলাব ধৰিছে, আৰু ময়ো সিহঁতৰ লগতে দৌৰি পলাম। ইয়াত মোৰ মূৰৰ ওপৰত আৰু মোৰ চাৰিওফালে বিৰাজ কৰি মৃত্যু...আৰু মাত্ৰ এটা মুহূৰ্ত পাৰ হোৱাৰ লগে লগে এই সূৰ্য, এই পানী, এই গিৰিসংকট-একোকেই -আৰু মই দেখিবলৈ নাপাম।..."

ঠিক সেই মুহূৰ্ততে সূৰ্যটো ডাৱৰৰ আঁৰত লুকাল। বস্তুভে দেখিলে, তাৰ সমুখত আৰু কেবাখন স্লেটচাৰ আনি ৰখা হৈছে। ইয়াত মৃত্যু আৰু স্লেটচাৰৰ আতঙ্ক, সূৰ্য আৰু জীৱনৰ প্ৰতি ভালপোৱা এই আটাইবোৰ লগ হৈ তাৰ মনত এটা অসহনীয় উত্তেজনাৰ অনুভূতি উদ্ভৱ হ'ল।

বস্তুভে থোকাথুকি মাতেৰে কবলৈ ধৰিলে, 'হে ঈশ্বৰ! স্বৰ্গৰ পৰা তুমি মোক ৰক্ষা কৰা প্ৰভু, মোক ক্ষমা কৰা, মোক তুমি আশ্ৰয় দিয়া!'

যি মানুহবিলাকে ঘোঁৰাবোৰ ধৰি ৰাখিছিল হুজাৰবিলাক সিহঁতৰ ওচৰলৈ দৌৰি গ'ল। বিৰাট চিক্ৰৰ বাখৰৰ কোলাহলৰ শব্দ হবলৈ ধৰিলে। স্লেটচাৰবিলাক অদৃশ্য স্থানলৈ আঁতৰাই নিয়া হ'ল।

ভাঙ্কা ডেনিচভে চিক্ৰৰি কৈ উঠিল, 'তেনেহ'লে বন্ধুসকল, বাৰুদৰ সোৱাদ পাইছা নহয়?'

বস্তুভে ভাবিলে, 'এতিয়া সকলো শেষ। কিন্তু মই এটা ভীৰু—এৰা, মই মহা ভয়াতুৰ, কাপুৰুষ!' গভীৰ এটা হুমুনিয়াহ পেলাই সি আৰ্দালিৰপৰা তাৰ ঘোঁৰা 'ৰুক'ক লৈ তাৰ পিঠিত উঠিবলৈ সাজু হ'ল।

'সৌটো সিঁচৰা-গুলী আছিল নেকি?' বস্তুভে ডেনিচভক সুধিলে।

'এৰা, সেই সম্বন্ধে কোনো সন্দেহ নাই।' ডেনিচভে চিক্ৰৰি কলে। 'তুমিতো একেবাৰেই ঔকৰাৰ দৰে কাম কৰিলা। আক্ৰমণ তো এক উপভোগ্য ঘটনা! কুকুৰবিলাকক খেদি লৈ যোৱা! কিন্তু এইটো কেনেকুৱা ঘটনা ঘটি গ'ল! তোমাক লক্ষ্য কৰি সিহঁতে গুলী এৰিলে।'

ইতিমধ্যে কৰ্ণেল, নেচভিৎস্কি, ঝেৰকভ আৰু অফিচাৰ আটাইবিলাকেই বস্তুভৰ ওচৰত আহি উপস্থিত হৈছে। ডেনিচভো ঘোঁৰা দৌৰাই তাত গৈ উপস্থিত হ'ল।

বস্তুভে ভাবিলে, 'যি হওক বোধহয় কোনেও লক্ষ্য কৰা নাই।' কথা মিছা নহয়। গুলীয়া-গুলীৰ সময়ত এজন ক্যাডেটৰ প্ৰথম অভিজ্ঞতা কেনেকুৱা হয় সেইকথা সকলোৱে জানে কাৰণে কোনেও বস্তুভক লক্ষ্য কৰা নাছিল।

ঝেৰ্‌কভে কলে, 'তোমাৰ এবাৰ কথা কওঁ, শুনা। এইবেলি চাবা সিহঁতে মোক চাব্‌-লেফটেনেণ্টৰ পদত প্ৰমোচন দিবই।'

কৰ্ণেলে সগৌৰৱে উলহ মনে কলে, 'প্ৰিন্সক কবা, সেতুত ময়েই জুই জ্বলাই দিছো।'

'আৰু তেখেতে যদি ক্ষতিৰ কথা সোধে?'

কৰ্ণেল গহীন সুৰত কলে, 'যৎসামান্য: দুজন হুজাৰ আহত হৈছে আৰু এজন ভুমিসাৎ হৈছে।' আনন্দৰ হাঁহি চেপি ৰাখিব নোৱাৰি 'ভমিসাৎ' কথাষাৰক বিশেষ জোৰ দি উচ্চাৰণ কৰিলে।

---